ধাৰণাৰ তুলনায়ে তাৰ এটা উদাহৰণ। তেওঁ মধুসূদনৰ দৰে 'শৃঙ্গৰ যথা তেজঃপুঞ্জ'ৰ কল্পনালৈ যোৱা নাই। ঠিক তেনেকৈয়ে জৰাসন্ধক বধ কৰোঁতে ভীমে তেওঁক মাটিত পেলাই লৈ এখন ঠেঙত খচকিধৰি আনখন 'বাহু কলাদি ফালিলে' বোলাত অসমীয়া গঞা লোকে তাৰ ছবি তৎক্ষণাৎ ধাৰণা কৰিব পাৰে। তেনে ক্ষেত্ৰত 'ছিড়িলা দুখণ্ড কৰি যেন বংশগোট' তকৈ সুস্পষ্ট উদাহৰণ দ্বিতীয় এটা হব নোৱাৰে। বামুনৰ যজ্ঞসূত্ৰৰ লগত ভাৰতৰ যেপখনৰ গঙ্গা-সিন্ধু-ব্ৰহ্মপুত্ৰৰ তুলনাও ঠিক একে ধৰণৰ কথা। 'ৰজনী' কবিতাত তেওঁ তেনেকৈ উপমাৰ পিছত উপমা দি ৰজনীৰ গহীন ৰূপ ক্ৰমে স্পষ্টতকৈও স্পষ্টতৰ কৰি তুলিছে। 'নক্ষত্ৰসমূহ যেন কুসুম আৱলী—উদ্যানৰ মাজে'; 'ফুটিয়াছে নীলাকাশে কোমল কিৰণে' এই কথাটোকে আৰু স্পষ্ট কৰি তুলিবৰ কাৰণে পুনৰুক্তিৰ সহায়ত পুনঃ কোৱা হৈছে—

> "ফুটিয়াছে নীলাকাশে কোমল কিৰণে,
> কৰি চন্দ্ৰ কৰোজ্জ্বল নিজ কৰ দানে;
> নৃপেশ্বৰে যথা হায় দাস নৃপগণে
> কৰয় ঐশ্বৰ্যশালী স্বধন প্ৰদানে।"

এনেধৰণৰ পুনৰাবৃত্তি অলঙ্কাৰৰ প্ৰয়োগ তেওঁ তেওঁৰ প্ৰথম কবিতা পুথি "কবিতা মালা' প্ৰথম ভাগতে একাধিক স্থানত প্ৰয়োগ কৰি-সচৰাচৰ কৈ থকা 'আবৃত্তি সৰ্বশাস্ত্ৰানাং বোধাদপি গৰীয়সী' কথাটোৰ সাৰ্থকতা প্ৰতিপন্ন কৰিছে।

মহাভাৰতৰ 'ব্যাসকূট'ৰ দৰে ভোলানাথ কাব্যতো মাজে মাজে ৰহস্যাবৃত্ত চিন্তনীয় বৰ্ণনা বা কৌতূহলী বচন ঠ'ত ঠ'ত পোৱা যায়। 'সীতাহৰণ কাব্য'ৰ শেষৰ পিনে থকা 'ভোলানাথ দাস' নামটোৱেই তেনে এটা ৰহস্য। সেই 'ভোলানাথ দাস'ক বহুতে ৰচয়িতা ভোলানাথ দাস বুলি ভ্ৰম কৰিব খোজে, কাৰণ পুথিৰ শেষত ৰচোঁতাই নিজৰ নাম কবিতাৰ মাজতে উল্লেখ কৰি ভণিতা দিয়াটো অস্বাভাৱিক নহয়। আচলতে, 'ভোলানাথ দাস'ৰ অৰ্থ ইয়াত শ্লেষাৰ্থ সূচকহে, বাচ্যাৰ্থবাহী নহয়।

> "যদি নোহে কৃপা তযু এই দাস হেতু
> বৃথা ভক্তি আৰাধনা পদাম্বুজে তৱ
> নিয়ত ভৃত্যৰ ভৱে; বৃথা তেজে, প্ৰভু,
> ভোলানাথ দাস মোক বোলে সৰ্বজনে।" ইত্যাদি

পুৰণি কবিসকলৰ দৰেই ভোলানাথ দাসেও কাব্য-ৰচনা কৰোঁতে অন্ততঃ অলঙ্কাৰ

প্ৰয়োগৰ ক্ষেত্ৰত পুৰণি কবিসকলকেই অনুসৰণ কৰিছিল। বাঁকাৰ কবিৰ লাগিব যে সকলো ৰচনাৰ মুখ্য উদ্দেশ্য হ'ল অৰ্থ-প্ৰকাশ আৰু ৰস-পৰিবেশন। ৰসসম্বলিতভাৱে অৰ্থ প্ৰকাশ কৰিব পাৰিলে সকলো ৰচনাই সাহিত্য আখ্যা পাব পাৰে। ৰস সৃষ্টিৰ কাৰণে ব্যৱহৃত হোৱা কাব্যালঙ্কাৰ সাধাৰণতে দুবিধ : শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ। এই দুয়ো প্ৰকাৰ অলঙ্কাৰৰ প্ৰতিয়ে ভোলানাথ দাসৰ অনুৰাগ আৰু শ্ৰদ্ধা কম নাছিল, তেওঁৰ অতি প্ৰিয় শব্দালঙ্কাৰবোৰ আছিল অনুপ্ৰাস, যমক, বক্ৰোক্তি আৰু শ্লেষ। সেইবোৰৰ বিশদ আলোচনাৰ বাবে ইয়াত স্থল নাই ; তথাপি দুই একোটা বিষয় চমুকৈ উল্লেখ কৰা যাওক।

অনুপ্ৰাসকে ভোলানাথ-কাব্যৰ শ্ৰেষ্ঠ অলঙ্কাৰ বোলা যায়। অন্ত্যানুপ্ৰাস, বৃত্ত্যনুপ্ৰাস, ছেকানুপ্ৰাস, শ্ৰুত্যনুপ্ৰাস আৰু লাটানুপ্ৰাস,—এই পাঁচোবিধ অনুপ্ৰাসৰে প্ৰচুৰ প্ৰয়োগ তেওঁৰ কাব্যত পোৱা যায়। উদাহৰণ :

(ক) অন্ত্যানুপ্ৰাস—কবিতাৰ বিভিন্ন চৰণৰ শেষ ব্যঞ্জন বৰ্ণৰ মিলত অন্ত্যানুপ্ৰাস নিষ্পন্ন হয়। যেনে,

(১) "আজিও সমুদ্ৰ জল ক্ষণে কৰে টলবল,
আজিও নাচিছে তথা শত ঊৰ্মিমালা।
গঙ্গা সিন্ধু ব্ৰহ্মপুত্ৰ ব্ৰাহ্মণৰ যজ্ঞসূত্ৰ
যেন, শোভে দেহে, কবি তোমাক উজলা ॥"
(চিন্তা-তৰঙ্গিণী, ১ম ভাগ.)

(২) "তোমাত আমাত ভেদ নকৰো দৰ্শন।
তুমি দস্যু, মযো দস্যু, দস্যু দুয়োজন ॥"
(চিন্তা-তৰঙ্গিণী, ১ম ভাগ)

(৩) "সূৰ্যপ্ৰিয়া সূৰ্যমুখী সূৰ্যমুখ চাই।
গতিগতি সহ ধীৰে বদন ঘূৰায়।" (কবিতা মালা, ২য় ভাগ)

(খ) বৃত্ত্যনুপ্ৰাস—ইয়াত এক বা অনেক বৰ্ণ দুবাৰ বা ততোধিক বাৰ আবৃত্ত হয়। যেনে,

(১) "অমৰীৰ, হৰি হৰি, মৰীপদ সেৱা।" (সীতাহৰণ কাব্য)

(২) "শ্ৰী ভক্ত ভিক্ষুক যবে কঁপে থৰ থৰি।
জাহু, জাহু, কৃষাণ্ আশ্ৰয় মাত্ৰ কৰি ॥" (কবিতা মালা, ২য় ভাগ)

(৩) "জানকীৰ কৌতূহলে কৌশল্যা-কুমাৰ
কহিলা কৌতুকে
ভৰে ভঙ্গ দিলা ভয়াল ভল্লুক" (সীতাহৰণ কাব্য)

(৪) "বিটপী ব্ৰততী তৃণ যতেক কাননে
আনন্দে আনন নিজ নিশিব নিয়বে" (সীতাহৰণ কাব্য)

(৫) "মৰুৎ মলিন মুখ নীৰদ নীৰব
দিনমণি দীনপ্ৰায়, অনল সমল,
মৃত্যুপতি মৃত যেন, বিষণ্ণ বৰুণ" (সীতাহৰণ কাব্য)

(গ) ছেকানুপ্ৰাস—ছেক মানে বিদগ্ধৰসিক। ই একালত সেই শ্ৰেণীৰ লোকৰ হেনো বৰ প্ৰিয় আছিল সেইগতিকে সেই নাম। ইয়াত যুগ্ম ব্যঞ্জন ধ্বনি প্ৰতিধ্বনি ব্যক্ত হয়: নতুবা আগেয়ে যি ব্যঞ্জন বৰ্ণ যেনেকৈ আছিল পাছতো ঠিক তেনেকৈ বহে। যেনে,

(১) "বিহঙ্গ কুৰঙ্গ, মাতঙ্গ তুৰঙ্গ, গক পাথ আদি যত জীৱগণ"
(কবিতামালা, ১ম ভাগ)

(২) "অনুজ ভাই কুম্ভকৰ্ণ, সুবৰ্ণ শয্যাত
শিখৰী শিখৰ সম, আছয় নিদ্ৰিত
লঙ্কাত, শঙ্কাত যাৰ ত্ৰিদশ শঙ্কিত।" (সীতাহৰণ কাব্য)

(৩) "যোগীন্দ্ৰ বচনে সতী নগেন্দ্ৰ নন্দিনী
উত্তৰিলা কৰ যুৰি" (সীতাহৰণ কাব্য)

(৪) "উত্তৰিলা মধুকালে মধুকাল প্ৰিয়
কুহুকণ্ঠে কুহু যথা" (সীতাহৰণ কাব্য)

(৫) "চতুৰ চতুৰানন চিত্ৰিলে ভ্ৰূযুগল" (সীতাহৰণ কাব্য)

(ঘ) শ্ৰুত্যনুপ্ৰাস—শ্ৰুতিগ্ৰাহ্য সাদৃশ্যময় ব্যঞ্জনধ্বনিৰ অনুপ্ৰাস। যেনে,

(১) "সদা চকমকি নাচে বিজুলী মেঘৰ মাজে,
গৰ্জে মেঘ থাকি থাকি ভীম গৰজনে॥" (কবিতামালা, ১ম ভাগ)

(২) "আনোক বিধবাৱস্থা কেনে শোকৰ কথা,
কেনে পৰিতাপ মনে জনয় সৰ্বদা" (চিন্তা তৰঙ্গিণী, ১ম ভাগ)

(৩) অগম্য অৰণ্য কাটি খেদি বনচৰ।
কৰয় সুৰম্য স্থান, কৰয় নগৰ॥" (কবিতা মালা, ১ম ভাগ)

(৪) "মূৰ্খৰ মৌনই ভাল, সেয়ে তাৰ বল
অসমত ৰীতি আছে
এক কষ্টে আনে হাঁসে
থাক মৌন হই মন, নহলে চপল
দেখিলে, হাঁসিব লবে কৰিব পাগল" (চিন্তা-তৰঙ্গিণী, ২য় ভাগ)

(৬) লাটানুপ্রাস—তাৎপৰ্যভেদে একে শব্দৰে বিভিন্ন অৰ্থত প্ৰয়োগ। পুৰণি কালত লাট নামৰ দেশৰ লোকে হেনো ইয়াক বৰকৈ ব্যৱহাৰ কৰিছিল। উদাহৰণ :

(১) "ঘন ঘনস্থিত কিম্বা তাড়িতৰ মালা" ( কবিতা মালা, ১ম ভাগ )

ইয়াত প্ৰথম ঘন সাধাৰণ অৰ্থত লগালগিকৈ থকা আৰু দ্বিতীয় ঘন মানে মেঘ।

(২) "আৰাধিলা সতী সতীপদাম্বুজে।" ( সীতাহৰণ কাব্য )

প্ৰথম সতী = মন্দোদৰী সতী। দ্বিতীয় সতী = পাৰ্বতী

(৩) "খৰ খৰৰাশি কৰিলেক ভস্মৰাশি" ( সীতাহৰণ কাব্য )

প্ৰথম ৰাশি = সমূহ। দ্বিতীয় ৰাশি = দম বা পুঁজি ; তাৎপৰ্যভেদে ব্যৱহাৰত ৰাশি শব্দৰ প্ৰয়োগ।

(৪) "ৰামদৰ্পহাৰী ৰাম কহিবে লাগিলা" ( চিন্তা-তৰঙ্গিণী, ১ম ভাগ )

প্ৰথম ৰাম = পৰশুৰাম
দ্বিতীয় ৰাম = শ্ৰীৰামচন্দ্ৰ

বক্ৰোক্তি—ইয়াত বচনত বাহ্যিকভাৱে ফুটি উঠা অৰ্থটো এৰি শ্ৰোতাই অন্য অৰ্থ গ্ৰহণ কৰে। উদাহৰণ :

(১) "পাৰিব কি ৰাজপুত্ৰ ৰঘুকুলমণি,
—কোমলাঙ্গ শিশু সম—, ৰাক্ষস সংগ্ৰামে ?" ( সীতাহৰণ কাব্য )

(২) "কণ্টকৰ ভয়ে কোন পুষ্প আহৰণে
কুণ্ঠিত ? বিৰত কোন, তৰঙ্গ তৰ্জ্জনে
ৰত্নাকৰ গৰ্ভ হন্তে ৰত্ন উত্তোলনে ?" ( সীতাহৰণ কাব্য )

যমক—ইয়াত অৰ্থ থাকিলে ভিন্নাৰ্থবিশিষ্ট হৈ আৰু অৰ্থ নাথাকিলে নিৰৰ্থক-ভাৱেই একে শব্দয়ে পুনঃ পুনঃ ব্যৱহাৰ হয়। উদাহৰণ :

(১) "গাইলা ধনেশ
হৰিষে,—ধনেশজন হৰষিত যথা।" ( সীতাহৰণ কাব্য )

ইয়াত প্ৰথম ধনেশ পক্ষী ; দ্বিতীয় ধনেশ = ধনীলোক।

(২) "কীলসম কীলালপ অধিপ দুই ভাই" ( সীতাহৰণ কাব্য )

ইয়াত প্ৰথম কীল = অগ্নি। দ্বিতীয় কীল = ৰাক্ষস।

(৩) "ভবি বিভাবৰী
বিভাবৈৰী দৰশনে, পলাল অন্তৰে।" ( সীঃ হঃ কাঃ )

ইয়াত প্ৰথম বিভাবৰী = ৰাতি। বিভাবৈৰী = বিভা ( পোহৰ ) ৰূপ শত্ৰু।

(৪) "তব কোপানলে পুৰি অনঙ্গ অনঙ্গ
হইছিলে।" (সীঃ হঃ কাঃ)

ইয়াত প্ৰথম অনঙ্গ = কামদেৱ। দ্বিতীয় অনঙ্গ = অঙ্গহীন, অশৰীৰ।

(৫) "সিংহদলে যেন দলিলে শৃগাল একা।" (সীঃ হঃ কাঃ)

ইয়াত প্ৰথম দল = পাল বা সমূহ। দ্বিতীয় দল = পিহা বা মৰ্দিত কৰা।

(৬) ভ্ৰাতৃশোকে নিবগত অশ্ৰুবাৰি বাৰি।" (সীঃ হঃ কাঃ)

প্ৰথম বাৰি = পানী। দ্বিতীয় বাৰি = নিবাৰণ কৰি; গুচাই।

(৭) "সুৰেন্দ্ৰ সমান
পাইবা, শূৰেন্দ্ৰ ভোগ; গ্ৰহিও আমাক।" (সীঃ হঃ কাঃ)

সুৰেন্দ্ৰ = দেৱৰাজ, ইন্দ্ৰ। শূৰেন্দ্ৰ = বীৰশ্ৰেষ্ঠ।

(৮) "জীৱনৰ লক্ষ্যহীন
জীৱন অভাৱে মীন
যেন কৰে ছটফট অন্ধকাৰ কূপে।" (কবিতা মালা, ১ম ভাগ)
জীৱন = দেহ, শৰীৰ। জীৱন = পানী

(৯) "ভাঙ্গিলেক উৰু তাৰ ভীম ভীমাঘাতে।" (কবিতা মালা, ১ম ভাগ)

ভীম = দ্বিতীয় পাণ্ডৱ। ভীম = কঠোৰ, ডাঙৰ, ভীষণ।

(১০) "শ্ৰৱণ—কুহৰে আজি সুধাৰ সুধাৰ
তাৰ পাশে স্বৰ্গ সুধা হোৱে কোন ছাৰ।" (চিঃ তঃ, ২য় ভাগ)

সুধা = মদ। সুধাৰ = প্ৰবল ধাৰ বা সোঁত।

শ্লেষ—বাক্যত এবাৰ ব্যৱহাৰ হোৱা এটা শব্দৰে দুটা বা ততোধিক অৰ্থ গুলালে তাক শ্লেষ অলঙ্কাৰ বোলে। উদাহৰণ:

(১) "ঈশ্বৰ পীযুষকৰ বিধবাৰ বন্ধু।" (চিন্তা তৰঙ্গিণী, ১ম ভাগ)
১। ঈশ্বৰ = ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ
২। ঈশ্বৰ = ভগৱান
আকৌ
১। পীযুষকৰ = চন্দ্ৰ
২। পীযুষকৰ = অমৃতৰ সৃষ্টিকৰ্তা

(২) "ভোলানাথ দাস মোক বোলে সৰ্বজনে।" (সীঃ হঃ কাঃ)
১। ভোলানাথ দাস = ভোলানাথৰ (শঙ্কৰ) দাস বা ভক্ত
২। ভোলানাথ দাস = কবি ভোলানাথ দাস

(৩) "এই ৰাম অজ অজ কুলে
উপজিল অজ মূৰ্খ।" ( সীতাহৰণ কাব্য )
১। অজ=অগ্ন বজা
২। অজ=ছাগল ( সভঙ্গ শ্লেষ )

(৪) "খৰ শৰৰাশি কৰিলেক ভষ্মৰাশি
যত নিশাচৰে।" ( সীতাহৰণ কাব্য )
১। খৰ=ঘন বা দ্ৰুত
২। খৰ=প্ৰচণ্ড।

বিৰোধাভাস অলঙ্কাৰ—কোনো শব্দৰ ব্যৱহাৰৰ দ্বাৰা শোনতে পাঠকৰ মনত এটা বিৰোধ ভাব উপজি পিছত শব্দৰ প্ৰকৃত অৰ্থৰ জ্ঞান মনলৈ অহাত সেই বিৰোধ ভাব দূৰ হলে শব্দৰ তেনে প্ৰয়োগক বিৰোধ বা বিৰোধাভাস অলঙ্কাৰ বোলে। ভোলানাথ দাসৰ কাব্যত তেনে অলঙ্কাৰ প্ৰচুৰ। উদাহৰণ—

(১) "ক্ষত্ৰিয় কুলজ অজ-অঙ্গজ বীৰেন্দ্ৰ
মহাৰথী দশৰথ; তাহাৰ তনয়
যাবো আমি পলাইয়া ৰাক্ষসৰ ভয়ে?" ( সীতাহৰণ কাব্য )

(২) "…. …….নবোৎসাহে ৰণে
আগুৱালে বৈৰীবৃন্দ বিৰূপ মুৰতি
এক হস্তে বৰ্ম্ম ধৰি এক হস্তে অসি" ( সীতাহৰণ কাব্য )

পুনৰুক্তবদাভাস শব্দালঙ্কাৰ—কোনো বাক্যত এবেটা শব্দৰ একে অৰ্থতে পুনঃ পুনঃ ব্যৱহাৰ হোৱা যেন লাগি পিছত অৰ্থৰ প্ৰতীতি জন্মাত সেই ভ্ৰম ভাগিলে তাক পুনৰুক্তবদাভাস অলঙ্কাৰ বোলে—( লাটানুপ্ৰাস চাওক )। এনে শব্দালঙ্কাৰৰ প্ৰয়োগ ভোলানাথ দাসৰ বৰ প্ৰিয় আছিল; উদাহৰণ—

(১) "…………গাইলা ধনেশ
হৰিষে, ধনেশজন হৰষিত যথা;" ( সীতাহৰণ কাব্য )

(২) "আছিল উচিত কৰা ৰণ-যাত্ৰা আজি
ভাবি ভাবী ফলাফল।" ( সীতাহৰণ কাব্য )

(৩) "সুনীল বাৰিধিৰক্ষে দীপ্ত অলঙ্কাৰ
তুমি লঙ্কা, যথা হায় শব্দাকভূষণ
নীল নভঃ বক্ষে; ভাবি ভাবী পৰিণাম।" ( সীতাহৰণ কাব্য )

ওপৰত ভোলানাথ দাসে প্ৰয়োগ কৰা শব্দালংকাৰবোৰৰ কিছুমানৰ আভাস দিয়া হ'ল। তেওঁৰ কবিতাত একাধিক প্ৰকাৰ অৰ্থালংকাৰবো প্ৰয়োগ লক্ষ্য কৰা যায়। অৰ্থালংকাৰ কেৱল অৰ্থ প্ৰকাশৰ কাৰণেই ব্যৱহাৰ কৰা হয়। শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ মূল পাৰ্থক্য শব্দ ব্যৱহাৰত। শব্দালংকাৰৰ শব্দ লৰচৰ কৰিব নোৱাৰি; লৰচৰ কৰিলে তাৰ অৰ্থত ব্যাঘাত হয়। অৰ্থালংকাৰৰ শব্দ লৰচৰ কৰিলেও অৰ্থত ব্যাঘাত নহয়। শব্দালংকাৰে শব্দগুণৰ মাজেদি বাক্যক অলংকৃত কৰে; অৰ্থালংকাৰত অৰ্থটোহে লক্ষ্য; যেনে, "প্ৰফুল্ল কমল হেন নয়ন যুগল"—ইয়াক যদি বিকশিত পদ্মসম চকু দুটি বুলি কোৱা হয় তথাপি সেই উপমাৰ অৰ্থ অক্ষুণ্ণ থাকিব* কিন্তু ভীমাঘাত শব্দৰ ঠাইত বৃকোদৰাঘাত বুলিলে অৰ্থ নোলায়।

ভোলানাথ দাসৰ কাব্যত অৰ্থালংকাৰৰ ভিতৰত বাইকৈ সাদৃশ্যমূলক অলংকাৰবহে প্ৰয়োগ দেখা যায়। সাদৃশ্যমূলক অলংকাৰৰ ভিতৰতো উপমা আৰু ৰূপকৰ প্ৰয়োগ অত্যধিক।

উপমা মানে তুলনা। তুলনা দিয়াত কবি কালিদাস আছিল জগতৰ অদ্বিতীয় কবি। 'উপমা কালিদাসস্য' কথা মানুহৰ মুখে মুখে। একে ধৰ্মৰ অৰ্থাৎ একে ৰূপগুণ থকা বেলেগ শ্ৰেণীৰ দুটা বস্তুৰ বা উপমান আৰু উপমেয়ৰ সাদৃশ্য বৰ্ণনা কৰাকে উপমা দিয়া বোলে। যাক তুলনা কৰা যায় সি উপমেয় বা উপমিত আৰু যাৰ লগত তুলনা কৰা যায় সি উপমান। অন্য কথাত কবলৈ গলে উপমেয় হাতত থকা বস্তুটো আৰু উপমান বাহিৰৰ বস্তু। তাকে বহন্ত কৰি কোৱা হয় বোলে উপমান, টানি আন। যেন, সম, প্ৰায়, নিভ, কল্প, সদৃশ, বৎ আদি শব্দই উপমা দিয়াত সহায় কৰে। উপমা সাধাৰণতে সাত শ্ৰেণীৰ—পূৰ্ণোপমা, লুপ্তোপমা, বস্তু প্ৰতি বস্তুভাবৰ উপমা, বিম্ব-প্ৰতিবিম্ব ভাবৰ উপমা, মালোপমা, স্মৰণোপমা আৰু প্ৰতিবস্তূপমা। কবি ভোলানাথ দাসৰ কবিতাত ইয়াৰ গোটাচেৰেকৰ ব্যৱহাৰ স্পষ্টকৈ চকুত পৰে। উদাহৰণ—

পূৰ্ণোপমা :

(১) "খৰ শৰৰাশি
কৰিবেক ভস্মৰাশি ৰক্ত নিশাচৰে;
পাইব বিলয় বৈৰী, যথা পায় লয়
তৃণদলে অম্বুবিন্দু অংশুজেশ কৰে।" (সীতাহৰণ কাব্য)

---

*সাহিত্য দৰ্পণ—মনোৰঞ্জন শাস্ত্ৰী

(২) "সঞ্চাবে তেজ লৌহখণ্ডে ব্যাপি-
অগ্নি পৰশনে যথা ; ধনু পৰশনে
বেগে তেজ তথা হ'ল প্ৰধাবিত
ব্যাপি বীব কলেবৰ" ( সীতাহৰণ কাব্য )

(৩) "শ্বেতবর্ণ চাবি তুৰঙ্গম
যোজিত, বিদ্যুৎগতি ; বিভূষিত দেহ
সমুজ্জল হেম সাজে, হেমবর্ণে যথা
ভূষিত ধবল-শৃঙ্গ হিমগিবি শিবে
প্ৰভাতে, শৰত কালে, মিহিৰ কিৰণে।"
( সীতাহৰণ কাব্য )

লুপ্তোপমা :

(১) "অবিদল মাজে
কৰী-অবি-পৰাক্ৰমে পশিলা বঘৱ
তাড়কাবি ;" ( সীতাহৰণ কাব্য )

(২) "কিমতে হৰিবো সীতা ? নাবিক বিহনে
তৰণী তৰঙ্গাকুল তৰঙ্গিনী স্ৰোত
অবহেলি কেতিয়াবা উজাবকি পাবে ?
তৰণী কেবল আমি।" ( সীতাহৰণ কাব্য )

মালোপমা—মালোপমাত উপমান এটা কিন্তু উপমেয় একাধিক। 'সীতাহৰণ কাব্য'ত দেখাব মালোপমা আছে। গোটাচেবেক যেনে,

(১) "ৰহিলা বঘৱ, চিত্তবিনোদিনী সহ,
শোভি পঞ্চবটীবন ; যথা নিশাপতি
শোভয় চিত্ৰাৰ সহ নভঃস্থলে ;
অথবা কৈলাশ শৃঙ্গে ভুজঙ্গ-ভূষণ
ভূতনাথ, যথা দেবী ভবানীৰ সহ।"

(২) "ৰঞ্জিলা আনন ; পুৱে গগন-আনন
বঞ্জে যথা উদি ভানু উদয় অচলে ;
অথবা কুষাণু যথা কাঞ্চিয়া কাঞ্চনে
বাঞ্জে ভাগে।"

(৩) "তাহাতে শোভিল
হেমাঙ্গিনী মূর্ত্তি ; যেন বারিদে বিজুলী ;
কিম্বা নীলাম্বু-বক্ষে যথা কমলিনী।"

(৪) "কণ্টকে কেতকী
পঙ্কে পঙ্কজিনী, কিম্বা আম্বার ভূগর্ভে
মুক্তারত্ন যথা ; এই রমণী-রতন
পতিত অধমে ; যথা ভিখারীর হাতে।"

(৫) "ভস্মে সর্ব্বভুক যথা ; কাদম্বে অশনি,
( মৃত্যু পরশনে যার ) ; পাতালে অনন্ত
বিষধর যথা ; কিম্বা বিষধরধারী
বৃষভ-বাহন যথা কৈলাস অচলে ;"

(৬) "হরিবো বনিতা তার, অমূল্য রতন
মনি বিনে ফণী যথা, জল বিনে মীন
বাসব সি গতি হোক।"

(৭) "তরুরাজ হলে তপন উত্তাপে,
ম্লান অবলম্বী পত্র যিমত ; অথবা
হলে জলাশয় জলতপ্তময়, যথা
হোরয় জীবনজীবী যত জীবগণ
সন্তপ্ত ; সিমত আজি দেবেন্দ্র সন্তাপে
সন্তাপিত দেবগণ, বিষণ্ণ বদন।"

ভোলানাথ দাসর 'মেঘ' কবিতাও মালোপমার দ্বারা উজ্জল হৈ আছে'। উদাহরণ—

"কৃষ্ণবক্ষে জলে যেন স্ফটিকর মণি,
কিম্বা শ্যাম দুর্ব্বাদলে
যথা জলবিন্দু জলে
ছায়াবৃত জলে যেন শোভে কমলিনী
বিস্তীর্ণ সমুদ্রে কিম্বা ধবল তরণী।"

রূপক—উপমিতক উপমানর লগত অভেদ কল্পনা করি রূপক অলঙ্কারর সৃষ্টি করা হয়। উদাহরণ—

(১) "মোর বক্ষরূপাকাশে থাকি চন্দ্ররূপে

তুমি, তুষিয়োক পুত্র, সীতা-কুমুদিনী
লক্ষণ—চকোৰে আক ;"  ( চিন্তা-তৰঙ্গিণী—১)

(২) "উড়িল পৰাণ-বায়ু দেহ হন্তে তাব ;
যেন কোনো বন্যপক্ষী," ( চিন্তা-তৰঙ্গিণী—১ )

(৩) "ডুবিলেক সুখতৰী দুস্তৰ সাগৰে" ( চিন্তা-তৰঙ্গিণী—১ )

(৩) "সাজিছে সুন্দৰ দেহ প্ৰকৃতি-সুন্দৰী" ( কবিতামালা-২ )

(৪) "দৰশিলা গোদাবৰী-জীৱন-দৰ্পণে
নিজ আস্য ;" (সীতাহৰণ কাব্য )

(৫) "বন্দো অৰবিন্দম তব পদ-অৰবিন্দে
কুলাঙ্গনা আমি।" ( সীতাহৰণ কাব্য )

উৎপ্ৰেক্ষা—উপমেয়ক উপমান বুলি কৰা প্ৰবল সন্দেহৰ ভেটিত এই অলঙ্কাৰৰ সৃষ্টি। উদাহৰণ—

"বহে সুন্দৰ সমীৰ
বৃক্ষে বৃক্ষে তৃণে তৃণে বনৰ দেৱীক,
চামৰ ব্যজন যেন কৰয় হৰিষে।" ( সীতাহৰণ কাব্য )

ভ্ৰান্তিমান বা ভ্ৰম ( Illusion )—ইয়াত অতিশয় মিল থকা বাবে এটা বস্তুক আন এটা বস্তু বুলি কল্পনা কৰি ভুলত পৰা যায়, সেয়েহে নাম, ভ্ৰান্তিমান অলঙ্কাৰ। এটা উদাহৰণ—

"পদ্মপুষ্প ভ্ৰমে
( কুলত কামিনীকুল নিৰখি ) কৌতুকে
উড়িলা মধুপপুঞ্জ মধুজীবী সদা
চুহিবে অধৰ মধু জিনি ফুল মধু।" ( সীতাহৰণ কাব্য )

বিপৰীত লক্ষণা বা ব্যাজস্তুতি ( Irony )—

ইয়াত নিন্দাৰ ছলেৰে গুণব্যাখ্যা আৰু গুণ বৰ্ণোৱাৰ ছলেৰে নিন্দা কৰা হয়। এই অলঙ্কাৰৰ উদাহৰণ—

"ৰূপো অনুপম অতি কুতান্ত কিঙ্কৰী
দেখি যাক হাৰ মানি ভৰিয়া পলায়।" ( সী. হ. কা. )

ঔপচাৰিক লক্ষণা বা সমাসোক্তি ( Personification )—

গুণত বা অচেতন পদাৰ্থত সচেতনৰ বা জন্তুত, গুণত বা অচেতন পদাৰ্থত মানুহৰ গুণ আৰোপ কৰাকে ঔপচাৰিক লক্ষণা বা সমাসোক্তি ( Personification ) বোলে। উদাহৰণ—

(১) "পেচক ভ্রূকুটি কৰে হাসে পুষ্পদামে।" ( চিন্তা-তৰঙ্গিণী )

(২) "দেখি দিনবন্ধু
মুছিলা বদন বাৰি আদৰে সবাৰ
প্ৰসাৰি সহস্ৰ কৰ ;" ( সীতাহৰণ কাব্য )

(৩) "জলদে চপলা ধৰি কৰে আলিঙ্গন।" ( চিন্তা-তৰঙ্গিণী )

(৪) "ডৰি বিভাবৰী
বিভাবৈৰী দৰশনে, পলাল অন্তৰে ;
কন্দৰে তিমিৰমালা লুকাল ত্ৰাসে।" ( সীতাহৰণ কাব্য )

(৫) "দেখিয়া সমীৰ
উদাৰ, উজাৰি পুষ্প-পৰিমল-মধু
বিলাইলা, দাতা যথা ; সৰ্ব্বজীৱগণে।" (সীতাহৰণ কাব্য )

ব্যাঘাত—যি উপায়ৰ দ্বাৰা এটা কাম হয় সেই উপায়ৰ দ্বাৰা যদি তাৰ বিপৰীত ফল ফলে তেন্তে তাক ব্যাঘাত অলঙ্কাৰ বোলে। উদাহৰণ—

"কতশত দেৱী দেৱ পূজিলোঁ যতনে
উপবাসে জাগৰণে মঙ্গলৰ হেতু ;
অসংখ্য কৰিলোঁ দান ; তাৰ কিবা এবে
ফলিল ইফল পুত্ৰ তুমি ঘোৰা বনে ?" ( চিন্তা-তৰঙ্গিণী )

বিশেষোক্তি (Cause without effect)—

কাৰণ থকাতো তদনুযায়ী কাৰ্য্যোৎপত্তি নহলে তাক বিশেষোক্তি বোলে। উদাহৰণ—

"আজিও ভাৰত তব আছে পূৰ্ণশোভা
আজিও মস্তকোপৰে ৰবিশশী দিনে ঘূৰে
আজিও নক্ষত্ৰ ধৰে ৰূপ মনোলোভা।
তবে কিয় মাতঃ তব নহে সুখ অনুভৱ
কি কাৰণ দৰ্শো তব কাঙ্গালিনী বেশ ?" ( চিন্তা-তৰঙ্গিণী )

কবি ভোলানাথ দাস পুৰণি কাব্য শাস্ত্ৰৰ অলঙ্কাৰ প্ৰয়োগত কেনে সিদ্ধহস্ত আছিল আৰু তেওঁৰ ৰচনাত বিভিন্ন কাব্যালঙ্কাৰ কেনেকৈ অতৰ্কিতেই আহি জুমুৰি দি ধৰিছিল—তাৰে এটা ক্ষুদ্ৰ আভাস দিবলৈ যাথোন ওপৰৰ উদাহৰণ—বোৰ তেওঁৰ বিভিন্ন কবিতা-পুথিৰ পৰা উদ্ধৃত কৰা হ'ল। ভোলানাথ দাসক বাদ দি অসমীয়া কাব্যত পুৰণি কাব্যালঙ্কাৰৰ প্ৰয়োগ বিচাৰ অসম্ভৱ নহলেও অসম্পূৰ্ণ হয়।

# ভোলানাথ দাসৰ কাব্য আৰু কবিতাত প্ৰকৃতি

প্ৰকৃতি শব্দৰ নানা ঠাইত নানা অৰ্থ। 'প্ৰকৃতি পুৰুষ দুইবো নিয়ন্তা মাধৱ' তাত প্ৰকৃতি দৰ্শন শাস্ত্ৰৰ প্ৰকৃতি। সাহিত্যত প্ৰকৃতি বুলিলে সৃষ্টিৰ মূল আধাৰ বা ক্ৰিয়াভূমি বুজা যায়। অন্য কথাত কবলৈ গলে বহিৰ্জগতৰ সকলো বস্তু, সকলো সৌন্দৰ্য সেই প্ৰকৃতিৰ অন্তৰ্গত। আকাশৰ জোন-তৰা, গ্ৰহ-নক্ষত্ৰ, পৃথিৱীৰ নৈ-নিজৰা, পৰ্ব্বত-পাহাৰ, তৰু-তৃণ, চৰাই-চিৰিকতি, জলচৰ-স্থলচৰ সকলো পদাৰ্থকে লৈ কবিৰ ক্ৰিয়াশীল মনে খেলা কৰে আৰু কবিও সেই সৰ্বময় প্ৰকৃতিৰে এটি অংশবিশেষ। কবিৰ মনত বিশ্ব-জগতৰ সকলো বস্তুৱে, সকলো সৌন্দৰ্যই এক প্ৰকাৰে নহয় এক প্ৰকাৰে প্ৰতিক্ৰিয়া কৰে। কবিয়ে সেইবোৰ মনোযোগেৰে পৰ্যবেক্ষণ কৰে আৰু সেই সেই বিষয়ে চিন্তা কৰি ভাবত-বিভোৰ হয়। প্ৰকৃতিৰ লগত কবিমানসৰ তেনে ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ওপৰতে কাব্য-সৃষ্টি নিৰ্ভৰ কৰে।

মানৱ মন কিবা এক অজ্ঞেয় উপাদানেৰে গঠিত। তাত কেতিয়া কোন ফালৰপৰা কিহে আহি কেনেকৈ ঘাত-প্ৰতিঘাতৰ সৃষ্টি কৰে বুজা নাযায়। কবিও মানুহ। পিছে তেওঁৰ মনটো আৰু বেছি বৈচিত্ৰ্যময়। এটা উদাহৰণ দিলে কথাটো স্পষ্ট হব। ৰাতিপুৱাৰ সূৰ্যোদয় আমিও দেখোঁ, কবিয়েও দেখে। ৰাতিপুৱাৰ চৰাইৰ গীত কবিৰ কাণতো পৰে, আনৰ কাণতো পৰে। বাৰিষাৰ মেঘ কবিয়েও দেখে, কৃষক-বনুৱা আদি অইন অইন লোকেও দেখে। কিন্তু প্ৰকৃতিৰ এই বিভিন্ন দৃশ্যৰাজিয়ে প্ৰত্যেক মানুহৰ মনত পৃথক পৃথক ভাবৰ সৃষ্টি কৰে। মেঘ দেখি ময়ূৰে নাচে, মনত বসন্ত-বতাহ বলাৰ উমান পায়। সেই মেঘ দেখিয়ে কৃষকে আনন্দাপ্লুত হৈ ক'ত কি খেতি কৰিব, কিদৰে কৰিব ইত্যাদি বৈষয়িক বিষয়ৰ পৰিকল্পনা মনত পাঙে। আহাৰ মাহৰ তেনেকুৱা এডোখৰ বাৰিষাৰ মেঘেই আকৌ এদিন কবি কালিদাসৰ মনত বিশ্বৰ অমৰ কাব্য মেঘদূতৰ বিচিত্ৰ ভাব জগাই তুলিছিল। কেতেকী-দহিকতৰাৰ গীত শুনি বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে নিদ্ৰা যাব নোৱাৰি ওৰে নিশা কবিতা লেখিছিল। 'স্কাইলাৰ্ক' বা ভৰত-চৰাইৰ গীত শুনি ইংৰাজ কবি শ্বেলিয়ে কল্পনাত ভাহি গৈ চৰাইৰ গীতৰ লগত মনটো উৰুৱাই দি পৃথিৱীৰ দুখদৈন্য পাহৰি পেলাবলৈ যত্ন কৰিছিল। সেই একে গীতেই আকৌ কবি ৱৰ্ডচ্-ৱৰ্থক কল্পনাৰ কল্পলোকলৈ উৰি যাবলৈ আৰু লগে লগে মৰতৰ দুখ[illegible]

জীৱনৰ কথা চিন্তা কৰিবলৈও সহায় কৰিছিল। কবি ভোলানাথৰ মনত প্ৰকৃতি কি আছিল আৰু তাৰ বিবিধ শোভাৱাশিয়ে তেওঁৰ মনৰ ওপৰত কেনে প্ৰতিক্ৰিয়া কৰিছিল নতুবা তেওঁৰ মনটোৱেই বা বিভিন্ন সৌন্দৰ্য কিদৰে গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছিল সেই বিষয়ে আলোচনা কৰা অপ্ৰাসঙ্গিক নহব।

বহুতৰ কাৰণে প্ৰকৃতি জ্ঞানৰ ভঁৰাল, উৎসাহ-আনন্দৰ অফুৰন্ত উৎস; মানৱ মনে প্ৰকৃতিৰপৰা সেই জ্ঞান, সেই আনন্দ গ্ৰহণ কৰিব লাগে। প্ৰকৃতিৰ সত্তাৰ লগত কৰিয়ে নিজৰ সত্তা মিলাই দি সান্ত্বনা লভিবলৈ অভিলাষ কৰে—

"প্ৰাণপ্ৰিয়া আজি মোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা আকুল প্ৰাণত
দিয়া প্ৰেম মকৰন্দ অমৃত পৰশ ;
নিষ্প্ৰভ ফুলনি মোৰ হ'ক জ্যোতিৰ্ময়।"

(গিৰিমল্লিকা—ৰঘুনাথ চৌধাৰী)

বহুতে আকৌ প্ৰকৃতিৰ বিশ্বজোৰা আনন্দত উৱাউল হৈ তাৰ মাজত নিজৰ অন্তৰত বাজি থকা সুৰৰ আঁত বিচাৰিবলৈ ধৰে—

"বসন্তৰ সন্ধিয়াত পুষ্পিতা ধৰণী,
বননিত কলকণ্ঠ বিহঙ্গৰ ধ্বনি,
শেৱালিৰ গন্ধভৰা শৰত পুৱাত
ফাগুনৰ জ্যোতিহীন পুৱতী নিশাত
হিয়াত উঠিল বাজি শতমুখী তান,
আনন্দ-বিষাদ গঁথা মিলনৰ গান।"

(আপোন সুৰ—সূৰ্য্যকুমাৰ ভূঞা)

কবি ভোলানাথৰ কাৰণে কিন্তু প্ৰকৃতি আছিল কিঞ্চিৎ পৃথক বিধৰ। তেওঁৰ প্ৰকৃতি আছিল সৌন্দৰ্যৰ আকৰ আৰু সুখ-দুখ ভৰা নানা চিত্ৰ-বিচিত্ৰ পৰিবৰ্তনৰ সমষ্টি ঃ ই বিধিৰ বিধান মানি আপোন খুচিতে চলি থাকে ঃ মানুহক নিজে যাচি একো দান নকৰে। মানুহে নিজৰ ভাৱৰ প্ৰতিবিম্ব তাত বিচাৰি পাব পাৰে অথবা নিজে ইচ্ছানুযায়ী তাক ব্যাখ্যা কৰিবহে পাৰে।

"বৰ্ষাকালে চকমকি,
কৃষ্ণ মেঘে থাকি থাকি,

স্বকান্তি প্ৰকাশি ঘনে নাচে সৌদামিনী
দৰশায়ে যেন নৰে
গুণবান পতি ক্ৰোড়ে
সি সুখ লভয় পতিব্ৰতা সুৰমণী ॥"
( স্বভাৱৰ শোভা—চিন্তা-তৰঙ্গিণী, ২য় ভাগ )

ভোলানাথৰ 'সীতাহৰণ কাব্য' কৰলৈ গলে, প্ৰকৃতি বৰ্ণনাৰেই আৰম্ভ হৈছে—

"প্ৰভাতিলা নিশা। উষা আশুগতি ধৰি
আসিলা ; কুকলি দিলা সুদীৰ্ঘে পেঁচক ;
বায়স কৰিলা 'কা কা' ; যেন হেৰুৱাই
লঙ্কা, লঙ্কা-প্ৰিয় পক্ষী কুক্কুট পুছিলা
লঙ্কাপুৰ ক'ত বুলি।" ইত্যাদি।

ৰাতিপুৱাৰ এনে বৰ্ণনাৰেই কবিয়ে পুথিৰ ৪/৫ পিঠি পূৰ কৰি দিছে। মাজে মাজে বাস্তৱ জীৱনৰ ৰূপক আৰু উপমাই বৰ্ণনাবোৰক চঞ্চল বিজুলী বাতিৰ পোহৰে গছ-লতাৰ প্ৰকৃত ৰূপ আৰু বেছি স্পষ্টকৈ চাবলৈ সহায় কৰাৰ দৰে সহায় কৰিছে :

(১) "দেখি দিন-বন্ধু
মুছিলা বদন-বাৰি আদৰে সবাৰ
প্ৰচাৰি সহস্ৰ কৰ ; দীনবন্ধু যথা
কৰয় আদৰ দীনে।" ( সীতাহৰণ কাব্য )

(২) "গাইলা ধনেশ,
হৰিষে, ধনেশজন হৰষিত যথা।" ( সীতাহৰণ কাব্য )

ভোলানাথৰ প্ৰকৃতি-বৰ্ণনা স্বাভাৱিক আৰু সূক্ষ্মদৃষ্টি-সমৃদ্ধ। সেয়েহে তেওঁ গঞা লোকৰ 'লঙ্কা ক'ত ক'ত' বুলি লঙ্কাপুৰ ক'ত, তাকে চিঞৰি সোধা কুকুৰা চৰাইৰ ডাকটোবো আকাৰে-ইঙ্গিতে অৰ্থ কৈ দিছে। প্ৰকৃতিৰ যথাযথ বৰ্ণনা দিয়াত তেওঁ সিদ্ধহস্ত। সেই বিষয়ত তেওঁ আনকি পদ্মনাথ গোহাঞি বৰুৱাতকৈও উদাৰ আৰু স্পষ্ট। ত্ৰৈলোক্যনাথ গোস্বামী দেৱৰ মতে 'লীলা কাব্যত সংযোগ কৰা মাঘৰ হাবিৰ বৰ্ণনা তেনেই চমু। প্ৰকৃতিৰ স্বকীয় সৌন্দৰ্য্য বৰ্ণনাৰ প্ৰতি তেওঁৰ যেন মোহ নাই।'—এই মন্তব্য কিন্তু ভোলানাথৰ ক্ষেত্ৰত নাখাটে। ভোলানাথে পৃষ্ঠভূমি নিৰ্মাণৰ কাৰণে তেওঁৰ 'সীতাহৰণ

কাব্য'ৰ উপৰোক্ত বৰ্ণনাত অনাহকতে চমু হবলৈ পৈ ৰূপণালি কৰা নাই। কিন্তু তেঁৰো গোহাঞিৰ বৰুৱাৰ লৈতে এটা বিষয়ত মিলি গৈছে: প্ৰকৃতিৰ নিজৰ সত্তাৰ লগত তুয়োজনা কবিৰ এজনেও আত্মসত্তা মিলাই দি আপোনপাহৰা হব পৰা নাই। তুয়ো প্ৰকৃতিৰ মনোৰম দৃশ্য দেখি উল্লাসিত হৈছে, সন্দেহ নাই, কিন্তু তন্ময় হোৱা নাই। এই বিষয়ত কিন্তু বিহগী কবিৰ কথা পৃথক আৰু সেই কথা আমি আগতে উল্লেখ কৰি আহিছোঁ।

বহুত কবিৰ কাৰণে প্ৰকৃতি মানুহৰ সুখ-দুখৰ সমভাগী। অৰ্থাৎ মানুহৰ দুখত দুখী, সুখত সুখী। তেওঁলোকৰ মতে প্ৰকৃতিৰ সকলো বস্তুৰে একোটা প্ৰাণ আছে, অনুভূতি আছে। সেই প্ৰাণ আৰু অনুভূতিপূৰ্ণ সত্তাৰ লগত মানুহৰ ব্যক্তিসত্তা আৰু অনুভূতি সাঙোৰা আছে। কবি কালিদাস এনে কল্পনাৰ মুখ্য প্ৰতিভূ আছিল। তেওঁৰ মানস-কন্যা শকুন্তলাৰ পতিগৃহলৈ যাত্ৰাৰ সময়ত আশ্ৰমৰ গছ-লতায়ো চকুলো টুকিছিল, হৰিণ পোৱালিয়েও ঘাঁহ খাবলৈ এৰিছিল। ভোলানাথৰ প্ৰকৃতি কিন্তু স্বয়ংসম্পূৰ্ণ প্ৰকৃতি; মানুহৰ সুখ-দুখত সি স্বেচ্ছাই সহানুভূতি প্ৰদৰ্শন কৰা নাই। আন হাতেদি প্ৰকৃতি সহানুভূতিশীল হওক-নহওক তাৰ কাৰণে কবিৰো ভ্ৰূক্ষেপ নাই। কবিয়ে নিজৰ ভাবহে প্ৰকৃতিত ৰূপায়িত হোৱা দেখিছে—প্ৰকৃতিৰ আনন্দত উন্মন, উদ্‌গ্ৰীব হোৱা নাই—

"কোনো স্থানে মন ৰঙ্গে,
বিহঙ্গম লঘু অঙ্গে,
শূন্য পথে ইচ্ছামতে কৰয় ভ্ৰমণ।
স্বজীৱন দৰশাই,
কহে যেন সুখে হায়,
'জগতে অমূল্য বস্তু স্বাধীন জীৱন'।"

( চিন্তা তৰঙ্গিণী-২য় ভাগ )

ইয়াত 'জগতে অমূল্য বস্তু স্বাধীন জীৱন'—বোলা কথাৰ সাৰ্থকতা প্ৰকাশ কৰাটোহে কবিৰ আচল উদ্দেশ্য—প্ৰকৃতি পটভূমিহে।

তেনেকৈ আকৌ 'চিন্তা তৰঙ্গিণী'-প্ৰথম ভাগৰ 'মোৰ প্ৰতি বিদ্ৰূপ' কবিতাত কবিয়ে দেখিছে—

"এহি তৰাগণ হয়া উদিত গগনে
অন্তৰে গৰল ধৰি,

মুখ হাস্যময় কৰি,
বিদ্ৰূপি হাঁহিছে মোক আনন্দিত মনে ॥

বামন হুইয়া যেন শশী পৰশন
হেন মোৰ আশা দেখি,
আকাশে জোনাকী উঠি,
অঙ্গ ভঙ্গি কৰি কৰে বিদ্ৰূপ বৰ্ষণ।"

কবিৰ লগত প্ৰকৃতিয়ে সহযোগ কৰি সহানুভূতি প্ৰদৰ্শন কৰা দূৰৰ কথা সি যেন কবিৰ দুৰবস্থা দেখি ভ্ৰূকুটিৰ কুটিল হাঁহিহে মাৰিছে।

প্ৰকৃতিৰ যাই ৰূপ দুটা: এটা হ'ল শান্ত সৌম্য, সমাহিত ৰূপ আৰু আনটো উগ্ৰৰৌদ্ৰ সংহাৰ মূৰ্তি। ইংৰাজ কবি ওৱৰ্ডচ্ ওৱৰ্থক বিশিষ্ট প্ৰকৃতি-কবি বুলি স্বীকাৰ কৰা হয়। তেওঁৰো প্ৰকৃতিৰ সৌম্য মূৰ্তিৰ লগতহে পোনতে পৰিচয় আৰু একাত্মবোধ ঘটিছিল। পিছত প্ৰকৃতিৰ এটা আকস্মিক ঘটনাই তেওঁৰ চিন্তাৰ পৰিবৰ্তন ঘটালে। এদিন তেওঁ ক'ৰবাৰপৰা উভতি আহি ঘৰত হঠাৎ শুনিবলৈ পালে যে তেওঁৰ প্ৰিয় ভ্ৰাতৃ 'জন' ( John ) আৰু ইহজগতত নাই। প্ৰচণ্ড ধুমুহাত উদ্বেলিত হোৱা পৰ্বতপ্ৰমাণ সাগৰৰ ঢৌৱে তেওঁক নিৰ্মমভাৱে গ্ৰাস কৰিলে। কথাটো শুনি তেওঁৰ দুচকুৰেদি দুধাৰি চকুলো বৈ গ'ল। সাগৰৰ এনে নিৰ্মম ব্যৱহাৰৰ কথা তেওঁ তেতিয়ালৈ ভাবিবই পৰা নাছিল। প্ৰকৃতিৰ এই কঠোৰতাই, এই নিৰ্মমতাই তেওঁৰ মনত দ-কৈ সাঁচ বহুৱালে। তেওঁৰ কবিতাত তেতিয়াৰপৰা প্ৰকৃতি সম্পৰ্কে পৃথক সুৰ বাজিবলৈ ধৰিলে। বস্তুতঃ 'প্ৰকৃতি আৰু কবি' ( Nature and the Poet ) নামৰ কবিতাত সেই কথা তেওঁ মুক্তভাৱে স্বীকাৰ কৰিছে—( A deep distress hath humanized my soul )*

বিদ্ৰোহী ইংৰাজ কবি শেলিয়ে আকৌ পছোৱাৰ ৰুদ্ৰ মূৰ্তিকো বন্ধুৰ দৰে আহ্বান কৰি আনি সেই শক্তিৰ লগত বন্ধুভাৱে বিলীন হবলৈ হাবিয়াস কৰিছিল।**

* "So once it would have been,—'tis so no more;
I have submitted to a new control:
A power is gone, which nothing can restore,
A deep distress hath humanized my soul."
(Nature and the Poet—Wordsworth)

** "Oh, lift me as a wave, a leaf, a cloud!
I fall upon the thorns of life! I bleed!
A heavy weight of hours has chained and bowed
One too like thee tameless, and swift and proud"
(Ode to the West Wind, P.B. Shelley)

কবি ভোলানাথে প্ৰকৃতিৰ দুয়োটা ৰূপৰে ছবি আঁকিছে, কিন্তু কোনোটোৰ লগতে আত্মসত্তাৰ সংহতি বা একাত্মবোধ স্থাপন কৰিব খোজা নাই। 'চিন্তা তৰঙ্গিণী' দ্বিতীয় ভাগৰ 'স্বৰ্গদৰ্শন' বোলা কবিতাটোতে প্ৰকৃতিৰ উগ্ৰ-শান্ত দুয়োটা ৰূপৰ ছবি দেখিবলৈ পোৱা যায়।

"নিমিষে নিমিষে উগাৰে অনল,
নিমিষে জগত-যেন ৰসাতল
যায়, মনে বোধ হ'ল পলে পল ;
কঁপিল শৰীৰ পৰাণ আকুল।
গৰ্জ্জন ওপৰে উঠিছে গৰ্জ্জন
সমীৰণোপৰে বহে সমীৰণ
যেন মহাৰুদ্ৰ সৃষ্টি-সংহৰণ
কৰিবে উদ্যত ধৰিয়া ত্ৰিশূল ॥"

আকৌ,

"দেখোঁতে দেখোঁতে যত মেঘগণ
ক্ষণে হ'ল দূৰ, এড়িয়া গৰ্জ্জন ;
মুক্ত হ'ল সুৰপুৰী আবৰণ ;
লুপ্ত হ'ল নীল বৰণ আকাশ।
অমৰ নগৰ চক্ষুৰ গোচৰ
ভাসিলেক ক্ষণে অতি মনোহৰ,
দীপ্তিময় ; যেন ধৰি স্নিগ্ধ কৰ,
শতকোটি চন্দ্ৰ পালে পৰকাশ ॥"

এই দুয়োটা ৰূপ একেটা মুদ্ৰাৰ দু-পিঠিৰ দৰে। প্ৰকৃতিৰ এই দুয়োটা ৰূপৰ প্ৰতি যাতে সৰলমতি শিশুসকলবো মন-কাণ সজাগ থাকে তাৰ বাবে তেওঁ আনকি 'কবিতামালা' প্ৰথম ভাগ পুথিতেই—তাৰ 'বৰ্ষা' নামৰ কবিতাত বুজনি দি কৈছে—বৰ্ষাত

"বজ্ৰপাত হুই ক্ষণে নিপাতিছে জীৱগণে
গৃহ বৃক্ষ ভাঙ্গি বহে ঘোৰ সমীৰণ।
কৌৰৱ পাণ্ডৱে যেন অন্তৰীক্ষে কৰে ৰণ
গৰুগড় ধ্বনি সদা, কঁপে প্ৰাণ মন ॥"

আৰু কিন্তু,

"যদিও বৰ্ষাৰ জল কৰে কিছু অমুচল

কিন্তু এটা কথা কও শুনা সব শিশু।

জীৱন ধাৰণোপায় জন্মে শস্য বাৰিষায়

অমুচল নাম মাত্ৰ উপকাৰ বহু॥"

কবি ভোলানাথৰ কাৰণে কবিতাত কল্পনাহে আচল বস্তু আছিল, আবেগ নহয়—সেই কথা আগতে উল্লেখ কৰা হৈছে। সেই কল্পনাৰ সহায়ত প্ৰকৃতিৰ যি কোনো বস্তুকে তেওঁ ইচ্ছানুৰূপে সজাবলৈ ইচ্ছা কৰিছিল। সেয়েহে শুনাত 'কলং' নদীৰ নামটো পুংলিঙ্গ যেন লাগিলেও কবিৰ মানত কলং স্ত্ৰী আৰু মহাবাহু ব্ৰহ্মপুত্ৰৰ এল গী পত্নী—

"............আছে জনশ্ৰুতি,

সেহি ব্ৰহ্মপুত্ৰ নদ তব প্ৰাণপতি,

তুমিহে কলঙ্গ তাৰ অন্তৰ তোষিণী

কিয় তৰে প্ৰবাহিনী! কিয় তৰে হায়

ই হেন মলিন বেশ দুৰ্দ্দশা অসীম

তোমাৰ? পুজিত বলী পতি বৰ্ত্তমানে?

* * *

তথাপি সিজন

কিয়নো সদায় নাহে? কিবা আছে হেতু?

বুজিছোঁ পুৰুষ মন অত্যন্ত কঠিন,

একবাৰ ক্ৰুদ্ধ যদি হোৱয় অন্তৰে,

সহজে দয়াৰ্দ্ৰ নোহে;" ইত্যাদি।

কবিয়ে কবিতাত কল্পনাক প্ৰাধান্য দিবলৈ গৈ ইয়াকো কৈছে যে কল্পনাৰ সহায়ত কবিয়ে নেদেখাকো দেখে, মুশুনাকো শুনে, কুৰূপকো মুৰূপ সজায়; 'ভূধৰ কানন নদ-নদী-পাৰাবাৰেও' মানুহৰ দৰে 'হাঁহে, কান্দে, গীত গায়।' আৰু

"তব বলে পুষ্প গ্ৰহো হোৱে বিবাহিত;

সূৰ্য্য চন্দ্ৰ গগনত

পদ্ম ভেঁট ভূতলত,

পদ্ম 'কমলিনী' নামে সূৰ্য্যে দিছে চিত;

ভেঁট 'কুমুদিনী' নামে ভজিছে শশীত।"

এনে ধৰণৰ কল্পনা ৰাজ্যত বিহৰণ কবি থাকিও কবিয়ে কিন্তু ভগৱানৰ ইচ্ছাতেই যে প্ৰকৃতিত সকলো ঘটিছে সেইটো পাহৰা নাই—.

"আশ্চর্য্য তোমাৰ গুণ হেৰা প্ৰভঞ্জন
প্ৰাণ ধাৰণৰ মূল তুমিসে কাৰণ॥
শতবাৰ নমস্কাৰ সেহি মহাজনে
যিজনে নিৰ্ম্মিলে বায়ু, তোমাক যতনে॥" ( বায়ু—'কবিতামালা ২য়')

বিজ্ঞানৰ যুগত প্ৰকৃতি মানুহৰ হাতত বহুক্ষেত্ৰতে বশ হৈ পৰিছে। আনকি আজিৰ যুগত আকাশৰ চন্দ্ৰয়ো দেহৰ পৰিহাৰ কৰি মানুহৰ হাতত ধৰা দিছে। ভোলানাথে মাজে মাজে বিজ্ঞানৰ কাৰ্যৰ কথা নভবাকৈ থকা নাই। 'সীতাহৰণ কাব্য'ত বৰুণ আৰু অগ্নিদেৱতাক দেৱৰ্ষি নাৰদে তেওঁলোকৰ দম্ভ-অহঙ্কাৰৰ কাৰণে অভিশাপ দিছিল—নিজৰ অহঙ্কাৰৰ কাৰণে এই দুয়োজনা দেৱতাই কলিকালত মানুহৰ হাতত বন্দী হৈ আজ্ঞাবহ ভৃত্যৰ দৰে খাটিব লাগিব। 'নৰ যানবাহী হুইবা কলিত'। সেই হেতুকেহে—

"অনল-বৰুণ দুই হুই সম্মিলিত
অহৰহ নৰগৃহে চলাইছে কল।" ইত্যাদি।

ই ৰামায়ণৰ কথা নহয়, কবি ভোলানাথ দাসৰ কল্পনাহে। তেনেকৈ দণ্ডকাৰণ্যত ৰাম-সীতাৰ কথোপকথনৰ মাজেদি প্ৰকাশ পোৱা প্ৰকৃতিৰাজ্যৰ আৰু দুটা গূঢ় তথ্য 'অশৃঙ্গী নখী, শৃঙ্গী খুড়পদী' আৰু 'চৰ্ব্বনে হোৱয় বৎস, ডিম্ব অচৰ্ব্বনে'—ভোলানাথৰ নিজা কল্পনা, ৰামায়ণৰ কথা নহয়। বস্তুতঃ শিং নথকা জন্তু বা প্ৰাণীৰ নখ আছে আৰু শিং থকাবোৰৰ খুৰা কটা; আকৌ চোবাই আহাৰ খোৱা জীৱজন্তুৱে পোৱালি জগায় আৰু নোচোবোৱাকৈ গিলি আহাৰ খোৱাবোৰৰ কণীৰপৰা জন্ম হয়—এনেবোৰ বিষয় কবিতকৈও প্ৰাণীবিজ্ঞানীয়েহে বেছিকৈ চিন্তা কৰে। ভোলানাথে কবি হৈয়ো তাকে কৰিছিল, কাৰণ তেওঁৰ মনটো আছিল বৈজ্ঞানিক অনুসন্ধিৎসাপূৰ্ণ কৰিৰ মন। সেয়েহে তেওঁৰ কবিতাত আবেগতকৈও কল্পনা আৰু যুক্তিৰ স্থান অধিকতৰ মুখ্য। আনকি জৰিপ-পৰিমিতিৰ অঙ্কতো তেওঁৰ সেই কবি মানসৰ পৰিচয় ফুটি ওলাইছিল। তেওঁৰ মনৰ ছাপ বহি থকা দুটা অঙ্কৰ ভাষালৈ লক্ষ্য কৰিলেই সেইটো স্পষ্টকৈ দেখা যাব। যেনে—(১) এটা পুখুৰীত এটা মাত্ৰ পদুম ফুল ফুলি আছে। পুখুৰীটো ইপাৰৰপৰা সিপাৰলৈ ৮০ হাত। পদুমটো ঠিক ভাৰ মাজতে ফুলিছে। এটা ডেকা গৰখীয়াই সাতুৰি গৈ পদুম থকা ঠাইত কিমান পানী আছে ডুব দি চাই আঠ হাত পালে। পদুমটো পাৰৰপৰা হাঁকুটী লগাই আনিব লাগিলে কিমান দীঘল হাঁকুটী লাগিব? (২) এটা বুঢ়া মানুহে গধূলি

সময়ত এটা খুন্দীয়া পুখুৰীৰ চাৰিওকালে এপাক ঘূৰি ফুৰি আহিল। তেওঁৰ লগতে এটা ল'ৰাও আছিল। বুঢ়াই ল'ৰাটোক সুধিলে—আমি কিমান ফুৰিলোঁ? ল'ৰাটোৱে ক'লে পুখুৰীপাৰত ১৪৫২ গজ। পুখুৰীটোৰ বহল কিমান?

প্ৰকৃতিৰ লগত কবি ভোলানাথ দাসৰ মনৰ সম্পৰ্ক আছিল এনে বিধৰেই।

আমাৰ ওপৰত ভোলানাথ দাস ৰচনাৱলীৰ সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰোঁতে স্পষ্টকৈ নিৰ্দেশ দিয়া হৈছিল যে ৰচনাৱলী সংগ্ৰহ আৰু সম্পাদন কৰোঁতে আমি এখন তথ্যবহুল বিস্তৃত পাতনি সংযোজনা কৰিব লাগিব। সেই নিৰ্দেশ অনুযায়ী সেই বিষয়ে আমি অতি সন্তৰ্পণে আৰু সতৰ্কভাবে আমাৰ কৰ্তব্যত আগবাঢ়িছোঁ। ইয়াত আমাৰ জ্ঞাতে বা অজ্ঞাতে নিশ্চয় অনেক ভুল-ত্ৰুটি হৈ গৈছে; তাৰবাবে সহৃদয় পাঠকসকলৰ ওচৰত ক্ষমা ভিক্ষা কৰিলোঁ।

ভোলানাথ দাস ৰচনাৱলী সংগ্ৰহত, বিশেষকৈ 'চিন্তা-তৰঙ্গিণী, দ্বিতীয় ভাগ' সম্বন্ধে অনুসন্ধান চলোৱাত তলত উল্লেখ কৰা সদাশয় লোকসকলকে প্ৰমুখ্য কৰি আৰু আনেক লোকৰপৰা দিহা-ভৰসা, পত্ৰোত্তৰ আৰু কাৰ্যকৰী পৰামৰ্শ পোৱা হৈছিল, যেনে, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, ডঃ মহেন্দ্ৰ বৰা, ডঃ প্ৰফুল্ল দত্ত গোস্বামী, ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী, অধ্যক্ষ তীৰ্থনাথ শৰ্মা, আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, অধ্যক্ষ পৰাগ চলিহা, অধ্যক্ষ মহেশচন্দ্ৰ দেৱগোস্বামী, অধ্যক্ষ চন্দ্ৰনাথ বৰা, অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা, অধ্যাপক যতীন্দ্ৰনাথ গোস্বামী, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক ডঃ পৰীক্ষিত হাজৰিকা, অধ্যাপক লীলা গগৈ, অধ্যাপক নবীন শৰ্মা, অধ্যাপক নগেন শইকীয়া, অধ্যাপক নন্দ তালুকদাৰ, অধ্যাপক নৰকান্ত বৰুৱা, অধ্যাপক হৰেন্দ্ৰ দেৱ গোস্বামী, অধ্যাপক পৱনকুমাৰ বৰুৱা, কবি প্ৰসন্নলাল চৌধুৰী, মহম্মদ খোহনুৰ আলি, এম্. ইব্ৰাহীম আলি, কবি বিনন্দ চন্দ্ৰ বৰুৱা, কবি আনন্দ চন্দ্ৰ বৰুৱা, কবি ভবানন্দ ৰাজখোৱা, ৰাজ্যিক গ্ৰন্থাগাৰিক শ্ৰীৰাম গোস্বামী, গ্ৰন্থাগাৰিক শ্ৰীউত্তম বৰুৱা, গ্ৰন্থাগাৰিক শ্ৰীবীৰেন বৰুৱা সাহিত্যিক শ্ৰীতপেশ্বৰ শৰ্মা, শ্ৰীতমুৰাম বৰুৱা, শ্ৰীহৰেকৃষ্ণ গোহাঞিবৰুৱা, বুৰঞ্জীবিদ পণ্ডিত শ্ৰীবেণুধৰ শৰ্মা, শ্ৰীজয়ৰাম বৰুৱা, শ্ৰীইমদাদ উল্লাহ, শ্ৰীজিতেন্দ্ৰনাথ মুক্তবৰুৱা,

শ্ৰীসত্যব্ৰত সহকৰ, চলৰসত্ৰৰ শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী আৰু অনেক। প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া ডাঙৰীয়াই ৰচনাৱলীৰ সন্ধানত বাতৰি কাকতত আৰু 'অসম বাণী'ত একাধিকবাৰ বিজ্ঞাপন প্ৰকাশ কৰি আমালৈ সহায় আৰু সহৃদয়তাৰ হাত আগবঢ়াইছিল। এই চেগতে আমি সেই সদৌটিলৈকে আমাৰ অন্তৰৰ সশ্ৰদ্ধ শলাগ আৰু স্বীকৃতি জনালো।

ৰচনাৱলীত দিয়া ফটোবোৰ আমি ভোলানাথ দাস ডাঙৰীয়াৰ পৰিয়ালবৰ্গৰ পৰা সংগ্ৰহ কৰিছোঁ; মাত্ৰ কবীন্দ্ৰ ৰবীন্দ্ৰনাথৰ লগত গ্ৰুপ-ফটোত উঠা ফটোখনৰ বাবে আমি ৰাজ্যিক পুথিভঁৰালৰ গ্ৰন্থাগাৰিক শ্ৰীৰাম গোস্বামীৰ ওচৰত ঋণী। এই সূত্ৰতে আমি ভোলানাথ দাস ডাঙৰীয়াৰ সুযোগ্য পুত্ৰ শ্ৰীসুৰেন্দ্ৰনাথ দাস আৰু নাতি শ্ৰীকৃষ্ণনাথ দাসৰো অকুণ্ঠ সহযোগিতাৰ শলাগ নলৈ নোৱাৰোঁ।

অধ্যাপক শ্ৰীনৱকান্ত বৰুৱাদেৱে পাতনিখন একবাৰ চকু ফুৰাই চাই আমাক উপকৃত আৰু উৎসাহিত কৰিছে; তাৰবাবে তেওঁ আমাৰ ধন্যবাদৰ পাত্ৰ।

গুৱাহাটী
১৯৭৭

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

**ৰবীন্দ্ৰ সম্বৰ্দ্ধনাত, গুৱাহাটী, ১৯১৯**



বহি ( বাওঁফালৰপৰা )—সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ৰবীন্দ্ৰনাথ ঠাকুৰ, ভোলানাথ দাস আৰু জ্ঞানদাভিৰাম বৰুৱা

থিয় হৈ ( বাওঁফালৰপৰা )—মুক্তাধৰ শৰ্ম্মা, বেনুধৰ শৰ্ম্মা, চন্দ্ৰনাথ শৰ্ম্মা, বাণীকান্ত কাকতি, সূৰ্য্যকুমাৰ ভূঞা. অম্বিকাগিৰি ৰায়চৌধুৰী আৰু দুৰ্গানাথ বৰুৱা ( দুৰ্গী বৰুৱা )



ভোলানাথ দাসৰ বৰ পুত্ৰ লক্ষ্মীনাথ দাস

১৮২১ সনত প্ৰকাশিত ভোলানাথ দাসৰ প্ৰথমভাগ ‘কবিতা মালা’ৰ তৃতীয় সংস্কৰণৰ নাম-পাতৰ প্ৰতিচিত্ৰ

# কবিতা মালা

## প্রথম ভাগ

ভোজন সুমিষ্ট চাও নাই উপার্জ্জন।
লাভ চাও বহু কিন্তু নাই মূলধন॥
নাহি বল বোলাইবে চাহো মহাবীর।
থরথরি হিয়া মুখে বচন গম্ভীর॥

শ্রীভোলানাথ দাস কর্ত্তৃক বিরচিত

নর্গাঁও
তৃতীয় সংস্করণ ; চৈত্র, ১২৯১ সাল

# বিজ্ঞাপন

বহু দিন হ'ল এই কবিতামালা পুথী খানি লেখি পেলাই থইছিলোঁ। পাছে, অসমীয়া ভাষাত পাঠোপযোগী পুথী লেখিলে পুৰস্কাৰ দিয়া যাব এই মৰ্ম্মে আসাম প্ৰদেশৰ মহামান্য শ্ৰীযুক্ত চিফ কমিশ্যনৰ সাহাবে স্থানীয় গেজেটত বিজ্ঞাপন দিউৱাতে, এই পুথী খানিকে অলপ পৰিবৰ্ত্তিত কৰি আসাম টেক্‌স্‌ট্‌ বুক কমিটিৰ মত প্ৰকাশৰ কাৰণ পঠাইছিলোঁ। কমিটিয়ে ইয়াক ব্যৱহাৰ্য্য বুলি আমাক ৫০৲ টকা পুৰস্কাৰ দিবলৈ মত দিলে। আমিও পুথী খানি প্ৰকাশ কৰিলোঁ। এতিয়া অসমীয়া ল'ৰাবিলাকৰ ইয়াৰ দ্বাৰাই কিঞ্চিৎ মাত্ৰ উপকাৰ হলেও আমাৰ যত্ন সফল মানিম।

শ্ৰীভোলানাথ দাস

# কবিতা মালা

## প্ৰথম ভাগ

শিক্ষক পৰম বন্ধু শুনা শিশুগণ।
বিদ্যা বিতৰণে তেওঁ কৰন্ত যতন॥
নানা কথা কয় যদি আৰু শাস্তি দিয়ে।
বেয়া কৰে বুলি তুমি নাভাবিবা হিয়ে॥
তিৰস্কাৰ শাস্তি তেওঁ যতেক কৰয়।
সংশোধন হেতু কৰে জানিবা নিশ্চয়॥
পঢ়ায় সমস্ত দিন কৰিয়া যতন।
নিজ ছাত্ৰ বুলি তব মঙ্গল কাৰণ॥
তব ধন সম্পত্তিক নকৰয় আশা।
কিমতে হুইবা ভাল এহিসে ভৰসা॥
এতেকতে মন দিয়া পঢ়িবা সদাই।
যিমানে পঢ়িবা, বিদ্যা তত বাঢ়ি যায়॥
তোমাৰ যত্নতে হুব সব ফলাফল।
শিক্ষক সহায়কাৰী জানিবা কেৱল॥
ন পঢ়িয়া থাকা যদি সদা ধেমালিত।
পেট ছিঁডি বিদ্যা দিব নোৱাৰে নিশ্চিত॥
তোমাৰ শিক্ষকে; কৰা নিজকে বঞ্চন।
ল'ৰাকালে ধেমালিত লিপ্ত কৰি মন॥
পাঠ নপঢ়িয়া যিটে থাকন্ত সদাই।
শিক্ষকক ফাঁকি দিয়ে কাৰণ দৰ্শাই॥
জানিবা সিটোৰ একো নহয় মঙ্গল।
নিজৰ ফাঁকিতে নিজে পড়য় কেৱল॥
পৰিণামে কান্দিবেক স্মৰি শিশুকাল।
দুখ হেতুকে যত বাঢ়িবে জঞ্জাল॥

হেৰা শিশু! এতেকতে মন দিয়া পঢ়া ॥
বিদ্যাগুণে অন্তৰক প্ৰফুল্লিত কৰা ॥
পিতৃ-মাতৃ তোমা হেতু কৰে অৰ্থব্যয়।
কাৰ হন্তে কোন জনে এতেক কৰয় ॥
কিমতে হুইবা ভাল এহি মনে কৰি।
পঢ়ায় তোমাক ধনমোহ পৰিহৰি ॥
পঢ়া মন দিয়া তবে পাবা মান-ধন।
ভাল ল'ৰা বুলি প্ৰশংসিবে সৰ্ব্বজন ॥
সকলো সমাজে অতি সাদৰ কৰিব।
বিদ্যাগুণ দেখি সবে সুযশ গাইব ॥
সৰ্ব্ব অলঙ্কাৰ থাকি বিদ্যা অলঙ্কাৰে।
মনুষ্য দেহত, শিশু, অতি শোভা কৰে ॥

## ঈশ্বৰলৈ সেৱা

যি জনে কৰিলে এই সৃষ্টি নিৰমাণ।
যাৰ আদেশত বায়ু শীতলয় প্ৰাণ ॥
যাৰ আজ্ঞা শিৰে ধৰি চন্দ্ৰ-সূৰ্য্য-গ্ৰহ।
অবিশ্ৰামে নিজ পথে ঘূৰে অহৰহ ॥
ফুলয় বনত ফুল অতি মনোৰম।
ধৰে বৃক্ষ পক্ক ফল অমৃতৰ সম ॥
যাৰ কৃপাবলে জন্মি যত জীৱগণ।
আনন্দে সংসাৰ মাজে কৰন্ত ভ্ৰমণ ॥
হেৰা ল'ৰা! সি জনক যোড়হাত কৰি ॥
সেৱিবা আনন্দ চিত্তে দিবস শৰ্ব্বৰী ॥

যাৰ দয়াবলে তুমি ধৰিয়াছা প্ৰাণ।
যাহাৰ কৃপাত পোৱা দুখ হন্তে ত্ৰাণ ॥

যি জনৰ দয়াতেসে লভিয়া নয়ন ।
সৃষ্টি অপৰূপ ৰূপ কৰা দৰশন ॥
এহি পদ দুটি কৰি দিলেক যিজন ।
যাহাত কৰিয়া ভৰ কৰা বিচৰণ ॥
এহি জিহ্বা এহি নাক এহি দ্বিশ্ৰৱণ ।
দিলেক যিজনে সৃজি তোমাৰ কাৰণ ॥
হেৰা ল'ৰা ! সিজনক যোড় হাত কৰি ।
সেবিবা আনন্দ চিত্তে দিবস শৰ্ব্বৰী ॥

যি জনক ভক্তি কৰি সুখী হোৱে নৰ ।
যাৰ আজ্ঞা নাপালিলে কষ্ট নিৰন্তৰ ॥
যাৰ নাম জ্ঞানী জনে মুখত উচ্চাৰে ।
যাহাৰ মহিমা সদা খ্যাত চৰাচৰে ॥
যাৰ আগে ধনী দীন সকলো সমান ।
যাৰ আগে ইসবৰ নাহি মানামান ॥
ভক্ত জন যাৰ পাশে এড়ি এহি লোক ।
ভক্তিৰ বলত লভে অনন্ত সুখক ॥
হেৰা ল'ৰা ! সিজনক যোড় হাত কৰি ।
সেবিবা আনন্দ চিত্তে দিবস শৰ্ব্বৰী ॥

## খল ব্যক্তি

খল অতি দুষ্ট লোক কৰে সৰ্ব্বজন ।
লোকৰ অনিষ্ট হেতু কৰঁয় যতন ॥
আনৰ দোষক চাই ফুৰন্ত কেৱল ।
বন্ধুএ বন্ধুএ আনে বিবাদ অনল ॥
কহিবেক মিষ্ট কথা তোমাৰ আগত ।
আনৰ আগত ঘটে নিন্দা তব যত ॥

সৰ্পৰ থাকয় যেনে হুগোট ৰসনা।
থাসন্ত খলৰো তেনে; কহে কথা নানা॥
এক কথা দুইৰূপে কহন্ত দুঠাই।
কেৱল অভীষ্ট নিজ সাধিবাক চায়॥
মুখে মধু থাকে তাৰ অন্তৰে গৰল।
দংশয় লোকক দুষ্ট পাৱে যৱে ছল॥
আনৰ কথাক আনি আমাত লগাই।
কৰয় অভীষ্ট সিদ্ধি ভালৰি বোলাই॥
কিছু দিন পাছে গই তোমাৰ আগত।
কহিবেক মন্দ মোৰ পাৰিবেক যত॥
সুহৃদ বোলাব তব; গাব গুণ গান।
সেবিব চৰণ দুটী কৰিবেক মান॥
কিন্তু যেৱে হুব তাৰ অভীষ্ট পূৰণ।
তোমাৰো হৃদয় পুনঃ কৰিবে দংশন॥
অতি অকৃতজ্ঞ খল অনৰ্থৰ হেতু।
নহয় বিশ্বাস পাত্ৰ জানিওক সিটো॥
ঘৃণয় সকলে তাক জানি দুষ্টমতি।
নাযায় তাহাৰ পাশে ভয় কৰি অতি॥
এতেকতে শিশু সব ধৰাহা বচন।
ত্যজা সেহি সঙ্গ যৈত থাকে খল জন॥

## মানুহৰ শত্ৰু কোন?

মনুষ্যৰ শত্ৰু ল'ৰা, হোৱে কোন জন?
হোৱে কি মহিষ সিংহ ভীষণ আকাৰ?
হোৱে কি ভালুক ঘোঙ অতি ক্ৰূৰাচাৰ;
উড়ে প্ৰাণ দেখি যাৰ বিকট দশন?

হোৱে কিবা শত্রু সিটো প্ৰকাণ্ড আকাৰ
ধীৰগামী গজপতি বলে মহাবলী ?
হোৱে কি শাৰ্দ্দূল যাৰ নয়ন বিজুলী ?
হোৱে কিবা সৰ্প, মুখে কালকূট যাৰ ?
কিম্বা জলচৰ যেনে কুম্ভীৰ হাঙৰ,
ঘন ঘনস্থিত কিম্বা তাড়িতৰ মালা,
চমকে উজলি যিটো হুইয়া চঞ্চলা,
হোৱে কি ইসব শত্রু হীন মনুষ্যৰ ?

নহয় ইসব শত্রু কহে জ্ঞানীজন।
হলেও, থাকয় দূৰে নাহি অতি ভয়।
কিন্তু সে পৰম শত্রু দেহতে থাকয়।
কাম, ক্ৰোধ, লোভ আদি যত ৰিপুগণ॥
লৌহ বিনিৰ্ম্মিত তীক্ষ্ণ অস্ত্ৰক লাগিয়া।
নকৰয় ভয় এহি দুষ্ট ৰিপুগণে।
জ্ঞান-অস্ত্ৰ হেতু মাত্ৰ ভয় কৰে মনে।
যিটো অস্ত্ৰে জ্ঞানী, সৰ্ব্বে পেলাৱে ধ্বংসিয়া॥
এতেকতে জ্ঞান হেতু কৰিও যতন।
যি জ্ঞানে দমিবে তব দুৰ্দ্দম শত্ৰুক।
যিটো হন্তে লভিবাহা অমূল্য সুখক।
হুইবেক সুখালয় তোমাৰ জীৱন॥

## সদ্‌গুণৰ আদৰ

নয়নৰ তৃপ্তিকৰ নোহে মেঘগণ।
অতি কদাকাৰ ৰূপ, অসিত বৰণ॥
দিনতে কৰয় ৰাতি সূৰ্য্যক আবৰি।
যেন উপস্থিতা আসি অকালে শৰ্ব্বৰী॥

তথাপি স্নেহয় তাক কিয় সকলোএ ?
মেঘ মেঘ বুলি কিয় শূন্যদিশে চায়ে ?
কাৰণ, কৰয় মেঘে জীৱ উপকাৰ ।
পৃথিৱী ভেজিয়া জল বৰষি অপাৰ ॥
শস্য সব জন্মে তাত, বৃক্ষে ফল ধৰে ।
যাক ভুঞ্জি প্ৰাণীগণ প্ৰাণ ৰক্ষা কৰে ॥
সদ্‌গুণ থাকিলে শিশু কি কৰয় ৰূপ ।
দেখা স্নেহপাত্ৰ মেঘে হুইয়া কুৰূপ ॥

লোহা অতি কৃষ্ণবৰ্ণ, উজ্জ্বল নহয় ।
মণি মুক্তাৰূপ ৰূপ সিটো নধৰয় ॥
ৰাশি ৰাশি ধন অধিকাৰী হুয়া নৰে ।
তথাপি ৰাখয় তাক কিয়নো আদৰে ?
কাৰণ সিটোৰ হস্তে হোৱে অস্ত্ৰগণ ।
যাৰ বলে কত কাৰ্য্য কৰে নৰগণ ॥
অগম্য অৰণ্য কাটি খেদি বনচৰ ।
কৰয় সুৰম্য স্থান কৰয় নগৰ ॥
কলৰ জাহাজ আদি কত যান চয় ।
লোহাবেসে দেখা সব নিৰমিত হয় ॥
সদ্‌গুণ থাকিলে শিশু কি কৰয় ৰূপ ।
দেখা স্নেহপাত্ৰ লোহা হুইয়া কুৰূপ ॥

কাউৰৰ সম কুলি, নাহি তাৰ ৰূপ ।
মসিময় কলেৱৰ, অত্যন্ত বিৰূপ ॥
তথাপি তাহাক কিয় সকলে আদৰে ?
কুৰূপ বুলিয়া কিয় ঘৃণা নাহি কৰে ?
কাৰণ আছয় তাৰ এক মহাগুণ ।
যি গুণে ঢাকিছে তাৰ সকলো বিগুণ ॥

বসন্তৰ কালে যয়ে সুধীৰ সমীৰে।
সুক ডালে বসি কুলি কুহু ৰব কৰে॥
নিন্দা কৰে সেহি স্বৰে বীণাৰ সুস্বৰ।
মোহিত কৰয় ক্ষণে মানৱ অন্তৰ॥
সদ্‌গুণ থাকিলে শিশু কি কৰয় ৰূপ।
দেখা স্নেহপাত্ৰ কুলি হুইয়া কুৰূপ॥

## হিংসা

হিংসা কৰা মহাপাপ শুনা দিয়া মন।
ঈশ্বৰ অপ্ৰিয় ইটো কহে জ্ঞানীজন॥
হিংসাত বাঢ়য় হিংসা হুয়া দ্বিগুণিত।
নিজ মন ক্ৰূৰ কৰে আনৰ অহিত॥
হিংসা কৰি নাহি লাভ বিনে অমঙ্গল।
সুঘোৰ বিবাদ অতি ঘটন্ত কেৱল॥
যাৰ মনে থাকে হিংসা নাহি তাৰ সুখ।
নোপজয় শান্তি মনে কেৱল অসুখ॥
ৰামক হিংসিলে দুষ্ট লঙ্কাৰ ৰাৱণে।
কিন্তু কি ঘটিল শেষে ভাবি চোৱা মনে॥
ৰাম অস্ত্ৰে ৰক্ষপতি গৈলন্ত মৰিয়া।
নিজকে হিংসিলে মাত্ৰ সীতাক হৰিয়া॥
ৰাজ্যলোভী দুৰ্য্যোধন পাণ্ডৱে হিংসিলে।
পিতৃৰাজ্যচ্যুত কৰি বনবাস দিলে॥
তাহাৰ উচিত শাস্তি পাইলেক হাতে।
ভাঙ্গিলেক উৰু তাৰ ভীম ভীমাঘাতে॥
তাৰ ৰাজ্যভাৰ আৰু তাৰ ধন জন।
নাশাখিলে যায়ে বীৰ অভিলে সকল॥

হিংসাৰ কাৰণে কত যায় ৰাজ্যভাৰ।
হিংসাৰ কাৰণে কত প্ৰাণৰ সংহাৰ॥
জ্বলে হিংসানল যদি হৃদয়ে তোমাৰ।
দহি প্ৰাণ মন কৰিবেক ছাৰখাৰ॥
সাগৰৰ জলে তাক নুমাব নোৱাৰে।
জ্ঞানৰূপ জলে মাত্ৰ ধ্বংসিবাক পাৰে॥
ইকাৰণে ত্যজা হিংসা জুড়াওক প্ৰাণ।
সবেও স্নেহিবে তেৱে, পাইবা সম্মান॥
হুইবে নিজৰ হিত, আনৰো মঙ্গল।
ঈশ্বৰৰো প্ৰিয় কাৰ্য্য হুইবে সফল॥

## এক ব্যক্তিৰ মনোভাব

কি কাৰণে জনমিলোঁ অবনী ভিতৰে?
মোত হন্তে কাৰ্য্য কোন,
হুইবেক সম্পাদন?
আসিলোঁ যাইলোঁ মাত্ৰ দুঃখিত অন্তৰে।

কি কাৰণে জনমিলোঁ জননী গৰ্ভত?
শিশুকালে অগণিত,
সহি তেওঁ কষ্ট কত,
অকাৰণে স্নেহিলেক মোক যথাৱত।

কি লাভ আমাৰ হন্তে? আমি হীন জন,
নাহিকে বিদ্যাৰ বল,
যাৰ গুণে সমুজ্জল
হুয়া, জ্ঞানী জন কৰে কুনীতি দমন।

নাহিক অতুল ধন, নাই সিটো বল,
যাৰ বলে দয়াবান
কৰি বহু বহু দান
সাধয় দৰিদ্ৰ হিত, স্বদেশ মঙ্গল।

হাতত লাঙ্গল ধৰি কৃষক সজ্জন,
নিদাঘ বৰষা শীতে
অৱহেলি দৃঢ় চিত্তে,
উৎকীৰয় ক্ষেত্ৰ ভূমি কৰিয়া যতন।

শ্ৰম ফলে সাধে নিজ আনৰো কল্যাণ;
পুচ্ছধাৰী বিশেষত
আছে বাবু লোক যত
দেখনীয়া কৃষকৰ অন্নে ধৰে প্ৰাণ।

কিন্তু অকৃতজ্ঞ বাবু ভুলি উপকাৰ,
ঘৃণয় কৃষক জনে,
তুচ্ছ ভাবে গৰ্ব্বমনে,
কৃষকৰ অন্ন বিনে কিন্তু হাহাকাৰ।

ঘৃণোক সিসবে তাক বোলোক অধম;
আমি কিন্তু উচ্চস্বৰে,
কহিবোঁ সৰলান্তৰে
সফল জনম তাৰ সফল জনম।

বিদেশৰ দ্ৰব্য আনি কৰয় মিলন
স্বদেশে বণিক সব,
অভাবক পৰাভৱ
কৰি, কৰে লোক হিত; সাৰ্থক জীৱন!

অধিক কহিবো কিবা ধন্য পশুচয় ;
ম'হ গৰু ঘোড়া হাতী,
ছাগ গাধ জন্তু আদি,
মনুষ্যৰ কৰ্ম্মে সবে সাহায্য কৰয়।

যতেক বিহগগণ ভিন্ন ভিন্ন স্বৰে,
কৰিয়া মধুৰ গীত,
মুগ্ধ কৰি মন চিত,
ঢালয় অমৃত যেন শ্ৰৱণ বিবৰে।

সবাৰো আছয় মূল্য সবে কৰে হিত ;
প্ৰস্ফুটিত কাননত,
মনোহৰ পুষ্প কত,
ৰূপ-ৰস-গন্ধে কৰে মন আমোদিত।

সবাৰো আছয় গুণ, মাত্ৰ মোৰ বিনে ;
সবে ন্যূনাধিক হিত,
কৰি থাকে সম্পাদিত,
কেৱল উদ্দেশ্য নাই আমাৰ জীৱনে।

নাহি বিদ্যা নাহি গুণ নাহি কোনো বল ;
কৃষক বণিক সম
নহন্ত জীৱন মম
কি কাৰণে জনমিলোঁ ? জনম বিফল।

পশু পখী পুষ্প আদি সবে হিতকৰ ;
হায়ৰে লাজৰ কথা,
অন্তৰে বাজয় ব্যথা,
মোত থাকি সি সবও হোৱে শ্ৰেষ্ঠতৰ।

জীবন উদ্দেশ্য নাই মাত্র তমোময় ;
কীণ মন অহর্নিশি,
কৃষ্ণপক্ষে যেন শশী
দিনে দিনে ক্রমে ক্রমে হীনবল হয়।

দিন পাছে রাত্রি যায়, রাত্রি পাছে দিন ;
আলো পাছে অন্ধকার,
আসে যায় পুনর্ব্বার,
বর্ষ পাছে বর্ষ যায় হোয়ে আয়ু ক্ষীণ

ইমতে জীবন যায় অলক্ষিত রূপে।
জীবনর লক্ষ্য হীন,
জীবন অভাবে মীন
যেন, করেঁ। ছটফট অন্ধকার কূপে।

স্বদেশ সমাজ হিত থাকোক অন্তরে ;
বরং করিছোঁ হানি
সমাজ সম্পত্তি আমি,
ধিক্ ই জীবনে ; কিয় দেহে প্রাণ ধরে।

## সুখী কোন ?

কোন জন সুখী আছে এহি সংসারত,
বিজন বাহিরে অন্তে ঈশ্বর ধ্যানে,
থাকিবে আনন্দ চিত্তে সদাই জগত,
সন্তোষি কুবের-রাজ্য জীবন যাপে ?

সিটোজন এহি,—যাৰ বুদ্ধি বিবেচনা,
ধৰ্ম্মৰ নীতিতে হোৱে চালিত সতত।
যিজন কৰয় সদা সেহি কাৰ্য্য ঘৃণা,
নোহে যিটো কাৰ্য্য বিবেকৰ মনোমত॥

যিজনে কদাপি অপবাদ নাহি কৰে,
চুবুৰিয়াৰ সুযশক কৰিবাক নষ্ট।
অন্যেও ৰটিলে নিন্দা শ্ৰৱণে নধৰে,
—হিংসাৰ হেতুকে যিটো নিন্দা প্ৰকাশিত॥

ধনবান বলবান হন্তো যদি পাপী,
তথাপি পাপক যিটে সতত ঘৃণয়।
যদি ছিঁড়া বস্ত্ৰ পিন্ধি থাকে পুণ্যভাগী,
তথাপি পুণ্যক যিটে সদাই আশ্ৰয়॥

অঙ্গীকৃত বচন বা বিশ্বাসক নেড়ি,
যিজনে সুদৃঢ় ৰূপে ধৰ্ম্মত থাকয়।
নিজ হানি হোৱে যদি প্ৰতিজ্ঞাক কৰি,
তথাপি তাহাক যত্নে সম্পন্ন কৰয়॥

যিজনে কৰয় ঘৃণা দান কৰি ধন,
প্ৰৱঞ্চনা কৰি তাৰ সুদ লইবাক।
পুৰস্কাৰ বিচলিত নোহে যাৰ মন,
নষ্ট কৰিবাক হেতু নিৰ্দ্দোষী জনাক॥

পৰমাত্মা ঈশ্বৰত আত্মাক অৰ্পিয়া,
যিজনে পবিত্ৰ সুখ কৰয় সেবন।
সুখৰূপী সংসাৰৰ তৃষ্ণা তিয়াগিয়া,
অনন্ত সন্তোষ হেতু কৰন্ত যতন॥

মিত্ৰজনে ইৰূপে অতি দৃঢ় চলনৰে,
যথাৰ্থ সুখক সদা সম্ভোগি থাকয়।
মৰণৰ পাছে পৰলোকে সেহি নৰে,
জগত প্ৰভুৰ পাশে পাৱন্ত আশ্ৰয়॥

## বৰ্ষাকাল

গ্ৰীষ্ম ঋতু ধীৰে ধীৰে, ক্ৰমে আঁতৰিল দূৰে,
উপস্থিত হ'ল আহি দেখা বৰ্ষাকাল।
পশু পক্ষী জীৱগণ, হ'ল অতি ভীত মন,
সবেও ভাবিছে মাত্ৰ ভীষণ জঞ্জাল॥
কেৱল ভেকুলী সব, উচ্চস্বৰে কৰে ৰব,
নতুন মেঘৰ জলে আনন্দিত মনে।
সদা চকমকি নাচে, বিজুলী মেঘৰ মাজে,
গৰ্জ্জে মেঘ থাকি থাকি ভীম গৰজনে॥
বজ্ৰপাত হুই ক্ষণে, নিপাতিছে জীৱগণে,
গৃহ বৃক্ষ ভাঙ্গি বহে ঘোৰ সমীৰণ।
কৌৰৱ পাণ্ডৱে যেন, অন্তৰীক্ষে কৰে ৰণ,
গড় গড় ধ্বনি সদা, কঁপে প্ৰাণমন॥
মুষলৰ ধাৰে জল, পৰিয়াছে অবিৰল,
জলে পৰিপূৰ্ণ হ'ল নদ নদী বিল।
চতুৰ্দ্দিশ জলময়, বাট-ঘাট পঙ্কময়,
পথিক সবাৰ অতি আপদ ঘটিল॥
পৃথিৱীত সাৰ হ'ল, তৃণ লতা পালে বল,
কৃষকে সিঁচিলে ধান ক্ষেত্ৰে সযতনে।
কিছু দিন,পাছে দেখা, শস্য সব দিলে দেখা,
শোভিলে কৃষক ক্ষেত্ৰ সবুজ বৰণে॥

যদিও বৰ্ষাৰ জল, কৰে কিছু অনুচল,
কিন্তু এটি কথা কও শুনা সব শিশু।
জীৱন ধাৰণোপায় জন্মে শস্য বৰষায়,
অনুচল নাম মাত্ৰ উপকাৰ বহু॥

## মনুষ্য শ্ৰেষ্ঠ জীৱ কিয় ?

তোমাক মনুষ্য, শিশু, বোলে কি কাৰণ ?
প্ৰাণী শ্ৰেষ্ঠ বুলি কিয় মানে সৰ্ব্বজন ?
সুচতুৰ বুলি যদি হোৱা তুমি নৰ।
নোহে কিয় নৰ তৱে শৃগাল বৰ্ব্বৰ ?
সুখাদ্য ভক্ষোঁ বুলি যদি গৰ্ব্ব মনে।
অমৃত সমান ফল ভক্ষে পক্ষীগণে॥
সুবস্ত্ৰ পিন্ধাহা বুলি যদ্যপি উত্তম।
ময়ূৰ পখিলা কিয় হইবে অধম ?
পৰিশ্ৰম কৰোঁ বুলি যদি শ্ৰেষ্ঠ তুমি।
মধুমাখি তোমা থাকি হোৱে বহুশ্ৰমী॥
কথা কহোঁ বুলি যদি তব গৰ্ব্ব হয়।
শিক্ষিত পক্ষীয়ে কথা সুললিত কয়॥
হস্ত পদ আছে বুলি যদি তুমি নৰ।
তৱে নৰ হৱ পাৰে বনৰো বানৰ॥
নোহা শ্ৰেষ্ঠ প্ৰাণী তুমি ইসব কাৰণে।
কেৱল হইছা বড় আন্তৰিক গুণে॥
আছয় বিবেক শক্তি তোমাৰ অন্তৰে।
ভাল বেয়া বিবেচনা কৰা তুমি যাৰে॥
মনুষ্য উন্নতিশীল, নহয় সসীম।
দিনে দিনে বাঢ়ে বুদ্ধি বৰ্দ্ধিত অসীম॥

বিবেক বিৰুদ্ধে কিন্তু চলে যিটো নৰে।
ভাল বেয়া বিবেচনা নকৰে অন্তৰে॥
নাহি ধৰ্ম্ম নাহি কৰ্ম্ম নাহি যাৰ জ্ঞান।
সেহি জন হোৱে মাত্ৰ পশুৰ সমান॥
ইৰূপ মানুহে আৰু বনৰ প্ৰাণীত।
নাহিক বিভিন্ন একো জানিবা নিশ্চিত॥

## অহঙ্কাৰী লোক

কিয় হেৰা অহঙ্কাৰি, কিয় হেৰা অহঙ্কাৰি,
মাতিলে দৰিদ্ৰ জনে নোচোৱাহা ফিৰি?
মাতিলে সিসবে যেন, মাতিলে সিসবে যেন,
মাণ্যচূড়া চূৰ্ণ হয় ভাবা মনে হেন।
ভাবা 'মই ধনবান', ভাবা 'মই ধনবান',
কোন জন হুব পাৰে আমাৰ সমান?
কিন্তু স্মৰা সিটোকাল, কিন্তু স্মৰা সিটোকাল,
যিকালে তোমাক আসি গ্ৰাসিবেক কাল।
তোমাৰ ঐশ্বৰ্য্য ধন, তোমাৰ ঐশ্বৰ্য্য ধন,
নাৰাখিবে সি সময়ে কহিলো বচন।
বসি যেন উচ্চাসনে, বসি যেন উচ্চাসনে,
যি সবাক ভাবি হীন তুচ্ছ কৰা মনে।
এড়ি সেহি উচ্চাসন, এড়ি সেহি উচ্চাসন,
সি সবাৰ সমে কালে পাইবা পতন।
ক'ত ৰব ধন ৰাশি, ক'ত ৰব ধন ৰাশি,
যাক পাই আন জনে তুচ্ছা এৱে হাঁসি?
যি দেহে আদৰ কৰি, যি দেহে আদৰ কৰি,
ৰত্নময় অলঙ্কাৰ আছা যত্নে ধৰি।

জানিবা সি দেহ কালে, জানিবা সি দেহ কালে,
খাইব পিপৰা পোকে মৰণ লভিলে।
দুঃখী জন্মে যেহিৰূপে, দুঃখী জন্মে যেহিৰূপে,
পাইলা জনম, গৰ্ব্বি, তুমিও সিৰূপে।
পুনঃ সিৰূপে নিশ্চিত, পুনঃ সিৰূপে নিশ্চিত,
লভিবা মৰণ তুমি কালৰ গতিত।
সকলো সমান নৰ, সকলো সমান নৰ,
ঈশ্বৰৰ আগে; কোনো নোহে সৰু বড়।
তেন্তে বহু ধন পাই, তেন্তে বহু ধন পাই,
কিয় কৰা অহঙ্কাৰ? সব হুব ছাই।
নকৰিবা অহঙ্কাৰ, নকৰিবা অহঙ্কাৰ,
দুদিনৰ হেতু পাই সম্পত্তি অপাৰ।

## মানৱ জীৱন

মানৱ জীৱন ঠিক বাণিজ্যৰ স্থল।
নিজ ব্যৱহাৰ যেনে, তেনে হোৱে ফল॥
তুমি যদি স্নেহা মোক, স্নেহিবোঁ তোমাক।
মোক যদি হিংসা কৰা, তুমি পাবা তাক॥
মোৰ যশ যদি তুমি কোৱাহা সতত।
তোমাৰো সুযশ কৰোঁ লোকৰ আগত॥
কুবাক্য ওলায় যদি মুখত তোমাৰ।
শ্ৰৱণ বিন্ধিবে তব কুবাক্যে আমাৰ॥
মোৰ গুণ গায় যদি তোমাৰ ৰসনা।
গাইবোঁ তোমাৰো গুণ কৰিয়া ৰচনা॥
ভক্তি কৰি ভক্তি পাবা, মান কৰি মান।
মানৱ জীৱন ঠিক বাণিজ্যৰ স্থান॥

মানৱ জীৱন এক অভিনয় স্থান।
নট নটী আসি যেন কৰে নানা ভান॥
পৃথিৱীত লোক সব জন্মি সেহি মত।
অলপদিনৰ হেতু কাৰ্য্য কৰে কত॥
কোনো জন ৰজা হয় কোনো বা সুখীয়া?
কাৰো বা দুঃখত সদা বিদৰয় হিয়া॥
কোনো জন গৃহে একো অভাব নহয়।
কোনোএ বা ভিক্ষা কৰি অন্ন নাপাৱয়॥
কোনো জনে যুদ্ধ কৰে, কোনো অতি ভীত।
দুৰন্ত বা কোনো জন বজ্ৰ সম চিত॥
অহঙ্কাৰী দুষ্ট কোনো কাকো নগণয়।
গুণত ভূষিত কোনো নম্ৰ কথা কয়॥
এহিৰূপে ভাবি চালে মানৱ জীৱন।
সম্পূৰ্ণ ৰূপত অভিনয়ৰ ভৱন॥

## মাতৃস্নেহ*

কোনে মোক স্তন হন্তে দুগ্ধক পিয়ালে?
কোনে কোলা কৰি মোক আদৰে শুৱালে?
কোনে মোৰ দুকপোল কৰিলে চুম্বন?
জানিবা তেওঁসে মোৰ জননী-ৰতন।

টোপনি গুছিলে মই চকু মেলো যৰে।
সুললিত গীত কৰি কোনেনো শুনাৰে?
কোনেনো দোলায় মোক কৰিয়া যতন
অতি ধীৰে ধীৰে যাতে নকৰোঁ ক্ৰন্দন?

* স্থানবৰ্জিত আৰু পৰিবৰ্দ্ধিত কৰি ইংৰাজীৰপৰা অনুবাদ কৰা হইছে।

যত্নে শুই থাকোঁ মই দোলন শয্যাত।
কোনে বসে ওচৰত শিৰে দিয়া হাত?
আনন্দৰ অশ্রুজল ত্যজে ঘনে ঘন?
মাতৃ বিনে কোনে কৰে এতেক যতন?

দুঃখ কিম্বা ৰোগে যদি কৰোঁহোঁ ক্রন্দন।
অশ্রুপূর্ণ নেত্রে কোনে কৰে দৰশন?
কোন্ জনে মৰোঁ বুলি ৰোদন কৰয়?
মাতৃ সিটী, যোনে এত স্নেহিবে পাৰয়।

কোনে আসি তোলে মোক পড়োঁ যবে মই?
শান্ত কৰিবাক কোনে নানা কথা কয়?
পাইলোঁ যি অঙ্গে দুঃখ কৰয় চুম্বন?
জানিবাহা মাতৃ তেওঁ পৰম ৰতন।

পবিত্র ঈশ্বৰ নাম উচ্চাৰণ হেতু,
উপদেশ দিয়ে মোক জানা কোন সিটো?
সতত ধর্ম্মৰ পথে চলিবাক কয়?
মাতৃ বিনে কোনে এত যতন কৰয়?

নকৰি থাকিব পাৰোঁ প্ৰাণ কি থাকোঁতে,
হে মাতঃ! তোমাৰ প্ৰতি প্ৰেম যথাৰ্থতে?
যি তুমি সন্তান ভাবি আমাৰ কাৰণে,
এত স্নেহ এত প্ৰেম কৰিলা যতনে।

নোৱাৰোঁ নোৱাৰোঁ তেনে ভাবক আনিব,
নোৱাৰোঁ জানিবা আই স্বপ্নতো ভাবিব,
যদি মোৰ এহি প্ৰাণ ঈশ্বৰে ৰাখয়,
সেৱিবোঁ তোমাক, আশা কৰিছোঁ নিশ্চয়।

বৃদ্ধা হুবা যয়ে তুমি, বল হুব ক্ষয়,
মোৰ সুস্থ বাহু আই দিবেক আশ্রয়।
তব দুঃখ দূৰ হেতু কৰিবোঁ যতন,
যি কাৰ্য্য কৰিবে হৰ্ষ পাবে মোৰ মন।

অৱনত শিৰ তব কৰিবে দৰ্শন।
হুইব সিকালে মোৰ কৰিলে যতন;
তব শয্যা কাষে বসি কৰিবোঁ সুকাম,
স্নেহাশ্রু বিসৰ্জ্জি আই বদন তিতাম।

## প্ৰাৰ্থনা

অখিল ব্ৰহ্মাণ্ড স্বামি শিৱ সৰ্ব্বময়!
কৰা দীন জনে দয়া হেৰা দীনাশ্ৰয়!
নাচাহোঁ সুন্দৰ দেহ, ৰূপ মনোহৰ!
নাহি চাহোঁ ধন জন, হুইবে অমৰ॥
অভয় চৰণে মাত্ৰ পাইবে শৰণ।
কৰোঁ আকিঞ্চন প্ৰভু আমি অকিঞ্চন॥
সদা সমভাৱে যেন সম্পদে বিপদে।
থাকয় আমাৰ মতি তোমাৰ শ্ৰীপদে॥
মন মুগ্ধ মোৰ অতি হেৰা শিৱময়।
মায়াত ডুবিয়া আছোঁ নাহি জ্ঞানোদয়॥
সংসাৰ অনিত্য বোলোঁ মুখে প্ৰতিক্ষণ।
কাৰ্য্যে কিন্তু কৰো তৃণ লাগি প্ৰাণপণ॥
আন জনে বুজাইবে হওঁ মহাজ্ঞানী।
( কি আশ্চৰ্য্য ভ্ৰম ) কিন্তু নুবুজোঁ আপুনি॥
অসাৰ সংসাৰ সুখে মগ্ন মোৰ মতি।
কেৱল কৰিছোঁ পাপ, নাহি সদ্‌গতি॥

চঞ্চল ভ্ৰমৰ যেনে কৰে প্ৰতিক্ষণ।
এক ফুল মধু খাই আন ফুলে মন॥
সিৰূপে আমাৰো ইটো বোধহীন মন।
সুখ অন্তে আন সুখ কৰে অন্বেষণ॥
জানিও কুপথ্য কৰি লোভে যেন ৰোগী।
অলপ সুখৰ হেতু হোৱে দুঃখ ভোগী॥
আমিও সিৰূপে কৰি পাপ আলিঙ্গন।
দুঃখৰ সাগৰে মাত্ৰ হুইছোঁ মগন॥
হীনবল আমি, কিন্তু প্ৰবল সংসাৰ।
কিৰূপে কৰিবোঁ গতি প্ৰতিকূলে তাৰ?
যিফালে বহিছে স্ৰোত আমিও সি দিশি।
কৰিছোঁ গমন বেগে তৃণবৎ ভাসি॥
সম্মুখে নৰক কিন্তু, কি হুইবে গতি।
কঁপিছে পৰাণ মন সেহি ভয়ে অতি॥
দীনবন্ধু দীন প্ৰতি হুইয়া সদয়।
দিয়া বল মনে মোৰ, কৰাহা অভয়॥
তোমাৰ অপ্ৰিয় কৰ্ম্ম যদিও কৰিছোঁ।
দেহে ৰাশি ৰাশি পাপ যদিও লিপিছোঁ॥
তথাপি বুলিয়া পাপী নোৱাৰা ত্যজিব।
যিহেতু ই হীনজনো এক পুত্ৰ তব॥
যদিও কৰিছোঁ আমি দোষ শত শত।
তথাপি আমাৰ মন নোহে আশাহত॥
কাৰণ, জানিছোঁ আমি তুমি দয়াময়।
তব দয়া থাকি দোষ অধিক নহয়॥
এতেকতে কৃপাসিন্ধু কৰিছোঁ বিনয়।
কৃপা কৰি অধমক দিয়া পদাশ্ৰয়॥
অধৰ্ম্মৰ পথে যেন লিপ্ত নোহে মন।
প্ৰেমময় নাম মুখে কৰোঁ উচ্চাৰণ॥

## সময়

সময় অমূল্য ধন, গ'লে একবাৰ।
কেতিয়াও আসিবৰ নোহে পুনৰ্ব্বাৰ॥
যত বহুমূল্য বস্তু আছে সংসাৰত।
সকলো কিনিব পাৰি ধনে ইচ্ছামত॥
থাকোক অতুল ধন হোৱা ৰাজ্যেশ্বৰ।
থাকোক অসংখ্য তব হীৰক আকৰ॥
সময় হুইলে গত ক্ষণমাত্ৰ তাৰ।
নোৱাৰা কিনিব দিও কুবেৰ ভাণ্ডাৰ॥
এহি জানি সময়ৰ সদ্‌ব্যৱহাৰ।
কৰিবা যতনে, শিশু, নকৰি অসাৰ॥

## এলেহুৱা মানুহ

কিয় হেৰা এলেহুৱা এতেক আলাস?
সদাই থাকিবা শুই এনে তব আশ?
কোনোএ তোমাক যদি লড়ি যাব কয়।
ধীৰে যেন যাবা, তব এনে ইচ্ছা হয়॥
ধীৰেও নাযাই যেন সুখেৰে বসিবা।
নবসিও যেন তুমি আনন্দে শুইবা॥
ইৰূপ তোমাৰ মন সকলো কাৰ্য্যত।
আনে কৰিবেক যেন তব কৰ্ম্ম যত॥
তোমাৰ কেৱল ইচ্ছা, যেন আন কাম।
এড়িয়া থাকিবা শুই লভিয়া বিশ্ৰাম॥
বিশ্ৰামৰ হেতু কিয় উৎকণ্ঠিত চিত।
পাবা তাক কিছু কাল হুইলে অতীত॥
চিন্তা'নাই চিন্তা নাই স্থিৰ কৰা মন।
অনন্ত বিশ্ৰাম পাবা অনন্ত শয়ন॥

নালাগিবে কোনো কাৰ্য্য কৰিবে তোমাৰ।
শুইয়া থাকিবা লভি বিশ্ৰাম অপাৰ॥
নকহিবে কথা নজগাবে কোনো জন।
নালাগিবে উঠিবাক ত্যজিয়া শয়ন॥

## কুলি ও ময়ুৰ

বৃক্ষৰ ডালত কুলি বসিয়া আছিলা।
দেখি এক শিখী তাক সম্বোধি কহিলা॥
"ধন্য তুমি পিকবৰ, ধন্যবাদোঁ আমি।
পূৰ্ব্ব জন্মে বহু পুণ্য কৰিছিলা তুমি॥
তোমাৰ কণ্ঠত বিধি দিলে সি কাৰণ।
অমিয় সমান স্বৰ কৰিয়া যতন॥
বসন্তৰ কালে যৱে ফুলে পুষ্পগণ।
প্ৰকৃতি সুন্দৰী ধীৰে নতুন বসন॥
নব পল্লবিত বৃক্ষে বসি হৰ্ষ চিতে।
কৰা মন মুগ্ধ তুমি মধুময় গীতে॥
ধন্য তুমি পিকৰাজ, সফল জীৱন।
তব কুহু স্বৰ প্ৰশংসয় সৰ্ব্বজন॥
আমি কিন্তু ডাকোঁ যৱে কোনেও নুশুনে।
বিষবৎ লাগে ৰাও সবাৰো শ্ৰৱণে॥
সুকণ্ঠ কৰিয়া নিস্থজিলে সৃষ্টিকৰ।
পাপিষ্ঠে নিদিলে মোক মনোৰম স্বৰ॥
নিন্দো মন দুখে তাক নিন্দো শতবাৰ।
অতি পক্ষপাতী বিধি, নিন্দো অনিবাৰ॥"
ময়ুৰৰ বাক্য শুনি সনম্ৰ বচনে।
কৰিলা উত্তৰ কুলি সুদুঃখিত মনে।

"কি দুঃখে তোমাৰ, পক্ষি, দুঃখিত অন্তৰ ?
অপূৰ্ব্ব তোমাৰ ৰূপ নেত্ৰ তৃপ্তিকৰ ॥
যি চন্দ্ৰ বখানে লোকে, সেহিৰূপ কত ।
শত শত চন্দ্ৰ তব সুপুচ্ছে অঙ্কিত ॥
সুনীল গগনে যৱে উঠে মেঘগণ ।
ঘনপ্ৰিয় পক্ষি ! যৱে নাচা ঘনে ঘন ॥
যৱে শত শত শশী পুচ্ছে প্ৰকাশয় ।
সিৰূপ দৰ্শিয়া কাৰ মন সুভুলয় ?
প্ৰশংসোঁ তোমাক আমি হেৰা খগবৰ ।
অপৰূপ ৰূপ তব অতি মনোহৰ ॥
দিলা ধন্যবাদ মোক বুলি পুণ্যবান ।
কিন্তু কি অসুখে দহে মোৰ ইটো প্ৰাণ ॥
কিমতে জানিবা তুমি ? বিদৰে অন্তৰ ।
যৱে দৰ্শোঁ, পক্ষি, মোৰ কৃষ্ণ কলেৱৰ ॥
কুৰূপ দেখিয়া মোক নিন্দে সৰ্ব্বজনে ।
যাৰ লাজে কান্দো দুঃখে বসিয়া নিৰ্জ্জনে ॥
তব সম ৰূপ মোক নিদিলেক বিধি ।
অতি নিৰদয় দুষ্ট কৰিলে অবিধি ॥
নিন্দো মনকষ্টে তাক নিন্দো শতবাৰ ।
অতি পক্ষপাতী বিধি নিন্দো অনিবাৰ ॥"
"শুনা পিক শিখি দুয়ো"*, কহয় লেখকে ।
"নসন্তৱে কদাচিত সৰ্ব্বগুণ একে ॥"

---

*'দুইও' এই শব্দটি পদ্যত 'দুয়ো' এইৰূপে লেখা হইছে ।

## নদী

পৰ্ব্বত দুহিতা, হেৰা প্ৰবাহিনি !
কোন্ দিশে যোৱা সুখীৰ গমনে ?
যেন কোনো দ্ৰব্য, আছিছা বিচাৰি,
অনন্ত গমনে নিৰলস মনে ॥
তোমাৰ দুকূলে, ফুলি কত ফুল,
চাৰি দিশে গন্ধ প্ৰচাৰ কৰয় ।
বুজোঁ৷ যেন ঘ্ৰাণে সম্ভাষি তোমাক,
নিজে নিজে সবে কৃতাৰ্থ মানয় ॥
বিহঙ্গ কুৰঙ্গ, মাতঙ্গ তুৰঙ্গ,
গৰু গাধ আদি যত জীৱগণ ।
তব জল পানে, তৃষ্ণা দূৰ কৰি,
মনৰ আনন্দে কৰয় ভ্ৰমণ ॥
কতো পক্ষীগণে সুললিত স্বৰে,
শুনায় তোমাক কৰিয়া গান ।
সেই গীত তুমি মুগ্ধা হুয়া অতি,
বহা এক দিশে কৰি অভিমান ॥
কৰিলে গমন, অস্তাচল দিশে,
দিনমণি দিন কৰি সমাপন ।
শীতল বতাসে, শীতলিবে দেহ,
তব তীৰে আসি ভ্ৰমে নৰগণ ॥
তব তীৰ বাসী, বণিক সকলে,
তৰণীৰ যোগে যায় অন্যদেশে ।
আনি কত দ্ৰব্য, হোৱে ধনবান,
দ্বিগুণ লাভত বেচি নিজ দেশে ॥
বৰ্ষাকালে বাঢ়ি ডুবাইয়া পাৰ,
দৰশোৱা তব পৰাক্ৰম অতি ।

এক স্থান ভুমি, আন স্থানে নিয়া,
ভাঙ্গা গঢ়া নিজে, হুয়া বলবতী ॥
ঘোৰ প্ৰভঞ্জন, হুইলে মিলন,
আনন্দৰ সীমা নাথাকে তোমাৰ।
উথল পাথল, হোৱে তব দেহ,
সহস্ৰ তৰঙ্গ নাচে অনিবাৰ ॥
ইসব বৰ্ণিয়া, একো ফল নাই,
মিছা বাক্য ব্যয় কৰিছোঁ কেৱল।
কিন্তু এটি কথা, সোধোঁ তৰঙ্গিণি,
কাৰ বলে তুমি ধৰা এত বল।
কাহাক চিন্তিয়া অৱহেলি বলে
ভূধৰ গহ্বৰ নগৰ কানন ॥
বহা এক ভাগে, তিলেকো নৰই,
অবিশ্ৰামে, ধৰি সুদৃঢ় গমন!
হোৱে কি সিজন, নিত্য নিৰঞ্জন,
যাৰ আজ্ঞামতে বহিছা সতত।
যাহাৰ আদেশে, চন্দ্ৰ সূৰ্য্য গ্ৰহো
নক্ষত্ৰ পৃথিৱী ঘূৰে অবিৰত॥

## পদুম কলি

এই যে কমল কলি ফুটে সৰোবৰে।
কেনে মনোলোভা শোভা মন চিত্ত হৰে ॥
কিন্তু সৰোবৰ জলবায়ু সম্মিলনে।
কৰিছে আকুল তাক অতি ঘনে ঘনে ॥
তৰঙ্গ আঘাত কৰে, ক্ষান্ত নাহি মানে।
কোমল কমল হায় ফাটে যেন প্ৰাণে ॥

বিষম আঘাতে ক্ষণে যায় জল তল।
ক্ষণকে উঠিছে পুনঃ প্ৰাণ টলমল ॥
মনুষ্য জীৱনো ঠিক সেহিৰূপ কত।
সংসাৰ তৰঙ্গাঘাতে প্ৰাণ ওষ্ঠাগত ॥
ক্ষণে সুখী ক্ষণে দুঃখী, অস্থিৰ জীৱন।
ক্ষণে ৰাজভোগ পায়, ক্ষণকে পতন ॥
আজি তুমি মহাধনী সম্পত্তি অপাৰ।
কালি দেখা ভিক্ষা কৰি নিমিলে আহাৰ ॥
মনুষ্য জীৱন, শিশু, অস্থিৰ সমূলি।
তৰঙ্গ আঘাতে যেন কমলৰ কলি ॥

## নীতি কথা

(১)

জন্মত নোহোৱে বড়, আচৰণে হয়।
মধু পিয়ে মাখি যিটো বিষ্টাত জন্ময় ॥

(২)

সোণৰ পৰীক্ষা যেনে অগ্নিত পুড়িলে ॥
বন্ধুৰো পৰীক্ষা তেনে বিপদ ঘটিলে ॥

(৩)

তৃষ্ণা আদি ৰিপু এড়া চোৱা যদি সুখ।
নহলে জীৱন্তে মৰা, সদাই অসুখ ॥

(৪)

অন্ধকাৰ নাশি যেনে চন্দ্ৰে প্ৰকাশয়।
বিদ্যায় কৰন্ত তেনে মনুষ্য হৃদয় ॥

(৫)

বিবেক পৰম বন্ধু জানিবা নিশ্চিতে
ললে তাৰ পৰামৰ্শ বিপদ নঘটে ॥

(৬)

ভাবিয়া চিন্তিয়া কার্য্য কৰিবা সদাই।
শেষে যেন মনকষ্ট পাব নালাগয়॥

(৭)

সুখ দুঃখ হোৱে যেন আলো অন্ধকাৰ।
চিৰকাল হেতু, শিশু, নাথাকে কাহাৰ॥

(৮)

ঘূৰে যেন যাঁত, ঘূৰে মায়াৰ সংসাৰ।
তাৰ পিহনাত লোক হোৱে ছাৰখাৰ॥

(৯)

যাঁতৰ শলখা পাশে অভয়ে থাকয়।
যেনে মাহ, তাৰ চক্রে গুড়ি নোহোৱয়॥

(১০)

সংসাৰ শলখা ঈশ্বৰক মাত্র ধৰি।
থাকিবাক পাৰি ঘোৰ মায়াত নপড়ি॥

সম্পূর্ণ

# কবিতা মালা

## দ্বিতীয় ভাগ

### বিজ্ঞাপন

'কবিতা মালা ১ম ভাগ' পুৰ্ব্বে প্ৰকাশিত হইছে। কোনো পুথীৰ ১ম ভাগ প্ৰকাশ কৰিলে তাৰ ( অধিক ভাগ নহলেও ) অন্ততঃ ২য় ভাগ আছে বা হব বুলি সকলোএ ভাবে। এতেকে এই পুথী খানি 'কবিতা মালা ২য় ভাগ' ৰূপে প্ৰকাশ কৰা গ'ল। প্ৰথম ভাগৰ দৰে এই ভাগো আসাম টেক্‌স্‌ট্ বুক কমিটিৰ দ্বাৰাই মনোনীত হইছে, আৰু সেই বাবে আসামৰ মহামান্য শ্ৰীযুক্ত চিফ্‌ কমিশ্যনৰ সাহাবে আমাক পুৰস্কাৰ দিবৰ কাৰণে ৫০৲ টকা মঞ্জুৰ কৰিছে।

এতিয়া এই পুথী খানিৰ দ্বাৰাই অসমীয়া ছাত্ৰসকলৰ কিঞ্চিৎ মাত্ৰ উপকাৰ হলেও যত্ন বৃথা নামানিম।

শ্ৰীভোলানাথ দাস

# OPINION
## of
## The Nowgong Text Book Committee

This is a poetical reader in Assamese and contains many useful lessons on various subjects such as morning scenery, air, exile of Rama, Spring season, etc. We are of opinion that it may be used as a text book.

| | |
|---|---|
| Nowgong<br>The 30th September<br>1883 | Sd/- Ratnakanta Barua<br>Sd/- Gunabhiram Barua<br>Sd/- Nandisvar Phukan |

# কবিতা মালা

## দ্বিতীয় ভাগ

### প্রভাত

গ'ল নিশামণি এবে গ'ল তারাগণ ।
পতিশোকে কুমুদিনী মুদিলে নয়ন ॥
তমঃপ্রিয় কালনাদী ভয় সঞ্চারক ।
লুকাল নির্জ্জনে ভয়ে গম্ভীর পেঁচক ॥
বালার্ক-সিন্দুর ফোট কপালত ধরি ।
আসিলন্ত ঊষাদেৱী জক মক করি ॥
দুর হ'ল অন্ধকার ; কাকে করি ধ্বনি ।
ঊষা আগমন বাৰ্ত্তা দিলন্ত জাননী ॥
উড়িল আকাশ পথে যত পক্ষীগণ ।
নানা গতি ধরি করি মধুর কুজন ॥
দুঃখিত অন্তরে অতি যাপিয়া যামিনী ।
মৃণাল আসনে বসি সবে সরোজিনী ॥
রবির উদয় জানি উদয় অচলে ।
দর্শিবাক হেতু হর্ষে নয়ন উন্মিলে ॥
সূর্য্যপ্রিয়া সূর্য্যমুখী সূর্য্যমুখ চাই ।
পতি গতি সহ ধীরে বদন ঘুৰায় ॥
ফুটিছে অসংখ্য ফুল অতি মনোহর ।
গুন্ গুন্ গুন্ স্বরে ভ্রমিছে ভ্রমর ॥
এক ফুল হন্তে উড়ি আন ফুলে পরে ।
করে ফুল-মধু পান হরিষ অন্তরে ॥
স্বশৃঙ্গে তুহিন রাশি ধরি ধরাধর ।
দর্শিছে ধবার বল অতি মনোহর ॥

হিমকণা দুৰ্ব্বাদলে ৰবিৰ কিৰণে ।
মুক্তামালা ৰূপ শোভে ৰজত বৰণে ॥
এহি ৰূপ নানাৰূপে সুশোভিত কৰি ।
সাজিছে সুন্দৰ দেহ প্ৰকৃতি সুন্দৰী ॥
ৰঞ্জিছে নয়ন যুগল, শীতলিছে দেহ ।
দিছে নব বল আশা নব দিন সহ ॥
উঠ নৰ নাথাকিবা আৰু শয্যাগত ।
সজীব সকলো প্ৰাণী সজীব জগত ॥
যি জনৰ কৃপাবলে বঞ্চিলা ৰজনী ।
নিৰাপদে নিৰাতঙ্কে, কৰা নাম ধ্বনি ॥
জগত প্ৰভুৰ সেহি, পুনঃ তাঙ্ক স্মৰি ।
মগ্ন হোৱা নিজ কাৰ্য্যে নবোৎসাহ ধৰি ॥

## ধ্ৰুৱ চৰিত

আছিলা উত্তানপাদ নামে নৰপতি ।
দুই ভাৰ্য্যা ভূপতিৰ সুৰুচি, সুনীতি ॥
সুৰুচিৰ গৰ্ভে জন্মে উত্তম তনয় ।
সুনীতিৰ গৰ্ভে ধ্ৰুৱ সৰ্ব্ব গুণময় ॥
প্ৰথমাৰ বশ ৰাজা, থাকে তাক মানি ।
দ্বিতীয়া অপ্ৰিয়া অতি নাম মাত্ৰ ৰাণী ॥
ই হেতু উত্তম সহ সুনীতি তনয় ।
সমভাৱে নৃপতিৰ স্নেহ নলভয় ॥
একদিন বসি ৰাজা ৰত্ন সিংহাসনে ।
কোলা কৰি স্নেহিছিলা সুৰুচি নন্দনে ॥
তাক দেখি ধ্ৰুৱ আসি ৰাজাৰ গোচৰে
কৰিলা ব্যগ্ৰতা বহু উঠিবাক ক্ৰোড়ে ॥

পুত্ৰৰ অতীচ্ছা দেখি ভূপতি অন্তৰে।
সঞ্চাৰিলে স্নেহ তাক লইবে আদৰে॥
কিন্তু কি কৰিবে নৃপ সম্মুখে সুৰুচি।
আদৰিলে, বাক্য পাছে কহয় অৰুচি॥
ই কাৰণে মৌনভাৱে ৰহিলা নৃপতি।
নলইলা ৰাণী ভয়ে নিজৰ সন্ততি॥
সুৰুচি কহিলা ধ্ৰুৱে কৰ্কশ বচনে।

"কিয় ধ্ৰুব অতি উচ্চ আশা তোৰ মনে?
সুনীতি তনয় তই, নোহ মোত জাত।
ই কথা কি পাসৰিলি? নাহি তোৰ জ্ঞাত।
হুইয়া হীনাৰ সুত হেন আশা মনে।
মোৰ পুত্ৰ সমে যেন বস সিংহাসনে॥
মোৰ পুত্ৰ ভাগ্যবান, তই হীন জন।
নাপাবি ৰাজাৰ স্নেহ সমে কদাচন॥
উত্তম বসিবে মোৰ, কোলাত ৰাজাৰ।
উত্তম পাইবে ধন ৰত্ন ৰাজ্যভাৰ॥
ৰাজাৰ কোলাত বসি মোৰ পুত্ৰ সম।
চাহ যদি পাইবাক আদৰ মৰম॥
তেনেহলে ই জীৱন কৰি পৰিহাৰ।
মোৰ গৰ্ভে সুজনম লহি পুনৰ্ব্বাৰ॥"

বিমাতাৰ এহি ৰূপ গৰ্ব্বিত উত্তৰ।
বাজিলেক বজ্ৰ সম অন্তৰে ধ্ৰুৱৰ॥
নেত্ৰ হস্তে ক্ষণমাত্ৰে কৰি ছল ছল।
বহিলেক দুইধাৰ বেগে অশ্ৰু জল॥
কৰিলা গমন পাছে বিষাদিত মনে।
নেত্ৰ বাৰি মছি মছি মাতৃ নিকেতনে॥

তনয়ৰ এহি ভাব দৰ্শিয়া সুনীতি ।
তুলিলা কোলাত তাক স্নেহে শীঘ্ৰগতি ॥
শিৰ চুম্বি কৰি আৰু অশ্ৰু বিমোচন ।
স্নেহ বাক্যে শান্ত কৰি কহিলা বচন ॥
"প্ৰাণৰ পুতলি মোৰ কোৱা বাছাধন ।
কি কাৰণে আজি তোৰ বিষাদিত মন ॥
মুখত নোলায় বাক্য কোৱা কি কাৰণে ?
ফেকুৰি ফেকুৰি কিয় কান্দা ঘনে ঘনে ?
অভাগিনী পুত্ৰ বুলি তোক অনাদৰ ।
কৰিলে কি কোনো জন নিৰ্ম্মম পামৰ ?
কিম্বা কোনো জনে গালি পাৰিলে তোমাক ?
কি দুঃখে কান্দিছা, পুত্ৰ, মুখে নাহি বাক ?
মাৰিলে কি খেমালিত দুষ্ট শিশুগণ ?
কি হেতুকে আজি তব মলিন বদন ?"
সুনীতি বচনে ধ্ৰুব দুঃখ ভাব কৰি ।
অপমান কথা সব কহিলা বিবৰি ॥
তাহাক দেখিয়া ৰাজা যিভাবে ৰহিলা ।
নিষ্ঠুৰা সুৰুচি যি যি কুবাক্য বুলিলা ॥
পুত্ৰ মুখে এহি সব শুনিয়া সুনীতি ।
কৰিলা ক্ৰন্দন হুয়া শোকাকুলা অতি ॥
কহিলাক চাই পাছে পুত্ৰৰ বদন ।
"নকৰিবা শোক মোৰ প্ৰিয় বাছাধন ॥
নোহোঁ পুণ্যবতী মই, নহা পুণ্যবান ।
হুইলে কি পোৱা, পুত্ৰ, এত অপমান ?
নহিলোঁ নৃপতি প্ৰিয়, দাসী সম আমি ।
ই কাৰণে ৰাজস্নেহ নলভিলা তুমি ॥
সুৰুচি কৰিলে বহু পুণ্য পূৰ্ব্বকালে ।
এতেক সম্পদ এবে ভোগে তাৰ ফলে ॥

দুঃখী দুঃখিনীৰ, পুত্ৰ, নাহি আনোপায় ।
দয়াল ঈশ্বৰ মাত্ৰ জানিবা সহায় ॥
সম্পদে বিপদে তেওঁ সৰ্ব্বত্ৰে সমান ।
তেওঁ বিনে আমাসাৰ নাহি আৰু আন ॥”
দিব্যজ্ঞান পালে ধ্ৰুব জননী বচনে ।
ঈশ্বৰ ভক্তিৰ ভাব প্ৰবেশিলে মনে ॥
জন্মিল বিৰাগ ধন জন ৰাজ্যভাৰে ।
ঈশ্বৰ ভক্তিসে সাৰ কৰিলা অন্তৰে ॥
প্ৰেমময় নামে মত্ত হুয়া, দৃঢ়মনে ।
ঈশ উপাসনা হেতু প্ৰবেশিলা বনে ॥

## নক্ষত্ৰ

অন্তৰীক্ষবাসী নক্ষত্ৰ নিকৰ ।
বিতৰিছা কৰ নেত্ৰ তৃপ্তিকৰ ॥
উদ্যানত যেনে ৰাশি ৰাশি ফুল ।
শোভন্ত ধৰিয়া সৌন্দৰ্য্য অতুল ॥
কিম্বা আকৰত হীৰা ঝলমল ।
শোভিছা সি মতে আকাশ বিমল ॥
কোন্ তোমালোক সদা হৰ্ষ মন ।
হাঁসি হাঁসি আলো কৰা বিতৰণ ?
নভঃস্থলে বসি বিস্তাৰি নয়নে
ভূধৰ নগৰ গহ্বৰ কাননে,
লোকগণ যত মায়া মুগ্ধ অতি,
ভ্ৰমযুক্ত সদা পাপ কৰ্ম্মে ৰতি,
দেখিয়া ই ৰঙ্গ সহাস্য বদনে,
হাঁসিছা কি সবে বিদ্ৰূপিয়া মনে ?

কিম্বা অজানিতে গৃহৰ ভিতৰ।
মনে মনে তব প্ৰসাৰিয়া কৰ॥
সাক্ষীৰূপে কি হে কৰিছা দৰ্শন।
ৰাত্ৰি কি অধৰ্ম্ম কৰে নৰগণ॥
আশ্ৰয়বিহীন অথবা যি সবে।
কোনো কাৰ্য্য হেতু ৰাত্ৰিকালে ভ্ৰমে॥
অন্ধকাৰে সেহি পথিক কাৰণে।
কৰা কিবা আলো বিমল কিৰণে?
ধন্য তোমালোক শূন্যবাসীগণ।
অপৰূপ ৰূপ নয়ন ৰঞ্জন॥
তোমালোক সবে যাহাৰ সৃজন।
কোৱাহে আমাক কোন সেহিজন॥

## বায়ু

তুমি হে সমীৰ সৰ্ব্ব জীৱগণ প্ৰাণ।
অদৃষ্টৰূপেৰে ব্যাপি আছা সৰ্ব্ব স্থান॥
নিশ্বাস প্ৰশ্বাস কৰি কেৱল তোমাত।
ধৰিছে পৰাণ আছে জীৱগণ যত॥

নিদাঘৰ কালে যৱে নিৰ্দ্দয় তপন।
তীক্ষ্ণ কৰে আকুলিত কৰে জীৱগণ॥
ৰবিৰ কিৰণ নৰ সহিব নোৱাৰি।
“বতাস বতাস” বুলি ডাকে ঘন কৰি॥

কেতিয়াবা দেখোঁ। তব ভাব বিপৰীত।
হুঁ হুঁ কৰি মহাশব্দে বহা চতুৰ্ভিত॥
পৰাস্ত যি বৃক্ষশাখে মত্ত কৰী কৰ।
অনায়াসে ভাঙ্গা তাক কৰি মড় মড়॥

নাবিকৰ উড়ে প্ৰাণ তোমাৰ গৰ্জ্জনে ।
গৃহদ্বাৰ ভগ্ন কৰি হিংসা নৰগণে ॥
কি আশ্চৰ্য্য ! হুয়া তুমি জীৱৰ জীৱন ।
ক্ষণে শত্ৰু হোৱা, ধৰি মুৰতি ভীষণ ॥

শীতত ভিক্ষুকে যৱে কঁপে থৰ থৰি ।
জানু, ভানু, কৃষাণু আশ্ৰয় মাত্ৰ কৰি ॥
শীতল বতাসে অতি তুমি হে পৱন ।
বস্ত্ৰহীন ভিক্ষুকক কৰা উৎপীড়ন ॥

কেতিয়াবা ফুটে যৱে কেতকী বকুল ।
কামিনী কমল চম্পা আদি নানা ফুল ॥
গন্ধবহ ! গন্ধ তুমি কৰি বিতৰণ ।
ঘ্ৰাণেন্দ্ৰিয় আনন্দিয়া তুষ্ট কৰা মন ॥

কিম্বা যৱে পক্ষীগণ মধুৰ কূজনে ।
কৰে নানাবিধ গীত হৰষিত মনে ॥
শব্দবহ ! সেই শব্দ কৰিয়া বহন ।
কৰা আমোদিত তুমি মানৱ শ্ৰৱণ ॥

আশ্চৰ্য্য তোমাৰ গুণ হেৰা প্ৰভঞ্জন ।
প্ৰাণ ধাৰণৰ মূল তুমিসে কাৰণ ॥
শতবাৰ নমস্কাৰ সেহি মহাজনে ।
যিজনে নিৰ্ম্মিলে, বায়ু, তোমাক যতনে ॥

## বিবিধ কথা

(১)

স্বৰ্ণ অট্টালিকা তলে কৰোক বসতি ।
পিন্ধোক মহাৰ্ঘ বস্ত্ৰ শোভাময় অতি ॥
ৰত্নময় অলঙ্কাৰ, শৰীৰে জ্বলোক তাৰ,
যদি চিন্তা ৰোগে তাৰ অন্তৰ দহয় ।
নোহে সুখী সেহিজন জানিবা নিশ্চয় ॥

(২)

যিজনৰ অন্তৰত ধৰ্ম্মভাব নাই
কেৱল বাহিৰে ভক্ত, লোকক দৰ্শায় ॥
সুদীৰ্ঘ চন্দন ফোট, কপালে কৰোক যুত,
গঙ্গা গয়া কাশীপুৰী কৰোক গমন ।
সিজন ধাৰ্ম্মিক, শিশু, নোহে কদাচন ॥

(৩)

পৰিশ্ৰমে অপাৰগ ক্ষুধাত কাতৰ
লাখুতি আশ্ৰয়ে ভিক্ষা কৰে ঘৰে ঘৰ ॥
ই হেন ভিক্ষুক জনে, দয়া নাহি যাৰ মনে,
থাকোক অতুল ধন সম্পত্তি অপাৰ ।
ই সব বৈভব তাৰ কেৱলে অসাৰ ॥

(৪)

মাতৃভূমি শ্ৰেষ্ঠ ভাবি জগত ভিতৰে ।
নাহি জন্মে অনুৰাগ যিজন অন্তৰে ॥
গুণানুকীৰ্ত্তন তাৰ, যদি লোক অনিবাৰ
কৰে শতমুখে, জ্ঞানী বোলে সৰ্ব্বজন।
তথাপি নোবোলোঁ তাক প্ৰকৃত সুজন ॥

# ভবিষ্যৎ কাল

ভবিষ্যৎ কাল্পনিক সুখৰ আলয়।
মনুষ্যৰ দৃষ্টি সদা সি দিশে থাকয়॥
কোনো জন ৰোগগ্ৰস্ত, শৰীৰ জৰ্জ্জৰ।
তথাপি ৰাখিছে আশা ভাবিকালোপৰ॥
বৰ্ত্তমান হলে গত কিছু দিন পৰে।
ভাবিছে হইবোঁ সুস্থ, ৰোগ যাবে দূৰে॥
কেনোবা দৰিদ্ৰ বসি সামান্য কুটিৰে।
ভাবিছে সম্পদ সুখ পাইবোঁ অচিৰে॥
এহিৰূপে সব নৰ কৰে শান্তি আশা।
ভবিষ্যৎ কালে মাত্ৰ কৰিয়া ভৰসা॥

কোনো কোনো জনে কিন্তু মনে কৰে ভয়।
কিবা জানি কি বিপদ ভবিষ্যতে হয়॥
ধনী ভাবে কিবা চোৰ তাৰ বহু ধন।
কোন দিন আসি কৰে সমস্ত হৰণ॥
ভূপতি মনত চিন্তা কৰয় অপাৰ।
কিবা জানি কেতিয়াবা যায় ৰাজ্যভাৰ॥
অহঙ্কাৰী কৰে ভয় কৰিবাক গৰ্ব্ব।
কিবা জানি ভবিষ্যতে গৰ্ব্ব হয় খৰ্ব্ব॥

যাক ঘৃণা কৰিবাক চাহে তাৰ মন।
তাৰ সমে কালে কিবা লভয় পতন॥
এহিৰূপ ভাবি নৰ কুণ্ঠিত থাকয়।
ভৰি ভাবীকাল, অতি দস্ত সকৰয়॥

এহি বৰ্ত্তমান ৰূপ ভবিষ্যৎ কাল
হোৱা হলে, ই সংসাৰে বিপদ জঞ্জাল॥
ঘটিল হতন বহু। ভাবি শান্তি ভয়
ভবিষ্যৎ গৰ্ভে, লোক সুখী দুখী হয়॥

## নিদ্ৰা

তীক্ষ্ণ কৰ সম্বৰণ কৰি দিনমণি।
লুকাল পশ্চিমাচলে; আহিল ৰজনী॥
নিস্তব্ধ সমস্ত জীৱ নিস্তব্ধ ভুবন।
নিদ্ৰা পৰাক্ৰমে এবে সবে অচেতন॥

কি আশ্চৰ্য্য শক্তি তব নিদ্ৰা কুহকিনী!
অখিল জগতে তুমি বিশ্ৰাম দায়িনী॥
ধনী দীন সুখী দুঃখী নৰেন্দ্ৰ ভিক্ষুকে।
সবাকো বিশ্ৰাম দিছা ধৰি নিজ বুকে॥

হাস্যমুখ ক্ৰীড়মান সতত অস্থিৰ।
হেন শিশু দেখোঁ এবে তব ক্ৰোড়ে স্থিৰ॥
কৃষক সমস্ত দিন কৰি বল ক্ষয়।
মহাসুখে তব ক্ৰোড়ে বিশ্ৰাম লভয়॥

বিবিধ ব্যাপাৰে পড়ি প্ৰাণ জৰ্জ্জৰিত।
নাহি ক্ষুধা তৃষ্ণা, মাত্ৰ চিন্তা আকুলিত॥
সেহিৰূপ কত এবে চিন্তাকুল জন।
চিন্তা পৰিহৰি তব ক্ৰোড়ে অচেতন॥

এই দেখা মহাবীৰ বলে মত্ত সদা।
যাৰ ভয়ে ৰিপুগণ কঁপয় সৰ্ব্বদা॥
দুৰ্ব্বলৰ প্ৰায়, নিদ্ৰা, তোমাৰ শাসনে।
মৃতবৎ নিজ দেহ ৰাখিছে শয়নে॥

এহি ৰাজ অধিৰাজ ৰাজ কাজ এৰি।
লোটাইছে নিজ দেহ তব পদে পড়ি॥

এহি সুখী আন সুখ দিয়া বিসৰ্জ্জন ।
তব স্পৰ্শ সুখ এবে কৰে আৰাধন ॥

নৰ, পশু, পক্ষী আদি যত জীৱগণ ।
ৰাত্ৰিকালে লয় সবে তোমাৰ শৰণ ॥
তোমাত বঞ্চিত যিটো থাকয় নিশান্তে ।
কোনো সুখে সুখবোধ নোহে তাৰ প্ৰান্তে ॥

কি আশ্চৰ্য্য মায়া তব হেৰা মায়াবিনী ।
বাকহীন তব স্পৰ্শে আছে সব প্ৰাণী ॥
শায়িত সকলো মৃতপ্ৰায় ধৰাধামে ।
জাগিছে এজন মাত্ৰ বৈজয়ন্ত ধামে ॥

আৰু এক ৰঙ্গ তব অতি আচৰিত ।
দৰ্শোৱা বিবিধ স্বপ্ন সুৰঙ্গে ৰঞ্জিত ॥
নিজ দেশ এড়ি যেন, দেখে কোনো জন ।
সাগৰ লঙ্ঘিয়া কৰে বিদেশ ভ্ৰমণ ॥

কোনো দীন জন দেখে হুয়া ৰাজ্যেশ্বৰ ।
বসিয়াছে সিংহাসনে হৰিষ অন্তৰ ॥
কোনোবা ভূপতি দেখে যেন হীন প্ৰায় ।
গৃহস্থৰ গৃহে গৃহে ভিক্ষা কৰি খায় ॥

কোনো জন কান্দে যেন আখি ছল ছল ।
কোনোএ বা আনন্দত হাঁসে খল খল ॥
কোনো জন দেখে যেন মৃত পৰিজন ।
কোনো জন পঙ্গু যেন নচলে চৰণ ॥

কুহকিনী ! ধৰা তুমি কুহক অতুল ।
তোমাৰ মায়াত নৰ মন হোৱে ভুল ॥
মিছা কথা সত্য ৰূপে হোৱয় প্ৰতীত ।
সত্যও মিছাৰ ৰূপে হোৱয় ঘটিত ॥

## ধাৰ্ম্মিক কোন্ ?

ধাৰ্ম্মিক জনৰ কথা শুনো লোক মুখে ।
নজানয় দুঃখে বোলে সদা থাকে সুখে ॥
নলাগয় অৰ্থ তাঙ্ক অতুল সম্পত্তি ।
বিপদতো নোহে বোলে বিচলিত মতি ॥
কাহাক ধাৰ্ম্মিক, মাতঃ, বোলে লোকগণ ?
কহিয়া কৰিও মোৰ অজ্ঞতা ভঞ্জন ॥

হোৱে কি ধাৰ্ম্মিক সিটো সদাকাল যাৰ ।
যাৱে মহাসুখে, ভোগে ঐশ্বৰ্য্য অপাৰ ॥
নাহিক অভাব মনে, চিত্ত স্ফীট হৰ্ষে ।
ইচ্ছামাত্ৰে সব দ্ৰব্য লভে অনায়াসে ॥
হোৱে কি ধাৰ্ম্মিক, মাতঃ, হোৱে সেহিজন ?
নহয় নহয় সিটো প্ৰিয় বাছাধন ॥

তবে নিত্য প্ৰাতঃস্নান কৰি যিটো জন ।
মুখত ঈশ্বৰ নাম ধৰনে প্ৰতিক্ষণ ॥
আনিয়া বিবিধ পুষ্প দুৰ্ব্বাদল সহ ।
কৰয় দেবতা পূজা দেখোঁ অহৰহ ॥
হোৱে কি ধাৰ্ম্মিক, মাতঃ, হোৱে সেহিজন ?
নহয় নহয় সিটো প্ৰিয় বাছাধন ॥

নিজ গৃহ পৰিহৰি অথবা যি জনে।
কৰে বাস হৰ্ষ চিত্তে কাশী বৃন্দাবনে॥
দেবৰ প্ৰসাদ ভুঞ্জে, নিৰ্ম্মাল্য গ্ৰহয়।
পাণ্ডাক দক্ষিণা দানে সদাই তোষয়॥
হোৱে কি ধাৰ্ম্মিক, মাতঃ, হোৱে সেহিজন?
নহয় নহয় সিটো প্ৰিয় বাছাধন॥

তেনেহলে, বক্ষে যিটো বঙ্গা সোনা ধৰি।
ৰজত মস্তক যুত যষ্ঠি হাতে কৰি॥
অশুচি গছকোঁ বুলি সতৰ্ক গমনে।
"ছুবি ছুবি" বুলি ফুৰে ভয় কৰি মনে॥
হোৱে কি ধাৰ্ম্মিক, মাতঃ, হোৱে সেহিজন?
নহয় নহয় সিটো প্ৰিয় বাছাধন॥

কিম্বা যিটো জনে শিৰে জটাজুট ধৰে।
গোময় কৰিয়া ভস্ম লেপয় শৰীৰে॥
বাঘাম্বৰ শয্যা যাৰ, ভাঙ্গ ঘোটা খায়।
দেখাত যাহাৰ ৰূপ সদাশিৱ প্ৰায়॥
হোৱে কি ধাৰ্ম্মিক, মাতঃ, হোৱে সেহিজন?
নহয় নহয় সিটো, প্ৰিয় বাছাধন॥

নোৱাৰে হুইব, পুত্ৰ, সি সব ধাৰ্ম্মিক।
বাহিৰে ধাৰ্ম্মিক, যদি শুদ্ধ নোহে চিত্ত॥
আন্তৰিক ভক্তি যাৰ ঈশ্বৰৰ প্ৰতি।
প্ৰবঞ্চনা দুষ্টভাবে নাহি যাৰ মতি॥
পৰ উপকাৰ হেতু সদা যাৰ মন।
তেওঁসে ধাৰ্ম্মিক লোক, প্ৰিয় বাছাধন॥

যাহাৰ হৃদয়ে নজ্বলয় হিংসানল ।
ঈশ্বৰক সাৰ বুলি ভাৱন্ত কেৱল ॥
তেওঁৰ অপ্ৰিয় কৰ্ম্ম কদাপি নকৰে ।
নৰনিন্দা অপবাদ জিহ্বাত নধৰে ॥
নহইও তীৰ্থগামী, সিৰূপ সুজন ।
ধাৰ্ম্মিক হইবে পাৰে, প্ৰিয় বাছাধন ॥

ইৰূপ জনৰ, পুত্ৰ, নাহি একো ভয় ।
ঈশ্বৰ ভক্তিতে মত্ত, সদা হৰ্ষময় ॥
মৃত্যুৰ গম্ভীৰ স্বৰে সাধাৰণ হেন ।
নকঁপে তেওঁৰ প্ৰাণ, নোহে ভীত মন ॥
সহাস্যে কৰিব খোজে মৃত্যু আলিঙ্গন ।
ধাৰ্ম্মিক ইৰূপ লোক, প্ৰিয় বাছাধন ॥

## ঐক্যবল

বহু তাৰাগণ মিলি তমঃ কৰে নাশ ।
বহু অক্ষৰৰ যোগে পুস্তক প্ৰকাশ ॥
বহু ক্ষুদ্ৰ শিলা কৰে প্ৰাচীৰ গঠন ।
বহু বৃষ্টি কণা যোগে প্লাবিত ভুবন ॥
বহু তৃণ যোগে হয় বাৰণ বন্ধন ।
বহু ধুলি কণা যোগে পৃথিৱী গঠন ॥
জানিবা ইৰূপে নৰো ঐক্যৰ বলত ।
উদ্ধাৰ কৰয় দেশ ; শুভ শত শত ॥
এহি বলে একদিন হিন্দুৰাজগণ ।
কৰিছিলে দেশোজ্জ্বল দমি ৰিপুগণ ॥
ত্যজি মাত্ৰ এহি বল সেহি ৰাজগণে ।
যবনাধিকাৰে হ'ল দলিত চৰণে ॥

ৰত্নগৰ্ভা ভাৰতকো কৰিলে অৰ্পণ।
হেকুৱালে কণ্ঠমণি স্বাধীনতা ধন॥
ঐক্য বলে কত ৰাজ্য মহা পৰাক্ৰমী।
শত্ৰুএ নাপায় আশ, সদা থাকে দমি॥
যত দেখা মহা কৰ্ম্ম, আত সম্পাদন।
ঐক্যবলে হোৱে, শিশু, অসাধ্য সাধন॥

## বনগমনে ৰামৰ অঙ্গীকাৰ

বিমাতা আলয়ে ৰাম কৰিয়া প্ৰবেশ।
দেখিয়া আসীন পিতা চিন্তাত নিবেশ॥
মৌনভাব যুক্ত ৰাজা নিস্তেজ নয়ন।
কৈকেয়ী দণ্ডায়মানা হৰষিত মন॥
প্ৰণমি পিতাক ৰাম আহ্লাদিত মনে।
বন্দিলা বিনীতভাৱে কৈকেয়ী চৰণে॥
"হা ৰাম" উচ্চাৰি নৃপ পড়িলা ভূতল।
মুদ্ৰিত নয়ন কোণে বহিলেক জল॥
অচেতন মহাৰাজ হুইলেক ক্ষণে।
নপাৰিলে আৰু একো কহিবে নন্দনে॥
অচিন্ত্য অপূৰ্ব্ব এহি ভাবে নৃপতিৰ।
হুইলা ক্ষুভিত ৰাম হৃদয় অস্থিৰ॥
পিতৃ ভক্ত দাশৰথী ভাবিলা অন্তৰে।
"কি কাৰণে আজি পিতা অনাদৰ কৰে॥
অন্যান্য দিবসে কিন্তু হলেও কুপিত।
মোক দৰশিলে স্নেহে হোৱে বিগলিত॥"

বিলীন বদন-দ্যুতি কৌশল্যা নন্দন।
বাপীক সম্বোধি পাছে কহিলা বচন॥

"কি হেতু ৰাজাৰ আজি বিকাৰ অন্তৰে ?
কি কষ্টে তাহাক, মাতঃ, চিন্তাকুল কৰে ?
কিম্বা দোষ দৰ্শি মোত সক্ৰোধ অন্তৰ ?
সি কাৰণে আজি মোক নকৰে আদৰ ॥
যদি অজানিতে দোষ কৰি আছোঁ আমি ।
জনকক সুপ্ৰসন্ন কৰিও, জননি ॥
অপৰাধ যেন পিতা ক্ষময় আমাৰ ।
ই দাস চৰণ যুগে নমে শতবাৰ ॥"

শুনি হৰ্ষে সুমধুৰ শ্ৰীৰামৰ বাণী ।
কহিলা নিলৰ্জ্জা দুষ্টা কৈকেয়ী পাপিনী ॥
"নৃপতি কুপিত নোহে, নাহি কোনো দুঃখ ।
কুণ্ঠিত কেৱল মাত্ৰ দৰ্শি তব মুখ ॥
আছয় কিঞ্চিৎ ভাব ৰাজাৰ অন্তৰে ।
তোমাৰ ভয়ত কিন্তু প্ৰকাশ নকৰে ॥
প্ৰিয় পুত্ৰ তুমি ৰাম, অপ্ৰিয় তোমাক ।
কহিবে ৰাজৰ মুখে নোলাৱয় বাক ॥
ৰবিকুল ৰবি তুমি, উচিত তোমাৰ ।
পিতৃসত্য পালি তাঙ্ক কৰিবে উদ্ধাৰ ॥
আগে দিয়া বৰ ৰাজা তুষ্ট হুয়া মোত ।
সাধাৰণ প্ৰায় এবে হুইছে তাপিত ॥
যদি তুমি পিতৃসত্য নকৰা লঙ্ঘন ।
কহোঁ তবে সেহি কথা কৰিও শ্ৰৱণ ॥"

উত্তৰিলে এহিৰূপে কেকয় নন্দিনী ।
কহিলা ব্যথিত মনে ৰাম ৰঘুমণি ॥
"অনুচিত তব, দেৱি, ঈদৃশ বচন ।
পাৰোঁ কি পিতাৰ বাক্য কৰিতে লঙ্ঘন ?

পিতাৰ আদেশে, মাতঃ জানিবা নিশ্চিত ।
জ্বলন্ত পাবকে পাৰোঁ হুইবে পতিত ॥
কিম্বা কালকূট কৰি সহৰ্ষে ভক্ষণ ।
পাৰোঁ শেষ কৰিবাক মোৰ ই জীৱন ॥
থাকোক পিতাৰ কথা, তোমাৰ বচনে ।
পাৰোঁ কৰিবাক, দেবি, সব এতিক্ষণে ॥
জানিবা নিশ্চয়ে মোৰ নাহি দুই বাণী ।
পালিবোঁ পিতাৰ আজ্ঞা, কহিও জননি ॥”

সত্যবাদী শ্ৰীৰামৰ ইৰূপ বচনে ।
কহিলা দাৰুণ বাক্য দুষ্টা হৃষ্ট মনে ॥
“দেবাসুৰ যুদ্ধে যৱে অস্ত্ৰত জৰ্জ্জৰ ।
ৰাজাক শুশ্ৰূষা, পুত্ৰ, কৰিলোঁ বিস্তৰ ॥
সেবাত হুইয়া সুস্থ তুষ্ট নৰপতি ।
চাহিলা দিবাক বৰ হৰ্ষ চিত্তে অতি ॥
বিস্ফোটে পীড়িত যৱে, সেবিলোঁ বিস্তৰ
সিহেতুকে নৃপতি যাচিলা অন্য বৰ ॥
সুসময় জানি আজি মাগোঁ দুই বৰ ।
সিকাৰণে নৰপতি চিন্তিত অন্তৰ ॥
একে বৰে ভৰতক চাহোঁ ৰাজাপতি ।
অন্য বৰে মাগোঁ, ৰাম, বনে তব গতি ॥
যদি এহি সত্যে কৰা ৰাজাক উদ্ধাৰ ।
শুনা তবে, ৰঘুমণি, বচন আমাৰ ॥
এৰি ৰাজ্য অভিষেক, ত্যজি ধন জন ।
সুখ পৰিহৰি কৰা অৰণ্যে গমন ॥
জটাজুট চীৰ ধৰি ধিসপ্ত বৎসৰ ।
কৰা বাস মুনি প্ৰায় দণ্ডক ভিতৰ ॥

ভৰত অযোধ্যাধামে হোক নৰপতি ।
কৰোক পালন প্ৰজা নিষ্কণ্টকে অতি ॥
জনকৰ এহি সত্য কৰিয়া পালন ।
সম্প্ৰতি উদ্ধাৰা তাঙ্ক, কৌশল্যা নন্দন ॥”

কুবাক্য মৰণোপম শুনি কৈকেয়ীৰ ।
নহই ব্যথিত কিম্বা অন্তৰ অস্থিৰ ॥
কহিলা সহাস্যে ৰাম দশৰথাত্মজ ।
“নব পঞ্চ বৰ্ষ আমি ৰবোঁ বন মাঝ ॥
ধৰিবোঁ বল্কল জটা এৰি ৰাজ্যধন ।
কৰিবোঁ অকষ্টে বাস দণ্ডকৰ বন ॥
কিন্তু জানিবাক চাহোঁ, যেন পূৰ্ব্বাপৰ ।
কি দোষে জনক আজি নকৰে আদৰ ॥
পুত্ৰ হয় পিতৃভৃত্য ; ভৃত্যে আদেশিবে ।
কি গৌৰৱ জনকৰ অন্তৰে সম্ভৱে ?
পিতা গুৰু পিতা ৰাজা দেৱতা স্বৰূপ ।
যিৰূপ আদেশে পিতা কৰিবোঁ সিৰূপ ॥
ভৰতক দিয়া ৰাজ্য কৰিবে ভূপতি ।
ইটো অতি শুভ বাৰ্ত্তা হোৱে মোৰ প্ৰতি ॥
ভৰত ভাইত মোত নাহিকে অন্তৰ ।
সন্তোষৰ কথা, ভাই হলে ৰাজ্যেশ্বৰ ॥
কিন্তু দুঃখ মোৰ, এহি শুভময় অতি ।
নকহিলে বাৰ্ত্তা মোক স্বয়ং নৰপতি ॥
তীব্ৰগ তুৰগ যোগে গই ৰাজদূতে ।
মাতুল আলয় হন্তে আনোক ভৰতে ॥
অবিচাৰ্য্য পিতৃবাক্যে যাইয়া সত্বৰ ।
ৰহিবোঁ অৰণ্য মাঝে ৰিসপ্ত বৎসৰ ॥”

ধীৰমতি শ্ৰীৰামৰ ইবাক্য শ্ৰৱণে।
কহিলা কৈকেয়ী প্ৰীতি প্ৰফুল্ল নয়নে॥
"যাইবেক দ্ৰুত দূত আনিবে ভৰতে।
সব কাৰ্য্যে শীঘ্ৰ সিদ্ধ হব যথাৱতে॥
নকৰি বিলম্ব কিন্তু যোৱা তুমি বন।
উচিত নেদেখোঁ আৰু তব বিলম্বন॥
পুৰহন্তে বাহিৰ নোহোৱা যতক্ষণ।
নকৰয় স্নান ৰাজা নকৰে ভোজন॥"

বিমাতৃ দাৰুণ বাক্য ব্যথিত অন্তৰ।
হুয়া ৰাম নম্ৰভাৱে কৰিলা উত্তৰ॥
"পিতৃমাতৃ প্ৰিয় কাৰ্য্য আছয় যতেক।
উচিত পুত্ৰৰ পক্ষে কৰিবে ততেক॥
পিতাৰ শুশ্ৰূষা কিম্বা আদেশ পালন।
হোৱয় তনয় পক্ষে ধৰ্ম্ম আচৰণ॥
পিতা নকলেও দেবি, তোমাৰ আদেশে।
কৰিবোঁ অৰণ্যে বাস তপস্বীৰ বেশে॥
ভৰতে পালোক প্ৰজা পুত্ৰৰ সমানে।
পিতাক শুশ্ৰূষা আৰু কৰোক যতনে॥
অতি বৃদ্ধ পিতা মোৰ, তুমিও জননি।
কৰিবা শুশ্ৰূষা, পতি ভক্তি ধৰ্ম্ম মানি॥"
ৰাম বাক্যে মহাৰাজ বিহ্বল অন্তৰে।
বাষ্পপূৰ্ণ নেত্ৰে কান্দিলেক উচ্চৈঃস্বৰে॥

কৰিলা গমন ৰাম অবিকাৰ মনে।
কৌশল্যা আলয়ে, বন্দি পিতাৰ চৰণে॥

## ঈশ্বৰ প্ৰকৃত বন্ধু

সুগন্ধে আমোদি যৰে মালতী ফুটয়।
মধুলোভে শত অলি আসিয়া মিলয়॥
সম্পদ সময়ে সেহিৰূপে সৰ্ব্বজনে।
বোলায় বান্ধব তব, লক্ষ্য ৰাখি মনে॥
দেখায় বাহিৰে সবে প্ৰাণাধিক স্নেহ।
তোষিয়া তোমাক মধু বাক্য অহৰহ॥
পড়িবা বিপদে কিন্তু যৰে হুবা দীন।
নাসিবে সিসব দেখি তোমাৰ দুৰ্দ্দিন॥
সৰিলে মালতী যেনে গলে মধু-ধন।
তাৰ পাশে আসি অলি নকৰে গুঞ্জন॥
বৰম্ হুইবে তুষ্ট তোমাৰ পতনে।
কহিবে কুযশ লাগে নানা কুবচনে॥
সম্পদে বন্ধুত্ব, শিশু, সবেও দেখায়।
বিপদৰ কালে কিন্তু সব লোপ পায়॥
মুখৰ বান্ধব সবে কাৰ্য্যত নহয়।
ঈশ্বৰে সে দিয়ে মাত্ৰ সতত আশ্ৰয়॥
তেওঁসে প্ৰকৃত বন্ধু সকলোৰে পিতা।
সম্পদে বিপদে সমে আশ্ৰয় দিওঁতা॥

## বসন্ত ঋতু

আগত বসন্ত, অন্ত শীতকাল।
দৰিদ্ৰৰ এবে গুছিল জঞ্জাল॥
সন্ধ্যা প্ৰাতে লোক শীত উৎপীড়নে।
অগ্নিশালে অগ্নি নাজ্বালে যতনে॥

সুশীতল জল হেতু নাহি ভয়।
শীত বস্ত্র প্রয়োজন নাহি হয়॥
শীত পরাক্রমে নকঁপে স্থবির।
জর জর অঙ্গে হুইয়া অস্থির॥

ক্রমে ধরে রবি কিরণ প্রবল।
ধ্বংসি দিনে দিনে শীত ঋতু বল॥
এবে মধুকাল মধুভাব ধরি।
আসি উপস্থিত হর্ষ মন করি॥

বহিছে অনিল দিবস রজনী।
উড়াইছে ধূলা করি মহাধ্বনি॥
হালে জালে বৃক্ষ, নাচে তৃণগণ।
সবে আনন্দিত সহাস্য বদন॥

আসিয়া কোকিল কুহু কুহু স্বরে।
বৃক্ষ ডালে বসি হৰিস অন্তরে॥
মানব শ্রবণ করি আমোদিত।
বসন্তাগমন করিছে ঘোষিত॥

আরু কত পক্ষী নানাগতি ধরি।
হরষিত মনে শূন্যে শূন্যে উরি॥
কতো বৃক্ষে বসি সারি সারি হুয়া।
থাকে সপ্তস্বরা স্বরক নিন্দিয়া॥

করি তরু লতা শুষ্ক পাত পাত।
শোভিছে পুলকে ধরি নব পাত॥
ফুটে বন মাঝে নানা জাতি ফুল।
সুগন্ধে অলির করি মনাকুল॥

যেন বনদেৱী কষ্টে কৰি গত ।
গ্ৰীষ্ম বৰ্ষা শীত আদি ঋতু যত ॥
এবে মধুকালে বৰ্ষৰ অন্তত ।
ধৰে নব শোভা মনৰ হৰ্ষত ॥
বসন্ত মিলনে সবে আনন্দিত ।
তৰু তৃণ লতা সি সবো সজ্জিত ॥
মাত্ৰ নাহি সুখ বিৰহীৰ মনে ।
প্ৰিয়জন হেতু কান্দে তাৰ প্ৰাণে ॥

পিক কুহুস্বৰ বসন্ত সমীৰ ।
বিষ সম কৰে অন্তৰ অস্থিৰ ॥
অধোমুখে সিটো বসি এক ঠাই ।
টোকে নেত্ৰবাৰি হায় হায় হায় ॥

## নীতি কথা

(১)

বিষ হন্তে কৰে যিটো অমৃত গ্ৰহণ ।
আদৰে কুস্থান হন্তে তোলয় কাঞ্চন ॥
নীচ জন হন্তেও সুবিদ্যা শিক্ষা কৰে ।
সিজনক জ্ঞানী বুলি জানিবা অন্তৰে ॥

(২)

শিমলুৰ ফুল অতি দেখোঁতে সুন্দৰ ।
গন্ধাভাৱে নাই কিন্তু সিটোৰ আদৰ ॥
সিৰূপ নিৰ্গুণ লোক নাহি পাৱে মান ॥
যদিও দেখাত অতি হোৱে ৰূপবান ॥

(৩)

যত দ্ৰব্য জক মক কৰে পৃথিৱীত ।
সবেও নহয় বস্তু জানিবা নিশ্চিত ॥
সেহিৰূপ সাৰযুক্ত নোহে কদাচন ।
বাহ্য আড়ম্বৰী যত আছে নৰগণ ॥

(৪)

প্ৰদীপে থাকিলে তেল নিয়মিত জ্বলে ।
অধিক জ্বলয় কিন্তু নিৰ্ব্বাণৰ কালে ॥
সিৰূপ সম্পদে লোক থাকি নিয়মিত ।
পতনৰ অগ্ৰে দম্ভ কৰয় অধিক ॥

(৫)

দুৰ্ব্বল প্ৰজাৰ বল নৃপতি কেৱল ।
শিশুৰ হোৱয় মাত্ৰ ৰোদনেসে বল ॥
ৰমণীৰ স্বামী বল, মৌনই মূৰ্খৰ ।
উচ্চস্বৰ বল বলহীন কুকুৰৰ ॥

(৬)

খল হোৱে দুষ্ট জন, বিখ্যাত ভুবনে ।
বিষাক্ত ফণীও দুষ্ট কয় সৰ্ব্বজনে ॥
ফণী থাকি দুষ্টতৰ হোৱে কিন্তু খল ।
মুখত মধুৰ ভাণ্ড অন্তৰে গৰল ॥

(৭)

অল্প বৰষুণে ধূলি মাৰ নাযায় ।
অলপ জলত তৃষ্ণা দূৰ নহয় ॥
অল্প বিদ্যা নৰমন নকৰে মাৰ্জ্জিত ।
ৰথাম্ ভীষণৰূপে কৰয় গৰ্জ্জিত ॥

## বন প্ৰস্থানৰ সময়ত পিতাৰ বিদায় লবলৈ ৰামৰ গমন

যতেক দৰিদ্ৰ প্ৰজা ভিক্ষুক ব্ৰাহ্মণ।
সকলোকে মুক্তহস্তে দিয়া বহুধন ॥
পিতাক দৰ্শিবে হেতু শ্ৰীৰাম লক্ষ্মণ।
সীতাক লইয়া সঙ্গে কৰিলা গমন ॥
শ্ৰীৰাম লক্ষ্মণ সীতা পদব্ৰজে যায়।
তাক দেখি প্ৰজাগণ কৰে হায় হায় ॥
শোক প্ৰপীড়িত হুয়া সুদুঃখিত মনে।
কহিলা বিবিধ বাক্য যত প্ৰজাগণে ॥
"যি জনৰ গমনত ৰথ, গজ, হয়,
অসংখ্য পদাতি, সেনা, অনুগামী হয়।
সেহি ৰাজপুত্ৰ আজি যায় পদব্ৰজে।
সঙ্গে কৰি লক্ষ্মীৰূপা জানকী, অনুজে ॥
শৈশব কালৰ পৰা যি ৰাজ তনয়।
সুখভোগে সুবৰ্দ্ধিত, দুঃখ নজানয় ॥
পিতৃবাক্য হেতু আজি সিৰাজ নন্দনে।
ধৰ্ম্মৰ গৌৰবে যায় ৰাজ্য এড়ি বনে ॥
সূৰ্য্যেও নাপাইছিলে যাৰ দৰশন।
সিহেন সীতাক আজি দেখে সৰ্ব্বজন ॥
জিনে যাৰ প্ৰফুল্লিত বদন-কমল।
অলিগণ মনমুগ্ধকাৰী শতদল ॥
সুতপ্ত সুবৰ্ণ জিনে যাহাৰ বৰণে।
নয়ন যুগল জিনে কুৰঙ্গ লোচনে ॥
সিহেন হেমাঙ্গী সীতা বনবাসে যায়।
পাষাণ অন্তৰে কাৰ সহে হায় হায় ॥

ৰাজাক ধৰিছে আজি ভীষণ পিশাচে।
নহলে কি প্ৰিয় পুত্ৰ দিয়ে বনবাসে॥
নিৰ্গুণ মূৰ্খ যদি হোৱেও তনয়।
তথাপি কোনে নো তাক ত্যজিবে পাৰয়?
কিন্তু যাৰ সাধুকৰ্ম্মে বশ ত্ৰিভুবন।
কি কথা আছয় তাক ত্যজিব কাৰণ?
দয়া শাস্ত্ৰ অধ্যয়ন অহিংসা সদ্ভাব
দম* শম† গুণ ছয় ধৰয় ৰাঘৱ॥
গ্ৰীষ্মে শুকাইলে জল যেন জলচৰ।
ৰামৰ দুঃখত প্ৰজা দুঃখিত অন্তৰ॥
মূলৰূপ ধৰ্ম্মসাৰ কৌশল্যা নন্দন।
শাখাপুষ্প ফল পত্ৰ যত প্ৰজাগণ॥
বৃক্ষ মূলে আঘাতিলে যেন পত্ৰ ফুল।
সিৰূপে ৰামৰ দুঃখে প্ৰজাও আকুল॥
দৃঢ় ভ্ৰাতৃস্নেহে ধীৰ সুমিত্ৰা নন্দন।
ধন জন গৃহ এড়ি যায় আজি বন॥
জন শূন্য হোক আজি অযোধ্যা নগৰ।
সব প্ৰজা ৰাম সঙ্গে যাবোঁ এড়ি ঘৰ॥
অযোধ্যা অৰণ্য হোক, মনুষ্য ভৱনে।
কৰোক আসিয়া বাস বন জন্তুগণে॥
শিয়াল ভালুক বাঘে কৰোক চীৎকাৰে।
ধৰোক অযোধ্যা পুৰ ভীষণ আকাৰ॥
বন জন্তু প্ৰজা কৰি কৈকেয়ী পাপিনী।
কৰোক ভৰত সহ ৰাজ্য, ধন্যা মানি॥"

*দম = ইন্দ্ৰিয় নিগ্ৰহ, অৰ্থাৎ কুকৰ্ম্মৰ পৰা নিবৃত্তি।
†শম = অন্তঃকৰণৰ স্থিৰতা।

শুনি এইৰূপ প্ৰজাগণৰ বচন ।
সুহৃষ্ট কিঞ্চিত মাত্ৰ বিচলিত মন ॥
কৰিলা গমন শীঘ্ৰে ভৱনে ৰাজাৰ ।
মাতঙ্গ বিক্ৰম ৰাম কৌশল্যা কুমাৰ ॥

প্ৰাগ্ দ্বাৰে আসোঁতে এইৰূপে তিনিজনে ।
বিলাপি আছিলা নৃপ শোকাকুল মনে ॥
"অনাৰ্য্যে অমিত্ৰে দুষ্টে কৈকেয়ি পাপিণী ।
কেকয় ৰাজাৰ গৃহে জন্মিলি সৰ্পিণী ॥
ৰাম বনবাসে আৰু আমাৰ মৰণে ।
অভীষ্ট পূৰণ আজি তোৰ এত দিনে ॥
তোক ভৰতক আৰু আপোন জীৱন ।
ত্যজিবোঁ, বিধবা হুয়া ভোগ্, ৰাজ্যধন ॥
ৰাম অবিহনে মোৰ প্ৰাণ নাথাকয় ।
নোহোঁ তোৰ বশ পুনঃ জানিবি নিশ্চয় ॥
কৰি কুমন্ত্ৰণা, মূৰ্খে, কোন দুষ্টজন ।
দিলে পৰামৰ্শ, মোৰ বধিবে জীৱন ?
পাপিণী কৈকেয়ী কই পৰামৰ্শ, কাৰ ।
চাহ ৰামে বনবাস, পুত্ৰে ৰাজ্যভাৰ ?
প্ৰজা প্ৰিয় জ্যেষ্ঠ পুত্ৰ ৰাম বিদ্যমানে ।
কনিষ্ঠ ভৰতে তোৰ মতি ৰাজ্য দানে ॥
ধিক্ নাৰীকুলে, শতধিক বিশেষতঃ ।
সেহি স্ত্ৰীক, যিটো অকৃতজ্ঞা তোৰ মত ॥
শুদ্ধভাব ৰাম মোৰ সৰল হৃদয় ।
স্ত্ৰৈণ্য মোক দেৱৰূপ ভকতি কৰয় ॥
ইহেন প্ৰাণৰ পুত্ৰ ৰামক ত্যজিলোঁ ।
নাৰীবাক্যে, সূৰ্য্যবংশে দুৰ্নাম আনিলোঁ ॥

কি কৰে জগত মোক অধম দুৰ্জ্জনে।
কিয় দেহে ৰয় প্ৰাণ, ধিক এজীৱনে॥”
বাতুলৰ প্ৰায় ৰাজা অজৰ নন্দনে।
বিলাপোঁতে এহিৰূপে শোকাকুল মনে॥
ৰাম আগমন বাৰ্ত্তা সুমন্ত্ৰে কহিলা।
“প্ৰবেশ কৰোৱা গৃহে” নৃপ উত্তৰিলা॥
তীব্ৰশোকে পুনঃ ৰাজা মোহাবিষ্ট হয়া।
পড়িলা ভূতলে ক্ষণে আসন এড়িয়া॥

## বিদ্বান্ লোক

মুকুতাৰ মালা যেন ৰমণী কণ্ঠত।
ততোধিক শোভে বিদ্যা মনুষ্য দেহত॥
বহু মূৰ্খ নোহে এক বিদ্বান্ সমান।
যেন চন্দ্ৰ সম নোহে বহু তাৰাগণ॥
বকৰ মাজত হংস যেনে শোভাকৰ।
মূৰ্খৰ সভাতো তেনে বিদ্যাবান নৰ॥
ৰাজাও নহয় কদা বিদ্বান্ সমান।
স্বদেশে পূজিত ৰাজা, সৰ্ব্বত্ৰ বিদ্বান্॥
সূৰ্য্যেও কৰয় আলো কেৱল বাহিৰে।
বিদ্যা কিন্তু কৰে আলো মনুষ্য অন্তৰে॥

## ব্যাঘ্ৰ আৰু মনুষ্য

ব্যাঘ্ৰ অতি দুৰাশয়, বিড়াল আকাৰ।
সদা হিংসা ভাব জ্বলে অন্তৰত তাৰ॥
মৰাল গমন ধৰে মৃণাল কঙ্কালি।
তোহাৰ মস্তক আৰু নয়ন বিজুলী॥

সুৰঞ্জিত দেহ তাৰ বিবিধ বৰণে।
কৰুণাৰ লেশ মাত্র নাহি কিন্তু মনে॥
মৃগ মৃগী যত জন্তু মহিষ গোগণ।
নৰ আদি কৰি প্ৰাণী কৰয় ভক্ষণ॥
বিকট দশন তাৰ; তৃষিত ৰসনা।
ৰক্তপানে; কোনো জীৱে নকৰে কৰুণা॥
যদিও দোষয় তাক সবে, কিন্তু মনে।
ভাবি চালে, তাত থাকি দুষ্ট নৰগণে॥
সহিব নোৱাৰি ক্ষুদ্ৰা শাৰ্দ্দুলে ভক্ষণ।
শত শত প্ৰাণী মাঝে কৰে এক জন॥
কিন্তু দেখা নৰে নৰে সদাই হিংসয়।
যিটো হিংসা পাপ বুলি সল্লোকে ঘৃণয়॥
কিৰূপে কৰিবোঁ নষ্ট আনৰ সম্পত্তি।
এহি ভাব নৰমনে জাগি থাকে অতি॥
যিটো নৰ শ্ৰেষ্ঠ বুলি বিখ্যাত ভুবনে।
সেহি নৰে বধে নৰ ধনৰ কাৰণে॥
ভাবিলে ইৰূপে মনে লোক আছে কত।
ব্যাঘ্ৰ থাকি সুচতুৰ হিংসাৰ কাৰ্য্যত॥
নৰ হস্তে যদি ব্যাঘ্ৰ শিখে হুবে চোৰ।
শতবৰ্ষ শিখিলেও নপাৰিবে ওৰ॥
ব্যাঘ্ৰ বধে দুই এক যিটো তাৰ ভক্ষ।
নৰে কিন্তু শত প্ৰাণী হলেও অভক্ষ॥

## গৃহ পক্ষীৰ প্ৰতি বন পক্ষীৰ উক্তি

মনোৰম ৰঙ্গে
ৰঞ্জিত পিঞ্জৰে
সুখ ভাবি, গৃহ-পক্ষি, কৰা তুমি বাস
ৰৌপ্য প্ৰায় পাত্ৰে
তোমাৰ ভোজন,
কিন্তু ভাবি দেখা, পক্ষি, তুমি পৰ দাস ॥৳

আমি বন দ্বিজ ;
মন-সৰসিজ
সদা প্ৰিয় স্বাধীনতা-মিহিৰ মিলনে,
যেন শতদল
মৃণাল আসনে
প্ৰফুল্লিত থাকে সুখে ভানুৰ কিৰণে ॥

অধীন বিহগ ।
গহন বিপিনে
শোভে যথা বনদেবী শ্যামল বৰণে ।
বিটপি কোটৰে,
সুধীৰ সমীৰে,
কৰোঁ হেৰা বাস আমি স্বাধীন জীৱনে ॥

সদা এক দৃশ্য
তোমাৰ বিহগ !
সেহি গৃহ সেহি পাত্ৰ সেহিসে আসন ।
নাহি নব দৃশ্য
মানস ৰঞ্জন
কিমতে তৃপিতি মানে যুগল লোচন ?

মুক্ত পাক্ষে উড়ি
নগৰে ভূধৰে
নভঃস্থলে ধৰাতলে সৰোবৰে বনে।
মহাসুখে আমি
তৃপ্তি-সুধা দানে
নয়ন চকোৰে মোৰ সন্তোষোঁ৷ সঘনে॥

যদিহে বিহগ!
ভাবিছাহা মনে
সুন্দৰ পিঞ্জৰে অতি তোমাৰ নিবাস।
ভাবিছা পৰান্ন
সুখাদ্য ভোজন,
তেন্তে তব জীৱনে ধিক্‌ৰে পৰদাস!

শুনা কিন্তু আমি,
ভাবিবোঁ৷ সুমিষ্ট
কটু তিক্ত বন ফল, অমীয় সমান।
তৰুৰ কোটৰ
সুবৰ্ণ মন্দিৰ
ভাবিলোঁ, থাকিলে মোৰ স্বাধীন জীৱন

## কাউৰ ও শিয়াল

চতুৰ শৃগাল এক ভ্ৰমন্তে দেখিলা
আম্ৰ বৃক্ষ ডালে বসি আহ্লাদে কাউৰ
চঞ্চুত ধৰিয়া মাংস; ভৈল তাৰ লোভ
মাংস হেতু, লোভী তাক কহিলা সম্বোধি।

"কিবা অপৰূপ, ৰূপ হে বায়সপতি !
তোমাৰ ; বসিয়া তুমি আম্রবৃক্ষ ডালে
শোভিছাহা, যেন হায় নন্দৰ নন্দন
গোপীগণ মনোহাৰী, কদম্বৰ বৃক্ষে।
অতি সমুজ্জ্বল তব নয়ন যুগল,
ৰূলমলে যেন মণি ফণীৰ ফণাত ;
পুচ্ছ গুচ্ছ চূড়া যেন শ্ৰীকৃষ্ণ মস্তকে।
সুশ্ৰাব্য তোমাৰ গীত মানস ৰঞ্জন
শুনিবাক ইচ্ছা মোৰ। প্ৰাৰ্থিলোঁ আমি,
বৰষিয়া সুধা কৰ্ণে মোহি প্ৰাণমন,
গোৱা এক গীত, পক্ষি গোৱা মৃদুস্বৰে,
গাইলা যিমতে হায় যমুনা বিপিনে
কৃষ্ণৰ অধৰে বংশী, মুগ্ধি গোপীমন ;
কিম্বা যথাগাৱে হৰ্ষে বসন্তৰ কালে,
—যবে বৃক্ষলতা ধৰি নব পত্ৰ ফুল
শোভয় দুলিয়া ধীৰে সমীৰণ ক্ৰোড়ে
হাসি হাসি, শুষ্ক বৃক্ষো মুঞ্জেৰে, গুঞ্জৰে
ভ্ৰমৰ—, সুৰঞ্জি পিক কুহু কুহু স্বৰে।"

শুনি তাৰ বাক্য কাক গৰ্ব্বে স্ফীত হয়া
ধ্বনিলেক কা কা ধ্বনি ; পড়িল খসিয়া
ঠোঁট হন্তে মাংস খণ্ড, পূৰিল অভীষ্ট
শৃগালৰ ; মাংস তুষ্ট ভক্ষিলে আনন্দে।

এহিৰূপে দুষ্ট নৰো সুমৃদু বচনে
প্ৰশংসি, আনক বঞ্চি স্ববাঞ্ছা পূৰাৱে।
এতেকে বিশ্বাস, শিশু, নোহয় উচিত
খল জন প্ৰতি, কিবা যোৰ ছল পাতি
—বুজিবাক বাক তব নুহুৱে শকতি—
নিজ বাঞ্ছা পূৰ্ণ তুষ্ট কৰিবে সহৰ্ষে।

## ঈশ্বৰব বিৰহে দুঃখ প্ৰকাশ

তমঃ হৰ ভানু প্ৰভাতিছে নিশি,
কিৰণে তিমিৰ দূৰিত কৰে।
কিয় কিন্তু মোৰ মানস তমস
প্ৰাণেশ তপন নহৰে কৰে ?
সূৰ্য্য কিৰণে পঙ্কজ ফুটিছে
হাসি হাসি মুখখানী সৰে ৰে।
চিত্ত সৰোজিনী, কিয় তৱে মোৰ
মলিন বদনা হায় হায় ৰে ?
এহি সুধাকাৰ কৰ-সুধা দানে
চকোৰ বিহগে নচাইছে ৰে।
মোৰ সুধাকৰ, তৱে কি কাৰণে
ননচায় মোৰ মন চকোৰে ?
চাতকী তৃষিতা জানিয়া নীৰদ
গগনে উঠি নীৰ দান কৰে।
চিত্ত চাতকিনী, চিৰ পিপাসিতা ;
কিয় মোৰ মেঘে দয়া নধৰে ?
নাচিছে কলাপী, জলদ দৰ্শনে
অপাৰ আনন্দ তাৰ অন্তৰে।
প্ৰাণ প্ৰিয়তম মন অদৰ্শনে
কান্দে ঘন মম মন ময়ূৰে ॥
দুঃখ পাছে সুখ, বিৰহান্তে যোগ,
আছয় সবাৰে এহি সংসাৰে।
কিন্তু চিৰ দুঃখ এহি অভাগাৰ
দীনবন্ধু দীনে নচাহয় ৰে ॥

## যম*

(১)

কোন্ গুণে ধৰা, যম, নাম ধৰ্ম্মৰাজ ?
শাসনৰ ভয়ে যাৰ,
জীৱ মাত্ৰে হাহাকাৰ
অৰাজক কৰা হোৱে যাৰ মুখ্য কাজ ॥

(২)

প্ৰবল প্ৰতাপ নৃপ যত সমুদায়।
নানা দেশ জয় কৰি,
চক্ৰবৰ্ত্তী নাম ধৰি,
লক্ষ্মীক কৰিলে বন্দী আনি নিজালয় ॥

(৩)

মহাবল পৰাক্ৰম চূৰ্ণ ইসবাৰ।
তোমাৰ ক্ৰোধত পড়ি,
ক্ষণকালে গল মৰি,
ইতিহাসে দিয়ে সাক্ষী এনে ঘটনাৰ ॥

(৪)

মুখে মাত্ৰ বোলে সব "অসাৰ সংসাৰ" ॥
পাৰ্থিৱ সুখত ৰত,
নৰ নাৰী আছে যত,
চিৰস্থায়ী ভাৱে পালে পুত্ৰ পৰিবাৰ ॥

---

* এই কবিতাটিৰ নিমিত্তে আমি লেখকৰ ওচৰত বাধ্য আছোঁ। ইয়াৰ কোনো কোনো ঠাইত আমি অলপ্, পৰিবৰ্ত্তন কৰিছোঁ, সেই দোষ তেওঁ মাৰ্জনা কৰিব।

(৫)

পিতৃ মাতৃ ভাই বন্ধু পড়িলে বিপদে।
প্ৰাণ পণে চিন্তে হিত,
সংসাৰৰ এই ৰীত,
মায়া মোহে মুগ্ধ জীৱ আছে পদে পদে॥

(৬

তথাপি উদাস চিত,—তুমি মূল তাৰ—।
জগত নিবাসী প্ৰাণী,
মৃত্যু অনিবাৰ্য্য জানি,
মনক প্ৰবোধি বোলে "অসাৰ সংসাৰ"॥

(৭)

তোমাৰ আজ্ঞাক ধৰি "কাল" ও "বিকাল"।
ভ্ৰমি ফুৰে দিবা ৰাত্ৰি,
হৰে কাৰো পুত্ৰ নাতি,
নকৰে বিচাৰ একো ভাল বা অভাল॥

(৮)

আক্ষেপত উক্তি কৰে শোকাতুৰ জনে।
'কালে' যথাকালে মাৰে,
'বিকালে' অকালে হৰে,
এহিৰূপে নানামতে ভাবে মনে মনে॥

(৯)

প্ৰাণপতি পৰকালে ক'ৰিলে গমন।
বিধবাৰ পৰিতাপে,
গছপাত ঘনে কাঁপে,
সংসাৰ সমুদ্ৰে তাৰ জীয়ন্তে মৰণ॥

(১০)

পুত্র হেতু জননীএ কত সহে ক্লেশ।
প্ৰাণাধিক প্ৰিয়তম,
যাৰ নাই অনুপম,
হেন বস্তুহাৰা হলে যাতনা অশেষ ॥

(১১)

কৰ্ণ পাতি শুনা যম ৰাজচূড়ামণি।
লক্ষ প্ৰাণী অনুপলে,
তোমাৰ ভৱনে চলে,
দিবা ৰাত্ৰি শুনা যায় ক্ৰন্দনৰ ধ্বনি ॥

(১২)

তোমাৰ ৰাজ্যৰ কোনে দিব পাৰে সীমা।
সূৰ্য্য আলো যাৱে যথা,
তোমাৰ ৰাজত্ব তথা,
নিৰ্ব্বিবাদে চলি থাকে তোমাৰ মহিমা ॥

(১৩)

জানিলোঁ তোমাক কিয় বোলে ধৰ্ম্মৰাজ।
ৰূপ গুণ ধন মান,
সুখী দুঃখী সম জ্ঞান
কৰি, ধাৰ্ম্মিকৰ কৰা যথোচিত কাজ ॥

(১৪)

যি বিধি কৰিলা তুমি অখণ্ড্য সদাই।
কাকুতি মিনতি কৰি,
তযু চৰণত ধৰি ;
অৰ্থদানে কোনে প্ৰাৰ মুক্তিৰ উপায় ?

## বিজ্ঞাপন

এই 'চিন্তা-তৰঙ্গিণী' পুথী খানী আজি পাঠকসকলৰ হাতত অৰ্পণ কৰিলোঁ। ইযাৰ এনে কোনো গুণ নাই যে ই সিবিলাকৰ মনোৰঞ্জনীয় হব পাৰে; যদি তথাপি সিবিলাকে ইয়াক আদৰ কৰি হাতত লয সেইটী কেৱল সিবিলাকৰ উদাৰতা গুণ মাথোন।

এই পুথী খানী লেখা বাবে নগাঁওৰ টেক্‌স্‌ট্‌ বুক কমিটিয়ে আমাক ১০০৲ টকা পুৰস্কাৰ দিবলৈ লেখিছে।

শ্ৰীভোলানাথ দাস

অৱথা সাহসে,—পাই দূৰাশা আশ্বাস—,
দুৰ্ব্বল চিন্তাৰ বলে, "চিন্তা-তৰঙ্গিণী"
ৰচিলোঁ; সোণাৰি যেন কৰি ধন আশ,
ৰচে স্বৰ্ণ প্ৰায় কৰি পিত্তলৰ মণি।
প্ৰকাশিয়া তাক জন সাধাৰণ মাজে,
অৰপিলোঁ আজি হায় লৌহময় হাৰ
অসমীয়া ভাষা কণ্ঠে;—ৰূপহৰ সাজে
কুৰূপিলোঁ দেহ যেন কোমলা বালাৰ।
লৌহময় অলঙ্কাৰ পৰিধান থাকি,
ভূষণবিহীনাবস্থা বুলি শ্ৰেষ্ঠতৰ
কহে সবে; আমিও দেখিছোঁ মনে ভাবি
বালিকা প্ৰকৃত ৰূপ অতি মনোহৰ,
তুচ্ছে কুভূষণাবৃত সৌন্দৰ্য্য-সমল
অন্তৰে তথাপি,—জানি, পাই দুনয়ন—,
কলুষিবে এক যেন অমল কমল
কিয় হল ইচ্ছা হায় নাজানো কাৰণ।
কিন্তু পুনঃ ভাবি দেখোঁ, ধনী পুত্ৰগণ,
যাহাৰ আগাৰ পূৰ্ণ অসংখ্য হীৰকে,
গাঁথিয়া উজ্জ্বল হাৰ অতি সুচিকণ
দোলায় জননী কণ্ঠে মনৰ আনন্দে—,
দুঃখী পুত্ৰ যদি, যাৰ ঐশ্বৰ্য্যে অভাব,
নানা স্থান হস্তে পুষ্প কৰি আহৰণ
গাঁথিয়া কুসুম মালা, কৰি ভক্তি ভাব,
দুঃখিনী জননী কণ্ঠে কৰে সংযোজন,
আছে কিবা দোষ তাত? দৰিদ্ৰ পুত্ৰৰ
সামান্য কুসুম মালা,—সামান্য ভূষণ—,

মাতৃ কণ্ঠে দিলে কিবা আছয় জগৰ ?
নকৰে কি মাতৃ তাক শৰীৰে বহন ?
নহবোঁ নিৰাশা ; জল আশালতা মূলে
কৰিবোঁ সেচন ; মালা "চিন্তা-তৰঙ্গিণী",
—নহলেও প্ৰিয় সিটো সভ্য বিজ্ঞ কুলে-
অৱশ্য ধৰিব হৰ্ষে স্ববক্ষে জননী।

## অকাৰণ কুযশ ৰটনা

কৰিয়া প্ৰশাখা শাখা, দুষ্টগণে নানা কথা,
ধৰ্ম্মসাক্ষী কৰি কয় কৰাবে প্ৰত্যয়।
কেহোঁ পুত্ৰ শিৰে ধৰি কহয় শপথ কৰি,
মিছা কথা হেতু তাৰ নকঁপে হৃদয়॥
নানাবিধ অনুযোগ, দিয়ে যত দুষ্টলোক,
অৰ্থ হানি মান হানি কৰয় সম্ভৱ।
কিন্তু ইসবাৰ মন, নাভাবে কি কদাচন,
কি হুইবে গতি যৱে যাবে লোকান্তৰ ?
লোকৰ কুযশ ৰটে, শত্ৰুগণে নানামতে,
কেহোঁ ৰটে স্বাৰ্থ ৰাখি কেহোঁ অকাৰণ।
সি সবৰ বাক্যে মন, কিয় দিয়ে আন জন,
বিচাৰ নকৰি তাৰ হেতু কদাচন ?
যদি কোনো জনে কয়, পশ্চিমে ৰবিৰোদয়,
হেনও আছয় মূৰ্খ সিকথা বিশ্বাসে।
ইমত সংসাৰে হায়, আছে আৰু কিনোপায়,
নিৰ্দ্দোষী জনাও দোষী, কুযশত ভাসে॥
ৰটোক কুযশ সৰে, হৰ্ষ চিত্তে উচ্চস্বৰে
ডাকোক কুকুৰ যেনে ভেউ ভেউ স্বৰে।

দোষ যদি থাকে গাত্রে, অলীক বা যদি হয়ে,
জানে কর্ত্তা জানে কর্ম্ম জানয় ঈশ্বৰে ॥
তৰে মাত্র এক কথা, অন্তৰে দিয়য় ব্যথা,
শত্রুগণে হাঁসে ৰঙ্গে হুয়া হর্ষমতি ।
হাঁসোক হাঁসিলে যদি, হুয়া সবে অবিবেকী,
ওলাইবে সিসবৰ দন্ত ছুইপাতি ॥

## শব দর্শন

দিছিলে যাহাক বিধি মনোহৰ ৰূপ ।
দেখা তাৰ কালে আজি,
হৰিয়াছে ৰূপ ৰাজি,
পড়িয়াছে মৃত দেহ হুইয়া কুৰূপ ॥

সুচিক্কণ কেশ গুচ্ছ নোশোভয় শিৰে ।
নাহি মুক্তা প্রায় দন্ত,
ক্রমে ক্রমে সব অন্ত,
নাহি নেত্র নাহি কর্ণ সুমাংস শৰীৰে ॥

আছে অস্থিমাত্র সাৰ শায়িত ভূতলে ।
ক্রমে হুব সিও শেষ,
না থাকিবে অৱশেষ,
বিচিত্র জগত গতি, কি নকৰে কালে ?

কালে কোনো জননীৰ প্রিয় পুত্র অতি
আছিলেক এহি জন,
লভি তাৰ স্নেহাসন ;
কিম্বা কোনো ৰমণীৰ ছিলা প্রাণ-পতি ॥

অথবা আছিলা কোনো ভাগ্যধৰ জন ।
ৰাজ সুখে সুবৰ্দ্ধিত,
গজদন্ত বিনিৰ্ম্মিত
শয়নে শয়ন ছিলে, সদা হৰ্ষ মন ॥

কতবা আছিল ইচ্ছা কত বাঞ্ছা মনে,
"হুইবোঁ প্ৰধান লোক,
মানিবেক সবে মোক,
যশস্বী বিখ্যাত নৰ হুইবোঁ ভুবনে ॥"

হায় হায় এবে কিন্তু সব পৰিহৰি
ত্যজিয়া পাৰ্থিব ভোগ,
প্ৰিয় জনে দিয়া শোক,
চলিলা অনন্তধামে সবাকো পাসৰি ॥

শৰীৰ পিঞ্জৰ মাত্ৰ আছয় পড়িয়া ।
পূৰ্ব্বৰ বান্ধব বুলি,
কিম্বা প্ৰিয় পতি বুলি,
কিম্বা পুত্ৰ ভাবি, কেৰে নাচায় ফিৰিয়া ;

পাঠক ! শ্মশানে পড়ি এহি মৃতজন ।
দিয়ে উপদেশ এহি,
"শুনিওক সৰ্ব্ব দেহি !
অসাৰ সংসাৰ ; সাৰ ঈশ্বৰ শৰণ ॥"

## জৰাসন্ধ বধ

হুগোট কেশৰী যেন ৰক্তাক্ত লোচনে,
কৰি নখ দন্তাঘাত, গৰজি গভীৰ,
যুঝে ক্ৰোধভৰে অতি ; যুঝিলা সিমতে
ভীমসেন জৰাসন্ধ বলে মহাবলী
চিৰ শত্ৰুৰূপে ; কৰি ভীষণ গৰ্জ্জন
কঁপাইলা শূন্যস্থল, কঁপিল মেদিনী।
আঘাতিলা গদা উভে মাতঙ্গ বিক্ৰমে
পৰস্পৰ দেহে ; ধৰা লড়িলা সঘনে
দু-হানো-চৰণ ভৰে, ভূমিকম্পে যথা।
নিক্ষেপিলা শেষে ভীম ভীম-পৰাক্ৰমে
ভূতলে অৰিক তাৰ। পদে এক পদ
চাপি, আন পদ দৃঢ়ে ধৰি দুই কৰে
ছিঁড়িলা দুখণ্ড কৰি যেন বংশ গোট।
উড়িল পৰাণ বায়ু দেহ হন্তে তাৰ ;
যেন কোনো বন্য পক্ষী, থাকি অল্প দিন
ইচ্ছা বিপৰীতে বদ্ধ মানব আলয়ে,
ভাগিলে পিঞ্জৰ দৈবে লভিলে মুকুতি
তুচ্ছ ভাবি সুখ ভোগ মনুষ্য আলয়ে,
উভয় উল্লাসে চিৰ বাঞ্ছিত কাননে।

## যবনে আসাম আক্ৰমণ কৰাৰ সময়ত কোনো এক বীৰ পুৰুষৰ উক্তি

ধৰা ৰণ সাজ, এড়া আন কাজ
ধৰা তৰোৱাল তীক্ষ্ণ অস্ত্ৰগণ।
শিৰ জুমলা সসৈন্যে, আহিল আসামে ;
ব্ৰহ্মপুত্ৰ নদে উজালে যবন॥

সিন্ধু পাৰ হুই ক্ৰমে অতিক্ৰমি
ৰাজ্য ৰাজধানী নদ নদী যত।
বিজয় পতাকা, উড়ালে আকাশে,
সমস্ত ভাৰত কৰিলে নত॥
এবে বঙ্গ দেশ, —আসাম ভগিনী—
বলে অৱহেলি আহিছে আসামে।
এক কোণ হন্তে, আসে আন কোণে,
অতুল সাহসে অতুল বিক্ৰমে॥
শুনা বীৰগণ, কৰি দৃঢ় চিত,
ধৰা বীৰ দৰ্পে যত অস্ত্ৰগণ।
উলঙ্গ অসিত, চমকোক ৰবি,
তবধ মানোক যতেক যবন॥
আসামৰ সেনা, হোক একত্ৰিত,
শত শিঙ্গা ধৰি বজোৱা সঘনে।
জয় জয় ধ্বনি, "জয়াসামৰাজ"
পশোক অদূৰে যবন শ্ৰৱণে॥
দেখা দেখা সবে, যবনৰ সেনা,
হ'ল সাৰি সাৰি সেনানী আদেশে।
মুহূৰ্ত্তেক পাছে, যবনাস্ত্ৰগণ,
পঙ্গপাল ৰূপে উড়িবে আকাশে॥
শুনা বীৰগণ, সসজ্জিত হোৱা
ৰণে শত্ৰুগণে পৃষ্ঠ নেদেখাবা।
স্মৰিয়া "কামাখ্যা", ভুবন ঈশ্বৰী,
কেশৰী বিক্ৰমে শত্ৰুমুখে যাবা॥
আসাম গৌৰব, আজি সংস্থাপিত
তোমাসাৰ স্কন্ধে জানিবা নিশ্চয়।
স্বাধীনতা কিম্বা পৰ পদ সেৱা
তোমাসাৰ অস্ত্ৰে হুইব নিশ্চয়॥

যদি ৰণে ভঙ্গ, কাপুৰুষ হেন,
দিয়া আজি সব যবনাস্ত্ৰ বলে।
গৌৰবৰ ৰবি, দিনমণি সহ
চিৰদিন হেতু যাবে অস্তাচলে॥
প্ৰভাতিলে ৰাতি, পুনঃ দিনমণি,
দিবে আসি দেখা হাঁসি পূৰ্ব্বকোণে।
কিন্তু আসামৰ গৌৰৱ তপন
মুহুৰে উদয় পুনঃ তাৰ সনে॥
পিতৃ পিতামহ বিক্ৰমে ৰক্ষিত
স্বাধীনতা সূৰ্য্য যদি আজি যায়।
আগত ৰজনী সহ, অধীনতা
অন্ধকাৰে দেশ কৰিবে বিলায়॥
দেশ মাত্ৰ জয় কৰিয়া যবন
হইবেক ক্ষান্ত, নাভাবিবা মনে।
পুত্ৰ পৰিবাৰ সবাৰো ৰক্তত
বঞ্জিবেক অস্ত্ৰ দুৰাত্মা যবনে॥
ধৰা বীৰগণ দৃঢ় মুষ্টি কৰি
ৰণ অস্ত্ৰ যত ; কৰিও হুঙ্কাৰ।
দেহে তেজ স্ৰোত লভোক উষ্ণতা
নাচোক ধমনি প্ৰত্যেক সেনাৰ॥
পৰাস্তি যবন, কামাখ্যা কৃপায়
কৰিবোঁ সবাক বন্দী কাৰাগাৰে।
নীলাচলে নিয়া, দেবীৰ চৰণে
দিবো বলিদান হৰ্ষ সহকাৰে॥

## কৌশল্যাৰ ওচৰত ৰামৰ বিদায়

কৌশল্যা মন্দিৰে পাছে কৰিলা প্ৰবেশ
বীৰশ্ৰেষ্ঠ ৰামচন্দ্ৰ, দেখিলা, আনন্দে
আছয় মহিষী তাত শুভ কাৰ্য্য কৰি।
ফুল মালা ধূপ দীপ প্ৰসাদ দুগধ
ৰজত সুবৰ্ণ পাত্ৰে লই ৰাজৰাণী,
উপবাসে, ধৌতবাসে দেহক আবৰি,
পুত্ৰৰ মঙ্গল হেতু আনন্দ হৃদয়ে,
কৰন্ত স্বৰ্গীয় দেবী লক্ষ্মী উপাসনা।
দেখিলক ৰাণী আসে হৃদয়ৰ প্ৰিয়
ৰঘুকুল শিৰোমণি আত্মজ শ্ৰীৰাম ;
হৰিণী দৰ্শিয়া যেন বহু দিন পাছে
নিজৰ বৎসক, ধায়ে হৰ্ষে তাৰ পাশে,
ধাইলা সিৰূপে দেবী নন্দনক দেখি,
ধৰিলা সাবটি তাক মৃণাল বাহুৰে ;
শিৰে চুমা দিয়া পাছে কৈ'লা আশীৰ্ব্বাদ,
"চিৰজীৱী হোৱা, পুত্ৰ ; ৰাজলক্ষ্মী আই
কৰোক কল্যাণ ; যত আন দেবী দেৱ,
মোৰ বৰে তব প্ৰতি সুপ্ৰসন্ন হোক।
পিতৃদত্ত সিংহাসন আৰোহিয়া আজি,
মনোবাঞ্ছা সিদ্ধি, পুত্ৰ, কৰিও সবাৰ।"
ৰামদৰ্পহাৰী ৰাম কহিতে লাগিলা
চাই জননীৰ মুখ, সনম্ৰ বচনে,
"হে মাতঃ ! ঘটিল আজি অশুভৰ ভাৰ
মোৰ হেতু ; সব কাৰ্য্য ভৈল বিপৰীত
বিধিৰ বিপাকে ; পিতৃদত্ত সিংহাসন
নহিলেক মোৰ ; ৰাজা দিলা ৰাজ্যভাৰ

ভাই ভৰতক। মই যাবোঁ বনবাসে
পিতৃ আজ্ঞা পালিবাক; দণ্ডক কাননে
কৰিবোঁ বসতি, ভক্ষি বন ফল মূল
তপস্বী আহাৰ; বন-তপস্বীৰ বেশে
কটাবোঁ নিৰ্জ্জনে থাকি দ্বিসপ্ত বৎসৰ।”

পুত্ৰ বনবাস ৰূপ ইদাৰুণ কথা
বাজিলন্ত শেলবৎ কৌশল্যা হৃদয়ে;
ঘূৰিলা মেদিনী যেন ঘূৰিলা আকাশ,
সব অন্ধকাৰময়; পড়িলা ভূতলে
ৰাণী হুয়া অচেতন, শালবৃক্ষ জোপা
ছেদিলে পড়য় যেন অকস্মাৎ বনে।
ৰাণীক তুলিয়া ৰাম মুচিলন্ত ধূলা,
চেতন কৰিলা ধীৰে বতাস কৰিয়া।
শোকাকুলা ৰাণী পাছে কৰিলা উত্তৰ
সম্বোধিয়া নন্দনক, “হা পুত্ৰ! গৰ্ভত
মোৰ নজন্মিয়া, যদি থাকিলা হন্তন,
নাপাওঁ মনত আজি ঘোৰ কষ্ট ইটো।
যি সবাক ঘৃণিছিলোঁ, সি সবাক এবে
সেবিব লাগিব মই মুখ্যাৰাণী হুয়া।
হাঁসিবেক আজি হস্তে বিক্ৰপিয়া মোক
অনৰ্থৰ হেতু দুষ্টা কৈকেয়ী সৰ্পিণী,
হৃদি বিদাৰিবে আৰু কৰ্কশ বচনে
হুইয়া কনিষ্ঠা। মোৰ যত দাস দাসী
সেবে এহি পদ এবে ভয় ভয় চিত্তে,
সি সবেও হাঁসিবেক তোমাৰ বিহনে।
ভাবিছিলোঁ, শিশুকাল দৰ্শি তব মুখ
পূৰ্ণ শশীকলা সম, দুঃখ অৱসান
হুব এক দিন মোৰ, হুবোঁ ৰাজমাতা;

কিন্তু সেহি আশালতা ছিন্ন ভৈল আজি।
কত শত দেৱী দেৱ পূজিলোঁ যতনে,
উপবাসে জাগৰণে মঙ্গলৰ হেতু ;
অসংখ্য কৰিলোঁ দান ; তাৰ কিবা এবে
ফলিল ইফল, পুত্ৰ, তুমি যোৱা বনে ?"
এতেক কহিয়া পাছে বিদগ্ধ অন্তৰে
নিৰবিলা ৰাণী, দীৰ্ঘ নিশ্বাসিলা ঘনে ;
সুন্দৰ কমল মুখ তিতাইয়া, বেগে
নেত্ৰ হন্তে অশ্ৰুধাৰ বহিতে লাগিলা।

ৰাণীৰ ক্ৰন্দন দেখি কহিলা লক্ষ্মণ
ৰাঘৱ অনুজ, ক্ৰুদ্ধ চিত্ত হুয়া, "কথা
নোহে ইটো মনোমত মোৰ, হে জননি।
দাশৰথী প্ৰবেশিবে নিৰ্জ্জন কাননে,
ত্যজি সুখ ৰাজ্যভাৰ বন্ধুজন আদি।
বাৰ্দ্ধক্যে দুৰ্ব্বুদ্ধি অতি ঘটিছে ৰাজাৰ ;
পাচন্ত যিৰূপে দুষ্টা কৈকেয়ী অনাৰ্য্যা,
কৰয় সিৰূপ কাৰ্য্য, নাহি জ্ঞানাজ্ঞান।
দ্বিতীয় বালকাৱস্থা প্ৰাপ্ত নৰপতি ;
নহলে পাসৰি প্ৰিয় পুত্ৰৰ বদন
বনবাস ৰূপ আজ্ঞা কৰিবেক কিয় ?
জ্ঞানান্ধ পিতাৰ হেন আজ্ঞা পালিবেক
কোন্ পুত্ৰে ? নেতেজিবা ৰাজ্যভাৰ, দাদা !
লোৱা ৰাজ সিংহাসন। কাক উপৰোধা ?
বাধিবেক কোন জন আমি দুয়ো সনে ?
অধিক কহিবোঁ কিবা মৃত্যু অধিকাৰী
আসন্ত সাক্ষাতে যদি, নয়ন ভ্ৰূকুটি
দেখি পলাইবে ডৰি। কোন্ জন কোৱা,

কোন্ জন ৰণিবেক আমি দুয়ো সনে ?
মোৰ ভীম বাহু দাদা উদ্যত সতত
তোমাৰ সাহায্য হেতু। হে ৰাজমহিষি!
ধনুৰ্ব্বাণ হাতে মই দিব্য কৰি কহোঁ,
আছয় অন্তৰে হেন দৃঢ় স্নেহ অতি
দাদাক লাগিয়া মম, আসোক জীৱন
আসোক মৰণ কিম্বা ; প্ৰবেশিবোঁ জলে,
নকৰিবোঁ ভয়, লাগে পশিবোঁ অগ্নিত ;
তথাপি নেড়িবোঁ প্ৰেম মোৰ ভ্ৰাতৃ প্ৰতি।
আজ্ঞা পাওঁ যদি, মোৰ স্নেহৰ পৰীক্ষা
দিওঁ, দেখাওঁহোঁ বল, শত্ৰুগণ খণ্ডি
আছয় তোমাৰ যত ; সব দুঃখ দূৰ
হুইবেক, দেবি, মোৰ, ভীম পৰাক্ৰমে,
হোৱয় শৰ্ব্বৰী যেনে বেগে বিদূৰিতা
দিলে দিনমণি দেখা উদয়-অচলে।”

“শুনিওক ৰামচন্দ্ৰ হৃদয়ৰ মণি
মোৰ”, উত্তৰিল দেবী কোশল নন্দিনী
সজল নয়নে, “শুনিওক কহে কিবা
অনুজ লক্ষ্মণে তব। আজ্ঞা অনুগত
হুয়া মোৰ সতিনীৰ,—যি তোমাক ঘৃণে—,
সাধিবা কি বাঞ্ছা তাৰ, বধিবা কি মোক ?
পিতৃবাক্য হেতু যদি উচিত হোৱয়
মান্য তব ; পুত্ৰ, নোহে কিবা সিটো
উচিত আমাৰ প্ৰতি ? লঙ্ঘি মোৰ বাক্য
পালিবা কি মাত্ৰ তব পিতাৰ বচন ?
ৰাম! তুমি বিনে মোৰ দিৱসে আন্ধাৰ,
জীৱনে মৰণ তুল্য ; কিন্তু তব মুখ

পূৰ্ণ সুধাকৰ সম দৰ্শিয়া থাকিলে,
স্বৰ্গ সুখ অনুভৱ হোৱে সদা মোৰ
এহি হৃদয়ত, মুখে সুমিষ্ট লাগিবে
ঘাঁসকো ভক্ষিলে। পিতৃ মাতৃ উভয়ৰ
পালিবে লাগয় বাক্য পুত্ৰ সমভাবে;
পালিও এতেকে, ৰাম, পিতৃৰ বচন
ত্যজি ৰাজ্যভাৰ, পালা মাতৃৰ আদেশ
গৃহত থাকিয়া তুমি নাযাইয়া বনে।
মোৰ বক্ষৰূপাকাশে থাকি চন্দ্ৰৰূপে
তুমি, তোষিওক, পুত্ৰ, সীতা কুমুদিনী
লক্ষ্মণ চকোৰে আৰু; অন্ধকাৰ ৰূপ
আছয় যতেক দুঃখ কৰা বিদূৰিত।
মোৰ এহি বাক্য, ৰাম, নধৰাহা যদি
অৱহেলি, যোৱা বনে নুশুনা কাকুতি,
মৰিবোঁ নিশ্চয় ঘোৰ পাবকে প্ৰবেশি
কিম্বা ডুবি জলে। তব গাৱে লাগিবেক
মাতৃবধ পাপ; ৰাম, থাকিবে জগতে
কুযশ তোমাৰ ইটো; মাতৃবধী বুলি
নিন্দিবেক লোকে; আৰু মৰণৰো পাছে
হুইব তোমাৰ, পুত্ৰ, নৰকত গতি।"

"ক্ষমিও জননি মোক", উত্তৰিলা ৰাম
তাড়কাৰি, "লঙ্ঘিবাক পিতৃ আজ্ঞা মোৰ
নাহিকে শকতি; মই দণ্ডৱত কৰোঁ
কৰপুটে তব পদে, ক্ষমিওক মোক
মাতঃ যাওঁ বনবাসে। চিৰকাল হেতু
নোহে এহি বনবাস; বৰ্ষ চতুৰ্দ্দশ
হুইলে অতীত, গৃহে আসিবোঁহোঁ পুনঃ

পাইবা, জননি, মোক। এতেকতে দেখি
স্থিৰ কৰা চিত্ত তব, নকৰিও দুঃখ।
আজ্ঞা কৰা মাতঃ, দিয়া হৰিষে বিদায়
আশির্ব্বাদি মোক; আজি যাওঁ বনবাসে।"

"ৰঘুকুল শিৰোমণি", কহিলা কৌশল্যা
সজল নয়নে দেৱী অতি সকাতৰে,
"বীৰশ্ৰেষ্ঠ ৰাম! যদি নুশুনা প্রার্থনা
মোৰ, যোৱা তবে বনে। কৰোক কল্যাণ
সৰ্ব্ব দেৱ দেৱী, পুত্ৰ, হওক সহায়
নিঃসহায় তব, ঘোৰ অৰণ্যৰ মাজে।
বিশ্বামিত্ৰ দত্ত তব ভীম শৰাসন
দুৰ্জ্জয় অছেদ্য, তীক্ষ্ণতৰ অস্ত্ৰাঘাতে
ৰক্ষোক বিৰোধে তব শত্ৰুগণ সহ।
অষ্টলোকপাল, পুত্ৰ, ৰক্ষোক তোমাক;
ৰক্ষোক পাৰ্ব্বতী ভীমা নৃমুণ্ডমালিনী;
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ চন্দ্ৰ সূৰ্য্য গ্ৰহ
লক্ষ্মী সৰস্বতী আদি যত দেৱ দেৱী,
মোৰ আশীৰ্ব্বাদে সবে কৰোক মঙ্গল
সকলো বিপদ ভঙ্গি অৰণ্যৰ মাজে।
ৰাক্ষস পিশাচ প্ৰেত যত নিশাচৰ,
ব্যাঘ্ৰ সিংহ সৰ্প আদি, বাৰণ কুম্ভীৰ
যত হিংস্ৰ প্ৰাণী আছে, কোনেও তোমাক
স্পৰ্শ নকৰোক; যেন গুৰু বৃহস্পতি
থাকিয়া সতত সঙ্গে কৰোক মঙ্গল।
চতুৰ্দ্দশ বৰ্ষ আৰু ৰহয় পৰাণ
যদি মোৰ দেহে, পুনঃ দেখিবোঁহোঁ তবে
কমল বদন তব। পুনঃ আশীৰ্ব্বাদোঁ

মই, হোক মনবাঞ্ছা নির্ব্বিঘ্নে সফল ;
যোৱা পুত্র বনে মোৰ হৃদয়ৰ চন্দ্ৰ,
যোৱা বীৰবৰ ; আজি সমর্পিলোঁ হায়
তোমাক অদৃষ্টহাতে ; ৰক্ষোক দেৱতা
সবে, মোৰ আশীর্ব্বাদে, বিজন কাননে।”

প্রণমিলা ৰামচন্দ্ৰ ভূতলত পড়ি
দেবী কৌশল্যাক, স্নেহে চুম্বিলা চৰণ
দুটী অতি সমাদৰে, লইয়া বিদায়
চলিলা সুশীঘ্রে প্রিয়া সীতা সম্ভাষণে।

## ভাৰতৰ প্রতি প্রশ্ন

আজিও ভাৰত তব আছে পূর্ব্ব শোভা।
আজিও মস্তকোপৰে, ৰবি শশী দিনে ঘূৰে,
আজিও নক্ষত্র ধৰে ৰূপ মনোলোভা॥
শত শত মেঘগণ, হোৱে শূন্যে ভাসমান,
আজিও চপলা নাচে হাঁসি হাঁসি মুখে।
আজিও বাৰিদ নীৰে, তব দেহ সিক্ত কৰে,
তৃণ লতা পায় বল, ফুলে মনসুখে।
আজিও নিকুঞ্জবনে, গাৱে গীত পক্ষীগণে,
আছে সর্ব্ব পূর্ব্ব শোভা নেদেখোঁহোঁ ত্রুটি।
তৱে কিয় শোকান্বিত, দর্শোঁ হে ভাৰত মাতঃ!
তোমাৰ বদন ; কিয় বিচলিত মতি ?
আজিও সে হিমগিৰি, শিৰ আৱৰণ কৰি,
তোমাক সাৰটি ধৰি দিয়াছে অভয়।
আজিও সমুদ্র বাৰি, তব পদাম্বুজ ধৰি
আছে যথা ছিলা পূর্ব্বে চিত্ত হর্ষময়॥

আজিও সমুদ্ৰ জল, ক্ষণে কৰে টল বল,
আজিও নাচিছে তথা শত উৰ্ম্মিমালা।
গঙ্গা সিন্ধু ব্ৰহ্মপুত্ৰ, ব্ৰাহ্মণৰ যজ্ঞ সূত্ৰ
যেন, শোভে দেহে, কৰি তোমাক উজলা॥
আজিও হস্তিনাপুৰ, অঙ্গ বঙ্গ মহিসুৰ,
কলিঙ্গ প্ৰয়াগ আছে চিতোৰ নগৰী।
শ্ৰীকৃষ্ণৰ প্ৰিয় ধন, আছে সিটো বৃন্দাবন,
আছে সূৰ্য্যবংশ ৰাজ্য অযোধ্যাৰ পুৰী॥
আছে সব তীৰ্থস্থান, কৰে যাত্ৰী তাত স্নান
আছে দেবালয়গণ শোভা কৰি দেশ।
তবে কিয় মাতঃ তব, নোহে সুখ অনুভব,
কি কাৰণে দৰ্শোঁ তব কাঙ্গালিনী বেশ?
শীৰ্ণ তব কলেৱৰ, নাহি বস্ত্ৰ শোভাকৰ,
ৰমণী-বাঞ্ছিত নাই অঙ্গৰ ভূষণ।
কিবা হৃদয়ৰ মণি, হেৰুৱাই যেন ফণী
হ'লা তুমি পাগলিনী, বিকৃতিলে মন?
কোৱাহে জননি মোক, কি কাৰণে কৰা শোক
কিয় যুগ নেত্ৰ কোণে বহে জলধাৰ?
তোমাৰ দৰ্শিয়া দুঃখ জ্বলে ই হীনৰ বুক,
নসহয় প্ৰাণে আৰু ইটো দুঃখভাৰ॥

## কেৰাণীবাবু

(১)

কোন্ সিটী বসি চেয়াৰ আসনে,
সমুখ টেবিলে ফুল্‌স্কেপোপৰে,
মধ্য বৃদ্ধ আৰু তৰ্জ্জনী আঙ্গুলে,
ধৰিয়া লেখনী চলাই যায় ?
কোন্ সিটী হায় তুস্থি গ্ৰীষ্মবল,
বাম হাতে ধৰি ৰুমাল বিচিত্ৰ
মচি ক্ষণে ক্ষণে মুখ ঘৰ্ম্মজল,
কাগজ তুলিৰ বিবাদ চায় ?

(২)

সিজন কেৰাণী-বাবু বুলি খ্যাত,
কৰে ৰাজ কাজ ৰাজাৰ আফিচে ;
আজি মাস শেষ হল উপস্থিত
বহুত কাৰ্য্যৰ পড়িছে ভিৰ ।
সন্ধ্যা হোক কিম্বা হওক ৰজনী,
কৰিব লাগিব সমুদায় কাজ
হুয়াছে হুকুম ; সিহেতু লেখনী
পৱনৰ বেগে চলায় বীৰ ॥

(৩)

লৰালৰি কৰিয়া ভোজন,
( ধূমপায়ী বাবু ধূম পান কৰা
হল কি নহল ), ভয় ভয় মন
পাছে জানো হয় অনুপস্থিত ।

হুইলে সিৰূপ আছে জৰিমানা,
আছে চকুৰঙ্গা ওপৰ-আলাৰ,
ইসব ঝন্‌ঝাট্‌ আছে বাবু জানা,
অফিচে সিহেতু শীঘ্ৰে উপনীত ॥

(৪)

বাটত আসোঁতে খোজৰ তৰণি
নাছিলে বাবুৰ, কোনোৰূপে হায়
এথাৰ বজাৰ আগে অল্পখিনি
হেফাই হেফাই আফিচে আসি।
হাতে যেনে হায় ধৰিছে তুলিকা,
আৰু দৃক্‌পাত নাহি কোনো দিশে,
চলাইছে তুলি জীবিকা-দায়িকা,
বিলাতি আসন ওপৰে বসি ॥

(৫)

অবিশ্ৰান্ত আজি তুলিকা চালন,
নাহিকে বাবুৰ ক্ষণ অৱকাশ ;
নাহি অৱকাশ কৰিবে মোচন
ধৰ্ম্ম দৰ দৰি বদনে ভাসে।
"মন্‌থ্‌লি ৰিটৰ্ণ্‌" পঠাব লাগিব
ওপৰ-আলাৰ হুইছে হুকুম ;
নাহি হেন পৰ বাক্যদান দিব,
নাযাবা নাযাবা তাহাৰ পাশে ॥

(৬)

সক্ৰোধ মূৰতি কৰিছে ধাৰণ,
যাইবে ওচৰে সাহস নোহোৱে,
দূৰৈতে বিদূৰ কত ক্ষুদ্ৰ জন ;
অবিশ্ৰান্ত বাবু চলায় "পেন"।

নাহি আনোপায় ; তুলি ব্যৱসায়,
নচলালে তুলি আছে কি উপায়,
পাছে শ্বেত কৰ্ত্তা ৰঙ্গামুখে চায়,
"নেটিব নিগাৰ" বোলয় "ডেম" ॥

(৭)

আসন বিলাতি, টেবিল বিলাতি,
বিলাতি কাগজ, বিলাতি লেখনী,
মহীও বিলাতি, লেখাও বিলাতি
আনন্দ অপাৰ বাবুৰ মনে ।
সেইৰূপে হায় সময়ে সময়ে,
বিলাতি কৰ্ত্তাৰ বিলাতি বচন
"ননসেন্স্" "ফুল" বাজয় হৃদয়ে ;
ধন্য কিন্তু বাবু পাসৰে ক্ষণে ॥

(৮)

নাপাহৰিয়েৰা কি কৰিবা, বীৰ !
লেখনী মহাস্ত্র চলোৱা বাহিৰে,
জীৱন ধাৰণ হেতু আনোপায়
নাহিকে জগতে জানিছা, বাবু ।
অথবা তোমাক নিন্দিলে কি হব ?
মুক্তকণ্ঠে কওঁ তোমাৰে নেছেনা
আমিও ; আমাৰো, যি দশা তব ;
আমিও তোমাৰে নেছেনা বাবু ॥

# মোৰ প্ৰতি বিদ্ৰূপ

বিদ্ৰূপ কৰয় মোক সমস্ত জগত।
হুশুনে কৰুণস্বৰ,
হাঁসে মাত্ৰ নিৰন্তৰ,
উপায় নেদেখোঁ মোৰ, ভীষণ সঙ্কট ॥

এহি তাৰাগণ হুয়া উদিত গগণে।
অন্তৰ গৰল ধৰি,
মুখ হাস্যময় কৰি,
বিদ্ৰূপি হাঁসিছে মোক আনন্দিত মনে ॥

বামন হুইয়া যেন শশী পৰশন
হেন মোৰ আশা দেখি,
আকাশে জোনাকী উঠি;
অঙ্গ ভঙ্গি কৰি কৰে বিদ্ৰূপ বৰ্ষণ ॥

ঘনঘটা ক্ৰোড়ে নাচে সৌদামিনী ঘনে,
মেঘ কৰে গৰজন,
দেখি বৰ্ণে কবিগণ,
"সম্ভাষে প্ৰিয়াক মেঘ প্ৰিয় সম্ভাষণে।"

আমি ভাবোঁ অন্যৰূপ, যেন মেঘগণ
ধৰি কৃষ্ণবৰ্ণ দেহ,
কৰি জিহ্বা লহ লহ,
কৰে বিভীষিকা মোক ক্ৰোধে প্ৰদৰ্শন।

পক্ষীৰ অব্যক্ত স্বৰ, বীণাস্বৰ সম
ভাব সব নৰগণে;
কিন্তু লয়ে মোৰ মনে,
বিহগে বৰষে গালি আমাক বিষম।

পেঁচক ভ্ৰূকুটি কৰে, হাঁসে পুষ্প দামে ।
সমীৰে উড়াই ধূলি,
দিয়ে মোৰ দেহে তুলি ;
কৰয় লাঞ্ছনা সবে এই ভবধামে ॥

কতনো বিদ্ৰূপ মোৰ সহিবে পৰাণ ।
ঘূৰাওঁ যি দিশে নেত্ৰ,
বিদ্ৰূপ দৰশোঁ মাত্ৰ,
বিষম পৰাণ মোৰ গলে পাওঁ ত্ৰাণ ॥

## তিৰস্কাৰ

পুত্ৰগণ, ছি ছি মোৰ পুত্ৰ সম্বোধন
অযথা প্ৰয়োগ মাত্ৰ তোসবৰ প্ৰতি—,
কুলাঙ্গাৰগণ ! মেলি মুদ্ৰিত নয়ন,
দেখ একবাৰ বৃদ্ধা মাতৃৰ কি গতি ।

থাকিবি নিদ্ৰিত কিবা চিৰদিন হেতু ;
হায়ৰে কপাল ! সবে লভিলি মৰণ ;
জীৱন প্ৰবাহ কিবা নবহে শৰীৰে ?
ধিক ধিক শতধিক তোসব জীৱন ।

থাকোঁতে তোসব, মোৰ, হেৰ' ভীৰুগণ !
শিৰত পাতুকাভাৰ, চৰণে শৃঙ্খল ।
ক'তেবা সিদিন হায় ক'তেবা ই দিন,
ক'ত স্বৰ্ণসিংহাসন ক'ত পদতল ।

তোসব কাৰণে মোৰ ক্ৰমে এহি দশা,
তোসব নিমিত্তে বহে সদা নেত্ৰবাৰি ;
তোসব থাকোঁতে মৰোঁ উদৰ জ্বালাত ;
ধিক হেন পুত্ৰগণে জননীৰ অৰি ।

সবেও বিজাতি মাত্ৰ জন্মিলি উদৰে,
বিজাতি স্বভাব আৰু বিজাতি কৰম ;
পোকৰ উদয় যথা আমৰ ভিতৰে,
অথবা মনুষ্যোদৰে ক্ৰিমিৰ জনম ।

বাহিৰে নিৰ্ঘুণ আম আচৰিত কথা
কিৰূপে জনম লভে কীট তাৰ মাজে ;
আচৰিত কথা, আৰু মানব উদৰে
অতি দীৰ্ঘাকাৰ ক্ৰিমি কিৰূপে ওপজে ।

ইসবকো পাওঁ ; কিন্তু অতি আচৰিত
নিৰ্ম্মল পবিত্ৰ খ্যাত এহি আৰ্য্যকুলে,
কিৰূপে তোসব সম ভয়ে সঙ্কুচিত
নাৰকী তনয়গণ জনম লভিলে ।

জন্মিলি পাপীষ্ঠগণ যদি হেন কুলে,
কিয় তবে কুলোচিত আচৰণ হীন ?
অথবা, আমজ পোক আমৰ নেছেনা
হোৱে কি ? ধৰেকি ক্ৰিমি নৰ আচৰণ ?

দেখ্ দেখ্ দেখ্ সবে নয়ন মেলিয়া,
দেখ্ দেখ্ ভীৰুগণ,—দূৰত থাকিয়া,
যদি লাগে মনে ভয়—, দস্যুগণ সৈয়া
কিৰূপে সৰ্ব্বস্ব মোৰ লইছে হৰিয়া ।

পূৰ্ব্ব পুত্ৰগণ তেজে জগতে পূজিতা
আছিলোঁ, আছিল দেহে বস্ত্ৰ অলঙ্কাৰ ;
বসিছিলোঁ উচ্চাসনে হুয়া হৰষিতা,
হেম মণি মুক্তা পূৰ্ণ আছিল আগাৰ ।

তোসব জহত কিন্তু গল সেহি দিন,
গল সব সুখ, এবে মলিন বদনী,
জীৰ্ণ বাস পৰিধান, দেহ মন ক্ষীণ ;
দেখ্ এবে আমি হায় পথ কঙ্গালিনী ।

কি দেখিবি ? সবে অন্ধ, নয়ন থাকোঁতে ;
শুনিবি কাকুতি কিবা ? বধিৰ শ্ৰৱণ ;
কৰুণ বচন মোৰ তোসব নিকটে,
ঠিক মাত্ৰ অভাগীৰ অৰণ্যে ৰোদন ।

জানিবি নিশ্চয় সত্য দৈববাণী প্ৰায়,
যিৰূপ প্ৰকৃতি সবে কৰিছ ধাৰণ,
কোনোকালে তোসবৰ নুহুব উদগতি,
সেবিলি সেবিছ পৰে, কৰিবি সেবন ।

ধৰিছিলে যেহি গুণ পূৰ্ব্ব পুত্ৰগণ,
যি শক্তি সিসব দেহে আছিল সঞ্চাৰ,
যিটো কণ্ঠমণি হায় ৰাখিবাক হেতু
জীৱন উৎসৰ্গিছিলে যুজিয়া অপাৰ,

ক'তা সেই গুণ, শক্তি, তোসব শৰীৰে ?
সেই কণ্ঠমণি হেতু ক'তা আকিঞ্চন ?
আকিঞ্চন তোসবৰ মাত্ৰ নিদ্ৰা হেতু,
আকিঞ্চন তোসবৰ চৰণ লেহন ।

তোসব জন্মিলি এবে যি গৰ্ভে আমাৰ,
সেই গৰ্ভে জন্মিছিলে পূৰ্ব্ব পুত্ৰগণ ;
কিয়নো প্ৰভেদ যেনে শৃগাল কুঞ্জৰ
তোসব সিসবে তবে কৰোঁ দৰশন ?

কিয় নাই সম তেজ বিক্ৰম মহত্ব,
কিয় কণ্ঠমণি হেতু নাই আকিঞ্চন
কিয় নাই সম ভক্তি জননীৰ প্ৰতি ?
বিপৰীত কাৰ্য্য দেখি কওঁ সিকাৰণ,

সবেও বিজাতি মাত্ৰ জন্মিলি উদৰে,
বিজাতি স্বভাব আৰু বিজাতি কৰম ;
পোকৰ উদয় যথা আমৰ ভিতৰে,
অথবা মনুষ্যোদৰে ক্ৰিমিৰ জনম ।

বাহিৰে নিঘু´ণ আম আচৰিত কথা
কিৰূপে জনম লভে কীট তাৰ মাজে ;
আচৰিত কথা, আৰু মানব উদৰে
অতি দীৰ্ঘাকাৰ ক্ৰিমি কিৰূপে ওপজে ?

ইসবকো পাওঁ ; কিন্তু অতি আচৰিত
নিৰ্ম্মল পবিত্ৰ খ্যাত এহি আৰ্য্যকুলে,
কিৰূপে তোসব সম ভয়ে সঙ্কুচিত
নাৰকী তনয়গণ জনম লভিলে ।

## কাকো চিনিব নোৱাৰি

বিচিত্র জগত গতি, নুবুঝোঁ কাহাৰো মতি,
ছদ্মবেশধাৰী লোক, অভেদ্যাবৰণ।
পাইও নয়ন যুগ, দৰশনে অপাৰগ,
নোৱাৰোঁ চিনিব নেত্রে কোন কেনে জন॥
যাহাক ধাৰ্ম্মিকবৰ, বোলে নৰ নিৰন্তৰ,
সুধীৰ গমন যাৰ গম্ভীৰ স্বভাব।
দেখিও অন্তৰ তাৰ, কুকৰ্ম্মত অনিবাৰ
থাকে লিপ্ত, মনে নাই নাই ধৰ্ম্মভাব॥
কোনো জন সভ্য অতি, ধীৰ জ্ঞানী শুদ্ধমতি
কাৰ্য্যত দেখিবা কিন্তু অতি বিপৰীত।
ভাবিছা সৰল কাকো, যেন নাযানয় একো
কাৰ্য্যে দেখা তাৰ সম নাই বক্রচিত॥
যিজনক বন্ধু বুলি, লোৱা তব হৃদে তুলি,
সম্ভাষা যাহাক তুমি আলিঙ্গন দানে।
সেহি জন এক দিন, কাৰ্য্যত দেখায় ভিন,
বন্ধুত্ব পোতক হায় তোলে পাৰ্য্যমানে॥

## স্বপ্ন

একদিন ৰাতি দেখিলোঁ সপোন,
দৰশিলোঁ দেশ তিমিৰে পূৰিত,
সহসা চঞ্চল হুইলেক মন
ক্ষণকে ভৈলন্ত চিত্ত আকুলিত

নাহি প্রাণীৰব নীৰব চৌদিশে,
চন্দ্র সূৰ্য্য নাই, নাই তাৰাগণ;
অলপো আলোক নাই কোনো দিশে,
কেৱল বিষম তিমিৰাবৰণ।

চলিলোঁ সুশীঘ্ৰে ( গতি অবাধিত )
জন সমাগম আশা কৰি মনে ;
ভ্ৰমিলোঁ আসাম, ভৈল মন ভীত
দৰশিলোঁ যৱে মৃত সৰ্ব্বজনে ।

চলিলোঁ মুহূৰ্ত্তে শ্ৰীবঙ্গ বেহাৰে,
ভ্ৰমিলোঁ অবাধে পঞ্জাব প্ৰদেশ,
—যিটো পুণ্যভূমে বীৰ দৰ্প ভৰে
কৰিছিলে আৰ্য্য প্ৰথম প্ৰবেশ ।

ৰাজপুত ভূমি পড়িলা দৃষ্টিত,
যৈত ছিলা হায় ৰাজপুতগণ ;
যাৰ অসি সদা শোণিতে শাণিত,
হৰ্ষ যাৰ, পালে বৈৰী সহ ৰণ ।

ভ্ৰমিলোঁ গুজৰাট সিন্ধিয়াৰ দেশ,
বীৰনাৰী ভূমি চিতোৰ নগৰী,
ভ্ৰমিলোঁ সত্বৰে দক্ষিণ প্ৰদেশ,
সবেও নিৰ্জ্জীব আছে সব মড়ি ।

হিমাচল হন্তে কুমাৰি পৰ্য্যন্ত,
পঞ্চনদ হন্তে যথা মানস্থান,
ভ্ৰমিলোঁ দৰ্শিলোঁ দেশ আদি অন্ত
শ্মশান শ্মশান কেৱলে শ্মশান ।

সিয়ঁৰিল গাও উপজিল ভয়
কাক জিজ্ঞাসিবোঁ ক'ব কোন জন,
কিয় আৰ্য্যভূমি আজি তমোময়,
পূৰ্ণ মৃতদেহে, ভীষণ দৰ্শন ?

উত্তৰে হিমাদ্ৰি শৃঙ্গ উচ্চ কৰি,
দৰ্শি দেশ দশা, ( বুঝিলোঁ অন্তৰে ),
অচল হুইয়া দুঃখভাৰ ধৰি,
কৰিছে ক্ৰন্দন বিকল চিত্তেৰে।

ব্ৰহ্মপুত্ৰ গঙ্গা সিন্ধু নাম ধৰি।
ত্ৰিধাৰ অশ্ৰু কৰি কল কল,
ভাৰতৰ দেহ চিৰ সিক্ত কৰি
পশিছে সাগৰে গতি অবিৰল।

দৰ্শিলোঁ সাগৰ ধৰি বক্ষঃস্থলে
ভাৰত তনয়া, স্নেহে দ্ৰবিভূত,
বাৰিৰূপ হায়; ক্ষণে টলমলে
হিমাদ্ৰি নিশ্বাস হুইলে পতিত।

চলিলোঁ উত্তৰে সুধীৰ গমনে,
প্ৰণমি বসিলোঁ অদ্ৰি পদতলে;
জিজ্ঞাসিলোঁ পাছে ভয় ভয় মনে
কৰ যোড় কৰি সনম্ৰে অচলে।

"কোৱা গিৰিৰাজ! উজ্জ্বল ভাৰত
তিমিৰে পূৰিত আজি কি কাৰণে,
চন্দ্ৰ সূৰ্য্য কিয় নাহি আকাশত,
কিহেতু নিৰ্জ্জীৱ দেখোঁ সৰ্ব্বজনে?"

"অতুল ভাৰত ভীষণ শ্মশান
দৰ্শোঁ আজি কিয়? কিবা সঞ্জীৱনী
বলে দিব পাৰি সবাক পৰাণ?
দিলা যেন প্ৰাণ অৰ্জ্জুনে অৰ্জ্জুনি।"

"হেৰ কুলাঙ্গাৰ", বুলি সম্বোধিলা,
গম্ভীৰ নিনাদে গিৰিগণ পতি ;
গূঢ় কথা বহু কহিতে লাগিলা,
কিন্তু পাসৰিলোঁ, ভ্ৰম ভৈল মতি ॥

## বিধবা

হায়ৰে অবলা বালা, সৰলা কোমলান্তৰা,
কৰিলে বিধবা বিধি তোমাক অকালে।
তোমাৰ অবলম্বন, হৰি প্ৰিয় পতিধন,
অতল জলধি জলে সহৰ্ষে ডুবালে ॥
হয়া তুমি পতিহীনা, হলা হায় ম্ৰিয়মানা,
বৃক্ষাশ্ৰিতা লতা যেন বৃক্ষৰ পতনে।
মধুহাঁসি নাই মুখে, প্ৰাণ সদা দহে দুঃখে,
নিজ কষ্ট বুঝা নিজে, কিবুঝিব আনে ?
নিৰ্জ্জন প্ৰকোষ্ঠে বসি, অঞ্চলে নয়ন মছি,
কান্দা যৱে, নেত্ৰে বাৰি বহে শতধাৰ।
স্বাৰ্থপৰ নৰগণ, সপনতো কদাচন,
ভাবে কি তোমাৰ দুঃখ, কৰে কি বিচাৰ ?
কিম্বা কত নিশি-গত, হোৱে তব অনিদ্ৰাত,
কোনে জানিবেক ? মাত্ৰ জানয় ঈশ্বৰে ॥
যেন ভৱসাগৰে পড়ি, কাণ্ডাৰী বিহীনা তৰী,
কিম্বা পথে যেন তুমি নেত্ৰহীনা নাৰী।
মন সদা শোকাকুল, জীৱনে মৰণ তুল,
দিলে হেন দুঃখ বিধি নাচালে বিচাৰি ॥
অথবা বিতুষ্ট বিধি, নামানিয়া একো বিধি,
গোলাপ কমলে হায় কণ্টকে ৰচিলে।

সি বিধি যে ৰমণীক, দিবেক বৈধব্য শোক,
ইয়াৰ আশ্চৰ্য্য কিবা আছে ভূমণ্ডলে ?
সুৰাঙ্গনা ৰূপধাৰী, অবলা সুন্দৰী নাৰী
পবিত্ৰ কমল হেন অন্তৰ কোমল ।
কিৰূপে চতুৰানন ! বজ্ৰে বান্ধি তব মন,
কৰিলা অনাথা তাক, নয়ন সজল ?
যদি হে পদ্মলাঞ্ছন ! নাছিলে তোমাৰ মন,
দিবে অবলাক প্ৰিয় পতি সহবাস ।
কিয় তেন্তে অকাৰণে, মিলাইয়া দুয়ো জনে
ক্ষণকাল হেতু, দিলা প্ৰেমৰ আভাস
দৰ্শাই স্বৰ্গৰ সুখ, কিয় দিলা পাছে দুঃখ,
যি দুঃখ ভাবতে নোহে কদাচো অন্তৰ ?
কিয়নো তৃষিত জনে হায় অল্প জল দানে
দহিলা দ্বিগুণ, বিধি তাহাৰ অন্তৰ ?
পুৰুষও স্বাৰ্থপৰ, কৰি ললে হিতকৰ
নিজৰ হেতুকে যত নিয়ম লাগয় ।
এক নাৰী বৰ্ত্তমানে, দ্বিতীয়া তৃতীয়া আনে,
বিধবাৰ হলে কিন্তু নাই পৰিণয় ॥
আশ্চৰ্য্য বিচাৰ হায়, প্ৰাণ মন দহি যায়,
নিষ্কণ্টক কৰি ললে পুৰুষৰ পথ ।
ভগিনীৰ অৱস্থাত, নকৰিলে দৃষ্টিপাত
অত্যন্ত নিৰ্দ্দয় নৰ স্বাৰ্থপৰ শঠ ॥
ইচ্ছা কৰোঁ হেন মনে, যেন সৰ্ব্বনৰগণে,
জনমি ৰমণী কুলে হওক বিধবা,
জানোক বিধবাৱস্থা, কেনে শোককৰ কথা,
কেনে পৰিতাপ মনে জলয় সৰ্ব্বদা ॥
অথবা, পুৰুষ হেতু হোক দৃঢ় বিধি ইটো,
নাৰীহীন হলে নাই পুনঃ পৰিণয় ।

তবেসে নৰৰ নেত্ৰ, হইবেক উন্মিলিত,
জানিব কি দুখে দগ্ধ বিধবা হৃদয় ॥
শুনা হে বিধবাগণ ! নকৰিবা শোক মন,
কালক্ৰমে সুখ-সূৰ্য্য হইব উদয় ।
দুঃখ ৰূপ তমঃৰাশি, ক্ৰমে পোলাইবা নাশি,
কুনীতি যামিনী ক্ৰমে পাইব বিলয় ॥
ঈশ্বৰ কৃপাৰ বলে, জনমি ভাৰত স্থলে
‘ঈশ্বৰ পীযুষকৰ’ বিধবাৰ বন্ধু ।
প্ৰদৰ্শাই নানা যুক্তি, ৰাখিব কৰিছে বিধি
বিধবা বিবাহ ৰীতি প্ৰচলন হেতু ॥

## জন্মভূমি

যি সব স্বভাব শোভা আছয় তোমাৰ
হে প্ৰিয় জনমভূমি ! আছে সেহি সব
আনো আনো দেশে ; আছে সেহি বৃক্ষলতা
সেহি পক্ষী সেহি পশু সেহি কুঞ্জবন,
সেহিৰূপ জলাশয় নদ নদী আদি ।
যি চন্দ্ৰ সূৰুযে কৰে সদা আলোকিত
তোমাৰ শ্যামল দেহ, সি চন্দ্ৰ সূৰুযে
কৰে কৰ দান যত আনো আনো দেশে ;
সমৰূপে প্ৰভঞ্জনো শীতলে শৰীৰ ।
তবে কিয় মৰ মন সদা আকুলিত
তোমাক দৰ্শিবে, কিয় তুচ্ছে পৰদেশ ?
ভূলোক পৰম সুখ পৰদেশে নৰ
সহৰ্ষে, কৰোক বাস হেম গৃহ তলে,

নোহোক অভাব একো ; শচীপতি সম
কৰোক বসতি পুষ্প গন্ধে আমোদিত
নন্দন কানন সম উদ্যানৰ মাজে ;
তথাপি, যদিও তথা মন মুগ্ধ তাৰ
থাকয় সৰ্ব্বদা ভোগে, তথাপি, অন্তৰে
উদয় হইয়া ক্ষণে জন্মভূমি ৰূপ
আকুল কৰয় তাক আসিবে সিস্থানে।
কি যে আকৰ্ষণ গুণ জন্মভূমি তুমি
ধৰিছা তোমাৰ দেহে, কি যে মনোলোভা
আছে শোভা তৱ, হায় বুজা সুকঠিন।
ধন্য তুমি জন্মভূমি, ধন্য শক্তি তৱ,
ধন্য তুমি প্ৰিয়স্থান নিখিল জগতে।

## আলেক্‌জেণ্ডাৰ ও দস্যু

আঃ—“তয়ে কি থে্ৰীয় দস্যু যাৰ অত্যাচাৰ,
শুনো প্ৰজাগণ মুখে এত বাৰম্বাৰ ?”
দঃ—“কোনে বোলে দস্যু মোক আদ্যন্ত নাজানি ?
থে্ৰীয় কুলজ মই বীৰচূড়ামণি ॥”
আঃ—“বীৰচূড়ামণি ? কি কি বীৰচূড়ামণি ?
প্ৰবঞ্চক চোৰ তই অমঙ্গল খনি ॥
নগৰে নগৰে দুষ্ট অগনি জ্বলালি।
হৰিয়া প্ৰজাৰ ধন দাৰিদ্ৰে ডুবালি ॥
তোৰ ভয়ে গ্ৰাম্য লোক কঁপে থৰ থৰ।
নিৰ্ম্মম পাপীষ্ঠ তই থে্ৰীয় পামৰ ॥”
দঃ—“ৰাজ্যপতি তুমি, নৃপ, কি কৰোঁ বচন ?
নহলে উচিতোত্তৰ কৰিলোঁ। হুতন ॥”

আঃ—"ৰাজ্যপতি বুলি মোক নকৰিবি ভয়।
দেহ বাক্যোত্তৰ, কৰি নিঃশঙ্ক হৃদয়॥
যি আছে বক্তব্য তোৰ কহিও নির্ভয়ে।
দিছোঁ স্বাধীনতা আজি মৰণ সময়ে॥"
দঃ—"তৱে প্রশ্নচ্ছলে, ৰাজা, কৰোঁ সমুদয়।
মৃত্যুকালে যি যি মোৰ বক্তব্য আছয়॥
প্রথমে কহিও ভূপ তুমি কোন জন।
চাহোঁ শুনিবাক অগ্রে তব বিৱৰণ॥"
আঃ—"ৰাজা আমি ; মোৰ ৰাজবিধি শুভময়।
শুধিও যশক মোৰ দিব পৰিচয়॥"
দঃ—"নকহে কি যশে তৱে—তোমাৰ যিমত—।
বিক্রম কাহিনী মোৰ বীৰদর্প যত ?
ক্ষুদ্র ক্ষুদ্র গ্রাম মাত্র কৰিছিলোঁ জয়।
তাতে যদি ইহীনৰ অপৰাধ হয়॥
তুমিওতো কৰিছিলা দেশ বিলুণ্ঠন।
তুমিওতো হৰিছিলা পৰ দ্রব্যধন॥
অসংখ্য লইয়া সেনা সেনানী নিচয়।
তুমিওতো কত ৰাজ্য কৰিলা বিলয়॥
নিপাতিলা কত ৰাজা কত ধনী মানী।
নোহে কি সিসব দোষ তোমাৰ, নৃমণি ?
আমি ক্ষুদ্র দস্যু মাত্র অতি হীন জন।
তুমি কিন্তু মহা দস্যু ভীষণ শমন॥"
আঃ—"যদিও জিনিয়া ৰাজ্য অসংখ্য নগৰ।
লভিয়াছোঁ বহু অর্থ সম্পত্তি বিস্তৰ॥
সেহিৰূপে মুক্তহস্তে কৰি বহু দান।
কৰিছোঁ প্রজাৰ হিত মঙ্গল বিধান॥
জলহীন স্থান জলে কৰিছোঁ পূৰণ॥
পথিকৰ হেতু পথে কৰিছোঁ নির্ম্মাণ।

বিশ্ৰাম ভৱন সহ মনোৰম স্থান ॥
কত বিশ্ববিত্তালয় চিকিৎসাৰ ঘৰ ।
কৰিয়াছোঁ কত কাৰ্য্য প্ৰজা হিতকৰ ॥
দঃ—“আমিও কৰিছোঁ বহু হিতকাৰ্য্য, ভূপ,
অনুচৰগণ হেতু শক্তি অনুৰূপ ॥
ক্ষুদ্ৰ ক্ষুদ্ৰ পাঠালয় কৰিছোঁ স্থাপন ।
যুদ্ধ শিক্ষা দিছোঁ বহু কৰিয়া যতন ॥
ৰাখিছোঁ ৰোগীৰ হেতু চিকিৎসকগণ ।
পাৰ্য্যমানে কৰিয়াছোঁ শুভ সম্পাদন ॥
তোমাত আমাত ভেদ নকৰো দৰ্শন ।
তুমি দস্যু, ময়ো দস্যু, দস্যু দুয়োজন ॥
তবে মাত্ৰ এহি ভেদ, আমি হীন জন ।
তব জন্ম ৰাজকুলে, আছে সিংহাসন ॥”

এহিৰূপ দস্যু বাক্যে, অনুচৰগণে ।
আজ্ঞিলা নৃপতি তাৰ বন্ধন মোচনে ॥
হুইলা বিমুক্ত দস্যু বাক্যৰ বলত ।
প্ৰণমিলা ভূপতিক হুয়া পদানত ॥

## ধনীৰ প্ৰতি ভিক্ষাৰীৰ উক্তি

কিয় কিয় ধনি, ঘূৰালা বদন
দৰ্শি ইহীনক ? কিয় অকাৰণ
হুইলা সক্ৰোধ ভিক্ষুকৰ প্ৰতি ?
কৰিয়াছে বিধি পৰ অন্নভোজী,
অত্যন্ত দৰিদ্ৰ, দেহ বস্ত্ৰহীন,
দুৰ্বীৰ শৰীৰ, শ্ৰমে অপাৰগ ;
নহলে কি হায় যষ্টি ভৰ কৰি

এই বৃদ্ধকালে শ্ৰান্ত পদক্ষেপে
অগ্নিময় ৰবি প্ৰচণ্ড কিৰণে
কৰোঁ অন্ন ভিক্ষা আমি দ্বাৰে দ্বাৰে ?
নহলে কি, ধনি, আজি তব গৃহে
আসি ভিক্ষা হেতু, দৰ্শোঁ কি কদাচোঁ
তব ক্ৰুদ্ধ মুখ নয়ন ভ্ৰূকুটি ?
তুমি ভাগ্যবান পাইছা অপাৰ
ৰজত কাঞ্চন, গজ বাজি আদি ;
এহি ভিক্ষুকক যদিও তথাপি
এক মুঠি অন্ন দিবে অপাৰগ,
সক্ৰোধ অন্তৰ মুহুইয়া ধনি,
"ভিক্ষা নাই" বুলি কহিলেই হোৱে ॥
তব ৰূপ ধনী হোৱা বা নোহোৱা
উভয় সমান ; জানিবা নিশ্চিত
নাথাকিবে তব অতুল সম্পত্তি
চিৰদিন হেতু ; নাজানাকি হায়
মনুষ্য জীৱন অত্যন্ত নশ্বৰ ?
নাজানাকি হায় তোমাৰো ইদেহ,
—সুখ ভোগে যিটো এৰে সুবৰ্দ্ধিত—,
মিশিব মৃত্তিকা সহ অন্তকালে,
থাকিব শায়িত অন্ধকাৰ কূপে ?
অথবা গৃধিনী বায়স শৃগাল
তব অস্থি লই কৰিবেক খেলা ?

## কলিকাতা

(১)

হুইয়া শোভিত অতি অতুল শোভাতে,
যমুনাৰ তটস্থিত দিল্লীৰ নগৰ,
আছিল একালে এই বিস্তীর্ণ ভাৰতে,
অদ্বিতীয় শ্রেষ্ঠ স্থান পুৰ মনোহৰ।
কত হিন্দু ৰাজা তাত বীৰ দৰ্পে অতি,
আছিলে প্রকাশি বল বীৰ্য্য সবিশেষ ;
বাবৰ আকৃবৰ কত যবন ভূপতি,
কালক্রমে বসি তাত শাসিছিলে দেশ।
আছিল একালে সেই দিল্লীৰ নগৰ।
ভাৰতৰ ৰাজধানী পুৰ মনোহৰ।

(২)

যি দিনৰ পৰা কিন্তু ভাৰত জননী,
—যাৰ অদৃষ্টত বিধি অমুচ্য অক্ষৰে,
ধৰিয়া কুক্ষণে বজ্র সমান লেখনী,
পৰ পদ সেবিবাক যুগ যুগান্তৰে,
লেখিলা নির্দ্দয় চিতে। কৰি ধনবতী,
দিয়া অগণন মুক্তা হীৰক আকৰ,
নানা আভৰণে কৰি সুশোভিতা অতি,
লেখিলা দৰিদ্রা হবে অল্প দিনান্তৰ
শিলৰ ৰেখাত ; যাৰ হীন পুত্রগণ
উদৰ জ্বালাত সেৱে পৰৰ চৰণ—।

(৩)

যি দিনৰ পৰা সেই, আৰ্য্যভূমি মাতা,
সেবিয়া সুদীর্ঘ কাল, যবন চৰণ,
ইংৰাজ-কেশৰী নখে হুইছে পতিতা

সমর্পি তাহাক যত আছে বস্তুধন ;
যি দিনৰ পৰা মাতা এড়ি পুৰাতন,
দাসীত্ব শৃঙ্খল নব ধৰিছে চৰণে,
( চিৰ অভ্যাসৰ কার্য্য নোহে দুঃখ মন ) ;
সেহি দিন হন্তে নব প্রভুৰ মিলনে,
ভাগিৰথী তীৰে,—পুৰাতন দিল্লী জিনি—,
শোভিয়াছে কলিকাতা নব ৰাজধানী ।

(৪)

অতি মনোৰম স্থান নয়ন ৰঞ্জন ;
সাৰি সাৰি অট্টালিকা দ্বিতল ত্রিতল,
পর্ণ পত্র যুত নাই এটাও ভবন,
কিৰণিছে সবে শ্বেত বৰণে কেৱল ।
হিমাদ্রি মস্তক চ্যুত হুয়া যেন হায়,
অসংখ্য ধবল গিৰি ধবল বৰণে
স্তূপাকাৰে হুয়া সাৰি, কলিকাতা কায়
ধবলিছে, ৰমণিছে মনুজ লোচনে ।
আন স্থানে সুলভ যিবৰণ শ্যামল,
দুৰলভ তথা, মাত্র কেৱল ধবল ।

(৫)

“কলেজ”, “ওৱেলিংটন”, “হেলিডে”, “বিডন”,
“চৌৰঙ্গী”, “মিৰ্জাপুৰ”, ষ্ট্রিট নিকৰে,
প্রস্তৰ কঙ্কৰে কৰি দেহ আবৰণ,
নগৰৰ দীর্ঘ প্রস্থ পৰিমাণ কৰে ।
সিসবৰ শাখাৰূপ কত “লেন” গণ
“স্কট”, “পঞ্চানন্দতলা”, “চাপাতলা” আদি,
ধৰিয়া বিবিধ নাম, সংখ্যা অগণন,
সিসবক পৰস্পৰ আছয় সংযোগি ।

স্থানে স্থানে জলস্তম্ভ ; ঘুৰালেই কল,
ঢালে জল অবিৰল শোধিত শীতল।

(৬)

ৰাত্ৰিত সহস্ৰ গ্যাস্ যুড়ি চতুৰ্দ্দিক,
—সহস্ৰ নক্ষত্ৰ যেন উদিয়া ভূতলে—,
কৰে আলো অৱহেলি পূৰ্ণিমা শশীক ;
কৃষ্ণ শুক্ল পক্ষ ভেদ নাথাকে সিস্থলে।
"ফুটপাথে" জনস্ৰোত বহে নিৰন্তৰ,
ৰাত্ৰি দিন সমভাৱে নাহিকে বিশ্ৰাম ;
মধ্যপথে ঘোঁড়াগাড়ী কৰে ঘড় ঘড়,
কেৱল উঠিছে শব্দ কৰি ধুমধাম।
থাকি থাকি নানা স্বৰে পথে বাৰম্বাৰ,
নানা দ্ৰব্য শিৰে কৰি চীৎকাৰে "হকাৰ"।

(৭)

কোনোৱে ডাকিছে "চাই তেতুল" বুলিয়া,
কোনোৱে "হুগুলি এক পয়সা" শব্দিছে,
কোনোজনে "জুতাব্ৰুস্" "সেলাই জুতিয়া"
কোনোৱে "বৰফ চাই" সঘনে ডাকিছে।
চীৎকাৰিছে "বুটভাজা" "মালাই" "মিঠাই",
"গোলাপী গেণ্ডেৰী" "পান চাই" কোনোজনে
কেহোঁ ডাকে "তালপাতা" "ফুলমালা চাই",
শব্দ পাছে শত শব্দ পশিছে শ্ৰৱণে।
হাটে বাটে ঘাটে আছে দ্ৰব্য অগণন,
ইচ্ছামতে কিনি লোৱা যদি থাকে ধন।

(৮)

স্থানে স্থানে অভিনয় হোৱে ৰাত্ৰিকালে ;
কি যে সুমধুৰ বাদ্য বাজয় মন্দিৰে !

যেন সুৰঙ্গনাগণ আসিয়া সিংহলে,
বজায়ে সুযন্ত্র ধৰি সুকোমল কৰে।
বাজে বংশী "হাৰ্ম্মনিয়ম" "ক্লেৰিনেট" বিপুল,
যত বিলাতীয় যন্ত্র অতি মধুস্বৰে,
শুনি সি মিশ্রিত স্বৰ জগতে অতুল
কোন নৰ নাৰী হায় নজ্ৰয়ে অন্তৰে ?
তালে তালে নাচে গায় অভিনেতৃগণ,
বোধ হোৱে মনে যেন সুখৰ স্বপন।

(৯)

নাটৰ মন্দিৰ এড়ি, এড়ি বাদ্যগান,
আসিও পাঠক ! এবে ইংৰাজ বিভাগে,
দেশীয় বিভাগ জিনে যিটো মহাস্থান,
—নিজিনিব কিয় ? তাত জেতৃগণ থাকে।
শ্বেত কৃষ্ণ অঙ্গে যদি প্ৰভেদ থাকয়,
থাকয় প্ৰভেদ যদি জেতা জিত কুলে,
প্ৰভু দাস যদি কদা সমান নহয়
মুহুৰে প্ৰভেদ কিয় তৱে বাসস্থানে—?
আসিও পাঠক, ( কিন্তু ভয় ভয় চিতে
আসিবা ), দৰ্শিও "বহুবাজাৰ ইষ্ট্ৰিটে"

(১০)

ইংৰাজ নাৱিকগণ, উনমত্ত অতি,
খুলিছে বোটল কাঁক আহ্লাদিত মনে,
ঢালিছে কৰস্থ গ্লাসে সুৰা মূৰ্ত্তিমতী
"ব্ৰাণ্ডি" নামে, সুধাৰূপ পীয়াছে সঘনে।
পুনৰ ঢালিছে ব্ৰাণ্ডি গ্লাছ পূৰ্ণ কৰি,
পুনৰ কৰিছে পান, আনন্দ অপাৰ ;

বিবাদিছে পৰস্পৰ ; কেহোঁ আছে পড়ি
পথ পাশে ধাৰ মুখে হয়া দীৰ্ঘাকাৰ।
কেহোঁ সুৰেশ্বৰী পূজি উদৰ গহ্বৰে
ঈপ্সিত সুখৰ মূৰ্ত্তি ভাবিছে অন্তৰে।

(১১)

ধন্যা দেবি সুৰেশ্বৰি ! তুমি মাননীয়া,
ধন্য তব অৱতাৰ এহি কলিকালে ;
ইউৰোপ আমেৰিকা আফ্রিকা আসিয়া,
চাৰি মহাদেশ নত তব পদতলে।
কত উপাসকগণ অতি সমাদৰে
দিছে হৰ্ষে ধনাঞ্জলি তোমাৰ চৰণে,
—যি ধন লাগিয়া নৰ দেশ দেশান্তৰে
কৰয় ভ্ৰমণ হায় উৎকণ্ঠিত মনে—।
হেন কষ্টলভ্য ধন পদে প্ৰদানিছে,
কতো জনে শ্ৰীচৰণে জীৱনো এড়িছে।

(১২)

ঈশ্বৰকো ভক্তি নৰ বাহিৰে দৰ্শায়,
নকৰে প্ৰকৃত ভক্তি তাহাঙ্ক হৃদয়ে ;
তব উপাসকগণ যদিও ঘৃণায়
বাহিৰে তোমাক লোক সমাজৰ ভয়ে,
অন্তৰত কৰে কিন্তু তব ৰূপ ধ্যান,
পিতৃধন শ্ৰাদ্ধ কৰে শ্ৰীপদে তোমাৰ
অতুল মহিমা ৰাশি সদা কৰে গান,
নমে ভূতলত পড়ি হয়া দীৰ্ঘাকাৰ।
অনন্তৰূপিনি সুৰা ! ধন্য প্ৰলোভন ;
কি বুজোঁ মহিমা আমি অল্পকত জন।

(১৩)

ইফালে কলিঙ্গা নামে স্থানে অপৰূপ
বাৰনাৰী গৃহ শ্ৰেণী ভাসিছে নয়নে ;
শ্বেতভুজা দেবীগণ এড়ি ইউৰূপ,
—এড়ি সুৰপুৰ যেন সুৰবালাগণে
সুৰেশ্বৰ শাপে—, লজ্ঘি বিস্তীৰ্ণ সাগৰ
বিবিধ বিপদাকীৰ্ণ, হেলি উৰ্ম্মিমালা
কৰিছে সিস্থানে বাস উল্লাস অন্তৰে ;
নাজানো কুহকে কিনো স্বদেশ ত্যজিলা ।।
—জয় বৃটেণীয়া, জয় যতেক বৃটন,
দেব শক্তি তোমাসাৰ শৰীৰে মিলন ।

(১৪)

নহলে, কিহৰ বলে অবলা ৰমণী
কোমলা লতিকা প্ৰায়, কিহৰ সাহসে,
অৱহেলি নদ নদী ৰাজ্য ৰাজধানী
অপাৰ সমুদ্ৰ বাৰি কটাক্ষে লজ্ঘিছে ?
ধন্য তোমাসাৰ বল বিবিধ কৌশল,
কত দেশ ভাসমান পদে তোমাসাৰ,
কত যে মুকুটধাৰী পিন্ধিছে শৃঙ্খল,
মানিছে দাসত্ব আৰু যত পাৰাবাৰ—
পাঠক ! কল্পনাবলে কৰা দৃষ্টিপাত,
কত বাৰঙ্গনা বাস কৰে কলিঙ্গাত ।

(১৫)

অৰ্দ্ধ বক্ষ অৰ্দ্ধ পৃষ্ঠ ৰাখি উলঙ্গণে,
কত শ্বেতভুজা দেবী সুতাম্ৰ কেশিণী,
বংশ-শলা নিৰমিত ৰঞ্জিত আসনে
বসিছে হুইয়া গৃহদ্বাৰ-সুশোভিনী ।

*     *     *     *
*     *     *     *

(১৬)

সুদূৰে কেশবীৰাৰ যুক্ত ৰাজ্ঞ গৃহ
ধৰিছে অতুল শোভা ; দ্বাৰে ৰক্ষিগণ,
বীৰ সাজে আবৰিয়া নিজ নিজ দেহ,
হাতত বন্দুক ধৰি কৰিছে ভ্ৰমণ।
নিকটে “টাউন হল” ; শত শত শ্ৰোতা
হোৱে একত্ৰিত তাত, গৰ্জ্জে বক্তাগণ
সুদীৰ্ঘ বক্তৃতা কৰি, লভয় উষ্ণতা
তেজ স্ৰোত, দেহে শীৰা কৰয় নৰ্ত্তন।
সেহি ধ্বনি প্ৰতিধ্বনি গৃহে ইষ্টকৰ,
পশিছে শ্ৰৱণে আসি পথিক জনৰ।

(১৭)

“জেনেৰাল পোষ্টাফিস্” “টেলিগ্ৰাফাফিস্”
( আহা কি বিচিত্ৰ কৰি নিৰ্ম্মিলে ইংৰাজ )
যেন শিৰ উচ্চ কৰি দৰ্শে চতুৰ্দ্দিশ,
নেত্ৰ তৃপ্তিকৰ অতি মনোৰম সাজে।
“হাইকোৰ্ট” গৃহ,—হায় যাহাৰ স্মৰণে
আসে মনে নানা চিন্তা—, বিচাৰ আলয় ;
বসিয়া তথাত জজ বিচাৰকগণে
নৰৰ জীৱন মৃত্যু কৰয় নিশ্চয়।
চাৰি ফালে ঘেড়ি কোৰ্ট মাজত প্ৰাঙ্গণ,
বক্ক মৎস্য কুঁৱা জলে কৰিছে নৰ্ত্তন।

(১৮)

অদূৰে দক্ষিণে এৱে নয়ন গোচৰে,
ভাসিছে শ্যামল বৰ্ণে “ইডেন” উদ্যান ;
গ্ৰীষ্মে জনস্ৰোতে ঘুড়ি আকুল অন্তৰে
শ্যাম উপবন দেখি জুড়ায় পৰাণ।

কিবা রমণীয় স্থান ! বিশ্বকর্ম্মা যেন
বহু আলোচনা করি স্বহস্তে রচিলে
নন্দন কানন জিনি "ইডেন গার্ডেন" ;
ধন বিনিময়ে পাছে ইংরাজক দিলে ।
নানা বৃক্ষ নানা লতা নানা পুষ্পগণ,
নিরমল রূপে বন করিছে শোভিন ।

(১৯)

ছিন্নমস্ত দুর্ব্বাদল সম উচ্চ, যেন
শ্যামল তরল জল ভাসিছে দৃষ্টিত ;
মাজে মাজে ক্ষুদ্র পথ অতি সুচিকণ,
দুই পাশে ক্ষুদ্র বনে পুষ্প প্রস্ফুটিত ।
শীতল ছায়ার তলে আছয় আসন ;
পথশ্রান্ত লোকগণ তপনে তাপিত,
বসি তাত হর্ষ চিত্তে জুড়ায় নয়ন
সুখদ স্বভাব শোভা দর্শি চতুর্ভিত ।
এড়ি যেন লোকারণ্য এড়ি পাপীগণে
বসিছে প্রকৃতি দেবী বিরল বিজনে ।

(২০)

আছে এক গৃহ তাত চতুর্কোণ তার
করে জল মল যেন স্বর্ণর কাজ,
সকলে কহয় বোলে গৃহ দেবতার,
ব্রহ্মদেশ হন্তে যুদ্ধে লভিলা ইংরাজ ।
সমুখত জলাধার, মৃদু সমীরণে
আন্দোলিত করি জল, তরঙ্গ মালায়
তটস্থিত ব্রহ্ম-দেব মন্দিরক ঘনে
সহস্র মন্দির করি হর্ষে প্রদর্শায় ।

ক্ষুদ্র দুটী শ্বেত 'বোট' শোভা কৰে জলে
যেন প্ৰস্ফুটিত দুটী শ্বেত শতদল।

(২১)

সন্ধ্যাকালে,—দিনমণি তেজ সঙ্কুচিয়া
সুদূৰ পশ্চিমে পাতি লোহিত আসন
শূন্যস্থলে, ক্ৰমে ক্ৰমে পদ বিস্তাৰিয়া
ক্লান্তি দূৰিবাক যত্নে কৰয় শয়ন—।
সেহিকালে "ইডেনত" কত নৰগণ,
কৰে বিচৰণ আসি কৰিবে শীতল
উত্তাপিত দেহ ; সেবি সন্ধ্যা সমীৰণ
দিৱসৰ শ্ৰান্তি দূৰে, লভে পুনঃ বল।
ঝম্ ঝম্ কৰি বাজে বৃটিস বাজনা
জগতে সিবাদ্য সম কি আছে তুলনা ?

(২২)

ইবাদ্য বলত হায় সমৰ প্ৰাঙ্গণে,
যোদ্ধাৰ ধমনি মাজে নাচে তপ্ত তেজ,
ইবাদ্যে জাগ্ৰত হোৱে সুপ্ত সেনাগণ,
ভীৰু জনা পায় বল ধৰে বীৰ তেজ।
ইবাদ্য কুহকে মাত্ৰ পাসৰি মৰণ,
পাসৰিয়া প্ৰিয় জন উন্মত্ত হুইয়া,
কেশৰী সদৃশ পশি যুদ্ধে যোদ্ধাগণ,
ত্যজে তুচ্ছ প্ৰাণ শত শত্ৰু সংহাৰিয়া।
এহি বলে দ্বীপবাসী নাচিয়া বীৰত্বে,
বিজয় পতাকা হায় উড়ালে ভাৰতে।

(২৩)

দেখিও অনতিদূৰে দক্ষিণ দিশত
ভীম মূৰ্ত্তি দুৰ্গ যেন কালান্ত কেশৰী;
দুৱাৰে প্ৰহৰীগণ টহলে দৰ্পত
উলঙ্গ শঙ্গিন যুত যম দণ্ড ধৰি।
অনল বৰ্ষণকাৰী কামান নিচয়
অব্যৰ্থ ব্ৰহ্মাস্ত্ৰ সম, গোলা স্তূপাকাৰ,
—যাৰ এটি তেজে শত শত্ৰু পাত হয়—,
ধৰিয়াছে দুৰ্গ যেন দেহে অলঙ্কাৰ।
ভাৰতে ব্ৰিটিশ ৰাজ্য গৌৰব বীৰত্ব,
এই দুৰ্গ শিৰে সব আছে সংস্থাপিত।

(২৪)

কোন্ শত্ৰু কোন্ প্ৰাণে হব অগ্ৰসৰ?
ধন ঘটা নাদ জিনি কামান গৰ্জ্জন
শুনিয়া, দেখিয়া আৰু গোলা তেজস্কৰ
কোন্ নৰ শত্ৰুৰনো নকঁপিবে মন?
বাহিৰে দেখাত দুৰ্গ শান্তিৰ আলয়,
আছয় নিদ্ৰিত যেন দুৰ্ব্বল কেশৰী,
সমুখ সমৰে কিন্তু ভীম মূৰ্ত্তিময়
উঠে যেন মহা সিংহ দন্ত কড় মড়ি।
ইয়াৰ হেতুকে নত যত নৃপগণ,
ভয়ে ভাগিৰথী কৰে পদ প্ৰক্ষালন।

(২৫)

হায় ভাগিৰথী কথা পড়িল মনত;
পুণ্যৱতী স্ৰোতস্বতী বহমানা যথা,
যাৰ বাৰি স্পৰ্শে পাপ হোৱে বিদূৰিত
চলিও পাঠকবৰ্গ যাওঁ এবে তথা।

সহস্ৰ তৰঙ্গ ধৰি সুধীৰ গমনে
কি চিন্তাত মুগ্ধা হৈয়া জাহ্নবী জননী
শক্তিহীনা প্ৰায় আজি বহিছে বিমনে ?
কি ভাবে ভাবিতা আজি পতিত পাৱনী ?
থাকি থাকি যেন হায় কৰি কল কল,
প্ৰকাশিছে মন দুঃখ গীতে অবিৰল।

(১)

“হা অদৃষ্ট ! এহি শেষ আছিল আমাৰ ?
কতে স্বৰ্গধাম হায় কতেবা ভূতল ;
কিয় বিধি ৰাখি কমণ্ডলুত তোমাৰ
আদৰে, নিৰ্দ্দয় হৈয়া দিলা ৰসাতল ?”

(২)

সগৰৰ বংশোদ্ধাৰ উপলক্ষ কৰি,
ছলিলেক কিয় মোক দুষ্ট ভগিৰথে ?
কিয় মনোৰম স্বৰে শঙ্খ বাদ্য কৰি
আনিলেক মোক এই নৰকৰ পথে ?

(৩)

“আমি গঙ্গা,—দিয়া যাক মহিমা অপাৰ
সৃজিছিলে বিধি পাপী নিস্তাৰ কাৰণ ;
শকতি অতুল যাৰ, তৰঙ্গ আঘাতে
ভাসিছিলে ঐৰাৱত ইন্দ্ৰৰ বাহন ;”

(৪)

“যাক পূজিছিলে সদা যত অমৰবৃন্দ
নৈবেদ্য ধূপ ঘৃত নানাবিধ সাজে,

থাওক সিসব কথা আপুনি শঙ্কব
বাখিছিলে শিবে বাক জটাজুট মাজে ।"

(৫)

"সেই গঙ্গা আমি হায় পতিত পাবনী,
পড়িলো অদৃষ্ট বলে পাপিনী ভাবক্তে ;
হায় আজি হলো আমি শৃঙ্খল ধাবিণী
বান্ধিলে ইংবাজে মোক হাবড়াব ঘাটে ।"

(৬)

"অসংখ্য পর্ব্বত লঙ্ঘি নিষ্কণ্টকি পথ
হুইছিলো পবাজিতা জহ্নুব উদবে
একবাব ; হায় এই কলিব কালত
হলো পবাজিতা পুনঃ শ্বেতাঙ্গব কবে ।"

(৭)

"কোনে জানিছিলে কিম্বা কোনে ভাবিছিলে
হুইব অর্ণবপোতে বক্ষ বিদাবিত ?
যাব জল স্পর্শে নব মুক্তি লভিছিলে,
বিদেশী বাণিজ্যোপায় হুইবো কলিত ?"

(৮)

"কতেক, সহিবোঁ, দুখ ?   আমাব জীৱন
কবিছে উজান ভাটি হায় প্ৰতিদিনে,
সুবুজিয়া কয় কিন্তু যত নবগণ,
'বহয় জোৱাব ভাটা জাহ্নবী জীৱনে' ।"

(৯)

"বাৰম্বাব কঁপে সমস্ত শবীব,
বাৰম্বাব উঠে মোব শত ঊর্ম্মিচয়,

কোমল হৃদয় পুনঃ হোৱয় অধীৰ
শত শত ঊৰ্ম্মিমালা পুনঃ পায় লয় ।”

(১০)

“মকৰ বাহনে হায় ছিলে যাৰ স্থিতি,
সেহি আমি নিজে এবে ম্লেচ্ছৰ বাহন ;
সহিছোঁ কোমল বক্ষে পোত গতাগতি
বিদৰিছে প্ৰাণ মোৰ বিদৰিছে মন ।”

(১১)

“ইকালে প্ৰকৃতি দেবী—দীনা দুৰ্ভাগিনী
আমাৰে নিছিনা—, হায় ত্যজি কলিকাতা
ইচ্ছা বিপৰীতে, এড়ি চিৰ ৰাজধানী,
বসিছে ‘ইডেনে’ যেন অশোকত সীতা ।”

(১২)

“তমস্বিনী প্ৰকৃতিৰ প্ৰিয় সহচৰী,
দীপালোক ভয়ে বসে সুদূৰ বিপিনে ;
সখী সহ যায় পাছে কুমন্ত্ৰণা কৰি
এই ভয়ে দুৰ্গে তোপ গৰ্জ্জে প্ৰতিদিনে ।”

(১৩)

“আমি, তমস্বিনী, আৰু প্ৰকৃতি সুন্দৰী,
তিনিও শৃঙ্খলে বদ্ধা নাহিকে এড়ন ;
হায় বিধি অম্বু পদে কিবা দোষ কৰি
দুস্তৰ জলধি জলে হইলোঁ মগন ?”

## ক্রন্দন

কোন সিটো কান্দে আজি বিনাই বিনাই ?
ইঘোৰ ৰজনী কালে,
দগ্ধ প্ৰায় দুঃখ জ্বালে,
কোনেনো ক্রন্দন স্বৰে গগন ভেদায় ?

বিশ্ৰাম-ৰজনী জানি সুপ্ত নৰগণ ;
সুপ্ত পশু পক্ষী যত
গৰ্ত্ত তৰু-কোটৰত ;
তৃণ লতা আদি সুপ্ত, সুপ্ত সমীৰণ ।

সৰ্ব্ব জীৱগণ লই নিদ্ৰিতা ধৰণী ।
কেৱল নিয়তি পক্ষী,
ডাকে একোবাৰ থাকি ;
আৰু সেই গৃহে কান্দে এজনী ৰমণী ।

হায় অভাগিনী নাৰী, প্ৰিয় পুত্ৰ ধন ।
—চিৰযত্নে সুবৰ্দ্ধিত
পুষ্পকলি প্ৰস্ফুটিত—
হেৰুৱাই আজি শোকে সন্তাপিত মন ॥

যদিও নিদ্ৰিত যায় ভূচৰ খেচৰ,
হৃদয় আকাশ শশী,
ভূতলে পৰিছে খসি,
কি সুখে নিদ্ৰিত যাব জননী অন্তৰ ?

শয্যা কণ্টকিত প্ৰায় বিষাদিত মন ;
নেত্ৰ বাৰি ঝৰ্ ঝৰ্
বহি আছে নিৰন্তৰ,
তিতিছে হৃদয় স্থল, তিতিছে বসন ।

কিমতেনো পাসৰিব সন্তান বদন
যি বদন মাতৃ আগে
স্বৰ্ণ প্ৰভ সম লাগে,
পাসৰিব কিমতেনো সিহেন কাঞ্চন ?

আকউ কান্দিছে হায় ব্যাকুল অন্তৰে ।
ভঙ্গ স্বৰে কৰি ঘন
পুত্ৰ গুণ কীৰতন,
পুনঃ বিলাপিছে শুনা চতুৰ্গুণ স্বৰে !

"ক'লৈ গলি বাছা মোৰ সুকুমাৰ মতি ?
শূন্য কৰি বক্ষস্থল,
দিয়া মোক হলাহল,
ক'লৈ গলি অভাগিণী ( ৰ ) কৰি হেন গতি ?"

"তোৰ অবিহনে মোৰ ফাটি যায় হিয়া ।
সিহঁতে বন্ধন কৰি
মোত হস্তে আজি দূৰি
কতেনো শ্মশানে তোক আসিলে ৰাখিয়া ।"

"দহিলে অকাল অগ্নি সুখৰ আলয় ;
শূন্য হ'ল মোৰ গৃহ,
শূন্য অভাগিনী দেহ
নিখিল জগৎ শূন্য, সব শূন্যময় ।"

"ডুবিলেক সুখ-তৰী দুখৰ সাগৰে ।
কোনে 'আই আই' বুলি,
ডাকিব আদৰ কৰি
কাৰ মধুবাক্য শুনি জুৰাবোঁ অন্তৰে ?"

"কোনেনো ওচৰে বসি সহাস্য বদনে,
তালিতুলি কৰি হায়
অৰ্দ্ধস্ফুট মধুময়
বাক্যে, সুধিবেক কথা মোক ঘনে ঘনে ?"

"ময়েবা কাকনো কোলা কৰি প্ৰতিক্ষণ,
ইন্দুপ্ৰভ বদনত,
চুম্বন সহস্ৰ শত
কৰিয়া, মানিবোঁ ধন্য আমাৰ জীৱন ?"

"হায় হায় গ'ল আজি সুখৰ মূৰতি ;
প্ৰাণসম পুত্ৰ গ'ল,
কিয় দেহে প্ৰাণ ৰ'ল ?
কিয় পুত্ৰ সঙ্গে প্ৰাণ নকৰিলে গতি ?"

অঅহ জননী হিয়া ফাটিছে বিষাদে ;
ক্ষণে তেওঁ মূৰ্চ্চাগত,
কৰাঘাত কপালত
কৰে ক্ষণে, মুষ্ট্যাঘাত হানে নিজ হৃদে।

শোকৰ তৰঙ্গমালা বিলোড়ে অন্তৰ ;
মুহুঃ মুহুঃ কণ্ঠৰোধ,
মুহূৰ্ত্তে হেৰায় বোধ,
জ্বলিছে কৃষাণু শিখা দেহৰ ভিতৰ।

ইৰূপ অন্তৰাবস্থা ঘটিছে যাহাৰ,
কি ভোগে তাহাৰ চিত
হুইবেক প্ৰলোভিত,
বিশ্ৰাম ৰজনী কিনো সুখকৰ তাৰ ?

ইৰূপ জননী প্ৰতি,—যাৰ প্ৰাণ মন
পুত্ৰ স্নেহ সূত্ৰে গাঁথা ;
পুত্ৰ-সুখে সন্তোষিতা,
পুত্ৰ-দুঃখে বিষাদিতা হোৱে যেইজন—,

ইহেন দেবীৰ প্ৰতি মান্যা পূজনীয়া
যিপুত্ৰে নকৰে ভক্তি ;
নেসেবয় পদ দুটী ;
জানিবা নাৰকী সিটো জন্মিছে আসিয়া ।

———

## কবিতা

(১)

কবিতে ! জানিলোঁ তব কঠিন হৃদয় ;
মনে কত আশা কৰি,
প্ৰাৰ্থিলোঁ শ্ৰীপদ ধৰি,
জননি ! হীনৰ প্ৰতি নুহিলা সদয়,
আমাৰো মনৰ আশা মনতে বিলয় ।

(২)

বাল্যকাল থাকি,—কিন্তু নাজানো কাৰণ—
আছিল তোমাৰ প্ৰতি,
ই হীন জনৰ মতি ;
পালে পদ্যময়ী পুথি কৰিয়া যতন,
পঢ়িছিলোঁ য'তে ত'তে হৰষিত মন ।

(৩)

বাল্যকাল হন্তে,—কিন্তু অৱশ্যে বৃথায়—
আঁকিছিলোঁ তব ছবি,
ভাবিছিলোঁ হবোঁ কবি,
ৰাখিছিলোঁ যত্নে আমি সি চিত্ৰ সুমাই,
দেখিলে সি চিত্ৰ এবে মুখে হাঁসি পায় ।

(৪)

'ভাবিছিলোঁ হবো কবি'—ই কথা শুনিয়া,
পাঠক ! হাঁসিছা তুমি
জানিছোঁ অন্তৰে আমি,
কিন্তু দেখিবাহা ভাবি ভাবিছোঁ কেতিয়া,
ভাবিছিলোঁ ছিলোঁ আমি বালক যেতিয়া ।

(৫)

বালক কালৰ দোষ নোহে ধৰণীয় ;
বালক মনৰ ভুল,
নাহি তাত একো ভুল,
কয় জ্ঞানহীনে যিটো নোহে কথনীয় ;
বালক কালৰ স্পৰ্দ্ধা নোহে দোষণীয় ।

(৬)

অৱশ্যে ই স্পৰ্দ্ধা ভাব কৰিবে গোপন
পাৰিলোঁ। হতন মনে,
অপ্ৰকাশে সযতনে ;
কিন্তু তেনে কৰা হলে, হুইলে হতন
মনৰ প্ৰকৃত ভাবে কাপট্য মিলন ।

(৭)

কবিতে ! শৈশব থাকি সঁচাই মিছাই
লেখিছিলোঁ। নানা পদ
ভাবি তব ছুটী পদ ;
কল্পনাক বলে ধৰি পাগলৰ প্ৰায়
লেখিছিলোঁ। যেহি সব, এবে হাঁসি পায় ।

(৮)

মিছা হোক সঁচা হোক, কিম্বা হোক হাঁসি,
কিন্তু তব পদে ভক্তি
আছিলে অচলা অতি,
ইয়াৰ নাহিকে ভ্ৰম, কহিছোঁ প্ৰকাশি ;
মিছা হোক সঁচা হোক কিম্বা হোক হাঁসি ।

(৯)

কিন্তু অৱশেষে, দেৱি, দিলোঁ বিসৰ্জ্জন
মোৰ সেই বাল্য-ক্ৰীড়া,
তোমাক ৰচনা কৰা ;
চন্দ্ৰক স্বহস্তে ধৰা হুইয়া বামন
মোৰ সেই দুৰ আশা দিলোঁ বিসৰ্জ্জন।

(১০)

কিন্তু যবে বাল্যকাল হুইলেক গত,
পুনঃ দুৰভাবে মম
কৰিলেক পৰশন,
তোমাৰ ৰচনা ভাব হুইলে জাগ্ৰত ;
দুৰাশা আশ্বাসে পুনঃ হুইলোঁ উন্মত্ত।

(১১)

দুৰাশা উচিত শাস্তি পালোঁ হাতে হাতে,
দেখি মোৰ চপলতা,
ক্ৰোধে 'বিলাসিনী' মাতা
কৰিলা গঞ্জনা, আমি ৰহিলোঁ অমাতে ;
পুনঃ মোৰ দুৰাকাঙ্ক্ষা দিলোঁ অধঃপাতে।

(১২)

হে কবিতে! আকৌ মোৰ নিৰলজ্জ মন,
( কি লাজ আছয় তাৰ,
গঞ্জনাও প্ৰিয় যাৰ ? )
সৰ্ব্ব ক্ষান্তি কৰি আজি কৰিছে নৰ্ত্তন ;
চাইছে কৰিবে পুনঃ তুলিকা চালন।

(১৩)

হে মন ! উচিত নোহে দুৰাশা ইমান
তোহোঁৰ ; হুইও ক্ষান্ত,
মিছাতে নহুবি ভ্ৰান্ত,
লোভে পাছে হব প্ৰায়শ্চিত্তৰ বিধান ;
সমালোচনাত পৰি নাপাইবি ত্ৰাণ ।

(১৪)

নাপাইবি ত্ৰাণ সমালোচনাত পৰি
মূৰ্খ বুলি নেক্ষেমিব,
জ্বলন্ত অগনি দিব,
অদ্ভুত বহুৱা তুলি মনে ৰঙ্গ কৰি,
নচুৱাব সবে তোক বজাই চাপৰি ।

(১৫)

মূৰ্খৰ মৌনই ভাল, সেয়ে তাৰ বল ;
আসামত ৰীতি আছে
এক কষ্টে আনে হাঁসে,
থাক্ মৌন হুই মন ; নহলে চপল
দেখিলে, হাঁসিব সবে কৰিব পাগল ।

(১৬)

কবিতে ! নামানে মন বাৰণ আমাৰ ;
বলে মেলি পক্ষ দুই
উৰিল উধাও হুই,
অতি দুৰবুদ্ধি মন কাননে তোমাৰ ;
তুলিবে কুসুমগণ উদ্দিল ইবাৰ ।

(১৭)

"মনক বান্ধিবা, মনক ছাটিবা,
মনক নিন্দিবা নাই ;
দুৰ্জ্জন মনক দমিব নোৱাৰি
যেনে গজমূৰ্খী গাই ।"

(১৮)

এই মহামন্ত্ৰ আজি দিলোঁ ৰসাতলে ;
দুৰাশা আশ্বাস পাই,
মোৰ দুষ্ট মন ধাই
পশিল জননি, আজি তব কুঞ্জ বনে,
নাভাবিলে পৰিণাম 'বিক্ৰপ বৰ্ষণে' ।

(১৯)

ক্ষমিও আমাৰ উচ্চ আশা স্বেচ্ছাচাৰ ;
অল্প প্ৰভা-ৰেণু দানে
দয়া কৰা হীন জনে,
অন্ধ আমি দৰশিছোঁ ঘোৰ অন্ধকাৰ,
নয়নে তিমিৰ মালা ঘূৰে অনিবাৰ ।

(২০)

যি সব সুবৰ্ণ জ্যোতি পুষ্প তব বনে ;
যিসব চয়ন কৰি,
কল্পনাৰ সূত্ৰে ভৰি,
ৰচিলে বিৰলে বহি তব পুত্ৰগণে
চিৰ দীপ্তিকৰ মালা বিখ্যাত ভুবনে ।

(২১)

নাহি চাওঁ সেহিসব ছুৰমূল্য ধন,
নোহো সিসবৰ পাত্ৰ ;
হীন প্ৰভা পুষ্প মাত্ৰ
মাগিছোঁ চৰণে তব আমি হীন জন,
গাঁথিবোঁ মালিকা এক মলিন বৰণ।

(২২)

জননি ! ইমূৰ্খে কৰে কাতৰে বিনয়,
নোহে দেবি একবাৰ
কৰিয়াছে বাৰম্বাৰ ;
দয়াকৰি দয়াময়ি হইও সদয়,
নহলে মনৰ কথা মনতে বিলয়।।

(২৩)

সুপ্ৰসন্না হুই মোত তুমিও কল্পনে !
শীতলা ছায়ায় তব
শুকান মস্তিষ্ক মম ;
কবিতাৰ ছন্দ বন্ধ যত তব বিনে
বৃথা হব, ভাণ্ড যেনে মধুৰ বিহনে।

(২৪)

তুমি বিনে কবিতাৰ কিবা আছে সাৰ ?
কবিতা বাজনা গান,
তুমি তাৰ তাল মান ;
কবিতা অতাৰ বীণা তুমি তাৰ তাঁৰ ;
কবিতা শৰীৰ মাত্ৰ তুমি প্ৰাণাধাৰ।

(২৫)

কল্পনে ! দেখিছে কোনে নন্দন কানন ?
স্বৰ্গপুৰে পাৰিজাত,
কোনজন আছে জ্ঞাত ?
স্বচক্ষে দেখাৰ ন্যায় অথচ বৰ্ণন ;
সিসব কেৱল দেবি তোমাৰ সৃজন ।

(২৬)

সলিলে নিৰ্ম্মিত ক'ত হোৱে মেঘগণ !
কবি কিন্তু তব বলে,
তাহাক পুৰুষ বোলে
তাড়িতে সুন্দৰী নাৰী ; কৰয় বৰ্ণন
"জলদে চপলা ধৰি কৰে আলিঙ্গন ।"

(২৭)

তব বলে পুষ্প গ্ৰহো হোৱে বিবাহিত ;
সূৰ্য্য চন্দ্ৰ গগনত,
পদ্ম ভেঁট ভূতলত,
পদ্ম 'কমলিনী' নামে সূৰ্য্যে দিছে চিত ;
ভেঁট 'কুমুদিনী' নামে ভজিছে শশীত ।

(২৮)

ভূধৰ কানন নদ নদী পাৰাবাৰ,
ইসবো মনুষ্য প্ৰায়,
হাঁসে কান্দে গীত গায় ;
সুখ দুখ বোধ আছে মনে ইসবাৰ,
কবিৰ বৰ্ণনে দেবি প্ৰসাদে তোমাৰ ।

(২৯)

কত সুধাপূৰ্ণ পাত্ৰ প্ৰসাদে তোমাৰ,
সৃষ্ট হুয়া কবি কৰে,
ঢালিয়াছে নিৰন্তৰে
শ্ৰবণ কুহৰে আজি সুধাৰ সুধাৰ,
তাৰ পাশে স্বৰ্গ সুধা হোৱে কোন ছাৰ।

(৩০)

কৰা মাতঃ দয়া এই দীন হীন জনে ;
দিয়া তব নেত্ৰ ছুটি,
সেহি নেত্ৰে কৰো দৃষ্টি,
নহলে, নেদেখোঁ একো ই অন্ধ নয়নে ;
নহলে, মনৰ আশা ৰহিবেক মনে।

## ৰজনী

(১)

দিনমান শূন্যমাৰ্গে কৰিয়া ভ্ৰমণ,
পশ্চিম আকাশ শেষে লোহিত আভাসে
ৰঞ্জি ক্ষণকাল, ৰবি বিস্তাৰি চৰণ
শুইলে বিশ্ৰামাচলে এবে মহাক্লেশে।

(২)

নাই আৰু মধ্যাহ্নৰ উত্তপ্ত কিৰণ ;
সুমাল প্ৰচণ্ড দীপ ; তমসে পূৰিত
ভুবন ; কেৱল কৰি বৰ্ত্তিকা জ্বলন
কৰিয়াছে নৰগণ গৃহ আলোকিত।

(৩)

নাই জন কোলাহল পক্ষীৰ সুস্বৰ,
শেষবাৰ হেতু কাক কৰি কাকা ধ্বনি
প্ৰবেশিলে নীড়ে ; লই ভূচৰ খেচৰ
ধৰিছে প্ৰশান্ত মূৰ্ত্তি নিখিল ধৰণী ।

(৪)

ৰজনী মিলনে এবে ৰজনী-ৰঞ্জন
পূৰ্ণকলা ধৰি ভাসে সুনীল অম্বৰে,
উজ্জ্বল ৰজত থাল যেন এক খন
ভাসে মেঘ ছায়াবৃত সুস্থিৰ সাগৰে ।

(৫)

তাহাৰ আলোক সুধা মস্তকে ধৰিয়া
ৰবিকৰ উত্তাপিত বিটপী নিচয়
শীতলিছে দেহ স্থিৰভাৱে দণ্ডাইয়া,
মাজে মাজে একোবাৰ সমীৰে দোলয় ।

(৬)

নক্ষত্ৰসমূহ,—যেন কুসুম আৱলী
উদ্যানৰ মাজে ; কিম্বা অসিত বসনে
হীৰকৰ খণ্ড যেন শোভয় উজ্জলি—,
ফুটিয়াছে নীলাকাশে কোমল কিৰণে ।

(৭)

ফুটিয়াছে নীলাকাশে কোমল কিৰণে,
কৰি চন্দ্ৰ কৰোজ্জ্বল নিজ কৰ দানে ;
নৃপেশ্বৰে যথা হায় দাস নৃপগণে
কৰয় ঐশ্বৰ্য্যশালী স্বধন প্ৰদানে ।

(৮)

## এটী কথা

অমাবস্যা ৰজনীত যিৰূপে সিসব
শোভয় গগন পটে উজ্জ্বল ৰৰণ,
নিষ্কণ্টকে লই যেন ঐশ্বৰ্য্য বিভব
স্বৰাজ্যে স্বাধীনভাৱে ক্ষুদ্ৰ নৃপগণ।

(৯)

আজি কিন্তু নোহে তেনে ; শশাঙ্ক শাসনে
সবেও মলিন মুখ, গৌৰৱ বিহীন ;
জিত নৃপগণ জেতা নৃপতি পীড়নে
ধৰয় যিৰূপ ভাব অধীন সুদীন।

(১০)

স্বাধীনতা নাই যাৰ কিবা আছে তাৰ,
নৰহয় এক বিন্দু উত্তপ্ত শোণিত ;
জীৱনে জীৱনীশক্তি নাথাকে সঞ্চাৰ,
তেজীয়ান পদে সদা মস্তক নমিত।

(১১)

প্ৰকৃতি দৃষ্টান্ত তাৰ দিছে ভূৰি ভূৰি ;
তাৰ মাজে এই এক দেখা তাৰাকুল
হেৰুৱাই অমানিশি,—সুখ বিভাবৰী—,
চন্দ্ৰৰ অধীনে আজি যেন বাহী ফুল।

(১২)

ৰজনী মিলনে ক্ৰমে নিস্তব্ধ ভুবন ;
শিশুগণ ত্যক্ত কৰি জনক জননী,
কোনোএ ক্ৰন্দন এৰি, এৰি কোনো জন
আনবে খুটিয়া খুটি, ত্যজি হাস্য ধ্বনি।

(১৩)

নিদ্ৰাৰ কোমল কোলে এক এক কৰি
পৰিয়াছে ঢলি এবে অচিন্ত অন্তৰে ;
নাহি গৃহ চিন্তা, মনে নাই ধড়ফড়ি,
নাই পাপ ধনে আশা, নাচাপে ওচৰে ।

(১৪)

সংসাৰ জঞ্জাল যত ; চিন্তাহীন সবে ।
সদা মাত্ৰ এক ভাব প্ৰত্যুষে উঠিয়া
কিমতে যাইব আন সহ উমলিবে,
কিমতে লইব ধূলি সৰ্ব্বাঙ্গে লিপিয়া ।

(১৫)

হায়ৰে সৰল শিশু তোসবৰ দিন,
সুখ দিন ; হৰ্ষে নিদ্ৰা যোৱা এহি কালে,
সংসাৰে সুযোগ নাই । গলে কিছু দিন
পৰিবা সবেও অতি বিষম জঞ্জালে ।

(১৬)

তাহাৰ প্ৰমাণ আছে নিজ নিজ ঘৰে ;
তোসব নিদ্ৰিত যত্নে সহৰ্ষে শয়নে,
বৰ্ষিয়ানগণ দেখা বসি কিবা কৰে ;
গৃহ কাৰ্য্য কথা মাত্ৰ উচ্চাৰে বদনে ।

(১৭)

কেহোঁ কহে "ক্ষেতি ধান নহ'ল ইবাৰ,
মৰিব লাগিব হায় খাইবে নাপাই
অহা বছৰত ;" কহে কোনোএ "আমাৰ
"বিবা ছিলে গৰু ম'হে ঢুকাইলে খাই ।"

(১৮)

বহোঁতে আমনি লাগি কোনো কোনো জন
পৰিছে শয্যাত, কিন্তু নিদ্ৰালেশ নাই ;
ভাগি গ'ল ঘৰ দ্বাৰ পৰে বৰিষণ,
ভাবিছে উপায় তাৰ দ্বিনেত্ৰ জপাই ।

(১৯)

পৰৰ চাকৰী কৰি কত কত জনে,
—এই শ্ৰেণীভুক্তবেসে সংখ্যাও অধিক—
জৰ জৰ দেহ হুই মলিন বদনে
শয়নে পৰিয়া নিজে ভাবে ধিক ধিক ।

(২০)

প্ৰভুৰ সন্তোষ হেতু কত যে যতনে
কৰে কাৰ্য্য ক্লেশ সহি ; তেও বাৰম্বাৰ
প্ৰভুৰ কৰ্কশ বাক্য পশয় শ্ৰৱণে,
হিতে বিপৰীত, হায় যন্ত্ৰণা অপাৰ — ।

(২১)

প্ৰাণপণ যত্ন পৰিশ্ৰম অনিবাৰ,
ললাট পতিত আৰু বিন্দু বিন্দু জল
কঠিন প্ৰভুৰ পাশে সকলো অসাৰ,
একেবাৰ বাক্যে হোৱে সকলো বিফল ।

(২২)

এইৰূপ কত চিন্তা কৰি মনে মনে,
প্ৰভুৰ হৃদয়ভেদী বাক্যসব স্মৰি,
জ্বলিছে পুৰিছে হায় পৰিয়া শয়নে ;
হয়তো কাৰোবা অশ্ৰু পৰে দৰদৰি ।

(২৩)

দিবসিক শ্ৰমে শ্ৰান্ত হুই এতক্ষণ,
সবেও আনন্দে ক'ত শুব লাগিছিল ;
সি হুহি অসীম কষ্টে বিষাদিত মন,
ভাবিছে জনম ধিক প্ৰাণ পাপশীল।

(২৪)

কহিও নিদ্ৰিত শিশু ইৰূপ চিন্তাৰ,
আছে কিবা অধিকাৰ তোসব মনত ?
হোৱা কি ইসবে ধাৰী ? শৰীৰ বিস্তাৰ
কৰি, সুখে শুইয়াছা পৰি শয়নত।

(২৫)

সিকাৰণে কওঁ শিশু তোসবৰ দিন
সুখ দিন, হৰ্ষে নিদ্ৰা যোৱা এইকালে,
সংসাৰে সুযোগ এই। গলে কিছু দিন
সবেও পড়িবা অতি বিষম জঞ্জালে।

(২৬)

কোনে আনে কোনে দিয়ে সিসব সন্ধান
নাই তোমাসাৰ ; মাত্ৰ খাইছা পিন্ধিছা,
পিতা-মাতা আনি দিয়ে যি খোজে সন্তান
লগৰীয়া সহ দিনমান উমলিছা।

(২৭)

তত্ৰাচও পিতা-মাতা সাৰিব নোৱাৰে
তোমাসাৰ ক্ৰোধ হাত ; ক্ৰোধৰ ক্ৰন্দনে
দুয়োক বিবুদ্ধি কৰে ; কত যে আদৰে
দুইজনে নিচুকায় সান্ত্বনা বচনে।

(২৮)

কি আশ্চৰ্য্য মায়া হায় সৃজিছে বিধাতা !
অপত্য স্নেহৰ বান্ধে কৰিছে বন্ধন
পিতা মাতা চিত ; দুয়ো খাটিছে সৰ্ব্বদা
ক্ৰীত দাস দাসী ৰূপে কৰিয়া যতন ।

(২৯)

সন্তানৰ হেতু কৰি নিজকে বঞ্চিত,
ৰাখয় পাইলে কোনো সুখাদ্য আহাৰ ;
সন্তানৰ সুখে সুখী দুঃখত দুঃখিত,
ক্ষণ অদৰ্শনে যেন বিশ্ব অন্ধকাৰ ।

(৩০)

নিখিল জগতে পুত্ৰ অমূল্য কাঞ্চন ;
পিতৃ মাতৃ দুয়ো হেতু যেন কণ্ঠমাল,
নয়নৰ মণি, কিম্বা হৃদয় ৰতন ;
ধন্যহে চতুৰ বিধি তব মায়াজাল ।

(৩১)

ক্ৰমশঃ পীযুষকৰ চলিলে পশ্চিমে,
ক্ৰমে লভিলেক জয় নিদ্ৰা মায়াবিনী,
জনগণ ৰব ক্ষয় হ'ল ক্ৰমে ক্ৰমে,
সুগম্ভীৰ ভাব ক্ৰমে ধৰিলে ধৰণী ।

(৩২)

প্ৰতি গৃহ দ্বাৰে এবে পৰিল অৰ্গল,
অভ্যন্তৰ অন্ধকাৰ প্ৰদীপ নিৰ্ব্বাণে ;
মাত্ৰ ধনী গৃহে তৈল পীয়ে অনৰ্গল
চিৰ তৃষ্ণাতুৰ বহ্নি বসি তৈলাসনে ।

(৩৩)

নাহি জন ৰব আৰু ; মাত্ৰ একোবাৰ
ডাকয় পেঁচকে ; বৃদ্ধ কণ্ঠ নিৰ্গত
শুনা যায় কাহ ধ্বনি এবাৰ দুবাৰ,
শিশুৰ ক্ৰন্দন কশ্চিৎ হোৱয় ধ্বনিত ।

(৩৪)

সমীৰণ ছিন্ন পত্ৰ খড় খড় কৰি
বৃক্ষমাজে, একোবাৰ পড়িছে ভূতল ;
শব্দিছে শিশিৰ-বিন্দু পত্ৰ হন্তে সৰি ;
পশিছে শ্ৰবণে শব্দ ইসব কেৱল ।

(৩৫)

নিদ্ৰিত নিখিল বিশ্ব ; শশাঙ্ক গগনে
হায়ৰে ৰথীয়া প্ৰায় কৰিছে ভ্ৰমণ
নীৰবে ; মানব পাপ দৰ্শি অনুক্ষণে
পবিত্ৰ কোমল বক্ষ মলিন বৰণ ।

(৩৬)

ক্ৰমে ক্ৰমে ঘূৰি শশী গ'ল অস্তাচল ;
কিৰূপে ? ভ্ৰমণ শ্ৰমে শ্ৰান্ত কলেবৰ,
নিষ্প্ৰভ বদন জ্যোতি, যেন হীনবল,
এইভাবে ধীৰে ধীৰে গ'ল শশধৰ ।

(৩৭)

তাহাৰ গমন দুঃখে দুঃখী তাৰাগণ,
মলিন বদন হুই এটী এটী কৰি,
লুকাল আকাশ পথে মুদিয়া নয়ন ;
সিহেতু নিশিও ক্ৰমে যায় ৰাজ্য এড়ি ।

(৩৮)

নাযাবা নাযাবা নিশি, মিনতি আমাৰ
ধৰিও ; কৰিও কৃপা এই হীন জনে ;
তুমি গলে হব মোৰ সকলো আন্ধাৰ
শান্তি বস্তু হেৰুৱাবোঁ তোমাৰ বিহনে ।

(৩৯)

কি আছে তোমাৰ সম এই দুঃখীয়াৰ ?
তোমাৰ আশ্ৰয়ে দেবি যত শোক তাপ,
দিৱসে জাগয় মনে অসীম অপাৰ,
ক্ষণ হেতু এড়ে মোক, গুচয় সন্তাপ ।

## মধুহাঁসি

হাঁসা হাঁসা, শিশু হাঁসা পুনৰ্ব্বাৰ,
তব মধুহাঁসি পৰাণ আমাৰ
জুড়ায় ; পুনৰ খিলি খিলি কৰি
হাঁসা প্ৰিয় শিশু হাঁসা আৰুবাৰ ।

মুক্তাপ্ৰায় তব ক্ষুদ্ৰ দন্তকিটী
ৰক্ত ওষ্ঠ মাজে কৰি প্ৰদৰ্শন,
নীলাব্জ বৰণ নেত্ৰ-কোণ কুঁচি
দেখোৱা আমাক হঁসিত বদন ।

কোনে কয় পদ্ম অতি শোভাকৰ ?
গোলাপ কুসুম বৰণ অমল
শোভাময় কোনে কহয়, থাকোঁতে
শিশুৰ সহাস্য বদন কমল ?

কিবা দৃশ্য আছে হোৱে মনোহৰ
শিশুৰ হসিত বদন সমান ?
যদি আছে বোলে, বোলোক অপৰে,
আমি কিন্তু ভাবি নাহি পাওঁ আন ।

হাঁসা হাঁসা শিশু, হাঁসা পুনৰ্ব্বাৰ,
তব মধুহাঁসি পৰাণ আমাৰ
জুড়ায় ; পুনৰ খিলি খিলি কৰি
হাঁসা প্ৰিয় শিশু হাঁসা আৰুবাৰ ।

## স্বভাবৰ শোভা

(১)

শ্যামবৰ্ণ পত্ৰময়,
শতভুজে বৃক্ষচয়,
কৰে সুশীতল ছায়া পথিকক দান ।
পাদপ শাখাত বসি,
বিবিধ বৰণ পক্ষী,
চিত্ত বিমোহিয়া গাৱে মধুময় গান ॥

(২)

কোনো স্থানে মন ৰঙ্গে,
বিহঙ্গম লঘু অঙ্গে,
শূন্যপথে ইচ্ছামতে কৰয় ভ্ৰমণ ।
স্বজীৱন দৰশাই,
কহে যেন সুখে হায় ;
"জগতে অমূল্য বস্ত্ৰ স্বাধীন জীৱন" ॥

(৩)

পুষ্প গন্ধে ধৌত হুয়া
তপ্ত প্ৰাণ জুড়াইয়া
বৃক্ষে বৃক্ষে তৃণে তৃণে বহয় সমীৰ।
হাঁসয় কুসুমগণ,
হৰ্ষে পৰিপূৰ্ণ মন,
মৃদুল বতাসে নাচে হুইয়া অধীৰ॥

(৪)

অস্থিৰ তৰঙ্গায়িত
জলে হোৱে প্ৰকাশিত
গগনস্থ এক ৰবি হুয়া শত শত।
ইৰূপে নৰৰো মনে,
প্ৰিয়জন মূৰ্ত্তি ঘনে,
শত শত ৰূপে হায় হোৱয় বিম্বিত॥

(৫)

কতুবা স্বদেহ গিৰি,
তুষাৰে মণ্ডিত কৰি,
ধৰিয়া প্ৰকাণ্ড মূৰ্ত্তি ভেদিছে গগন।
যদিও ককাল ভাগে
গৰ্জ্জে মেঘৰাজি ৰাগে,
কিন্তু শৃঙ্গ লভে সদা ৰবিৰ কিৰণ॥

(৬)

সিৰূপে ধাৰ্ম্মিক যত,
সংসাৰ বিপদাহত
হয়ো যদি, নানা কষ্ট কৰয় বহন।

কিন্তু মন সিসবৰ,
হোৱে অতি উচ্চতৰ,
লভে নিৰন্তৰ ঈশ চৰণ কিৰণ ॥

(৭)

সূৰ্য্যৰ কিৰণ বলে,
সৰোজিনী সৰঃ জলে,
মৃণাল আসনে বসি হাঁসিছে আমোদে
বয়স্কাৰ গৰ্ব্ব দেখি,
কুমুদিনী নেত্ৰ মুদি,
স্বপতি পীযুষকৰ ধিয়ানিছে হৃদে ॥

(৮)

অলি কৰি গুন্ গুন্
গাৱে কমলিনী গুণ,
কাৰণ পাইছে মধু কৰিবাক পান ।
কুমুদিনী দিশে হায়
এবাৰো ফিৰি নাচায়,
মুগুনাৱে কৰি হৰ্ষে সুমধুৰ গান ॥

(৯)

এই গৰ্ব্বে স্ফীট হুয়া
ফাটে কমলিনী হিয়া
কিন্তু কি থাকিব আৰ গৰ্ব্ব চিৰকাল ।
যাৰ তেজে হেন গৰ্ব্ব,
সেই ভানু অস্ত যাব,
অথবা মৰালে আসি ঘটাব জঞ্জাল ॥

(১০)

বৰ্ষাকালে চকমকি,
কৃষ্ণ মেঘে থাকি থাকি,
স্বকান্তি প্ৰকাশি ঘনে নাচে সৌদামিনী
দৰশাৱে যেন নৱে
গুণবান পতি ক্ৰোড়ে
কি সুখ লভয় পতিব্ৰতা সুৰমণী ॥

(১১)

নবীন নীৰদ নীৰে
চাতক চাতকী ধীৰে
ঊৰ্দ্ধমুখে পিয়া বাৰি দূৰয় পিপাসা।
ভেকুলী কৰয় ৰব,
ভাবে যেন মহোৎসব ;
চিৰকাল এই সুখ পাবে কৰে আশা ॥

(১২)

হুইলে বৰষা গত,
শৰদৃতু ক্ৰমাগত
বিস্তাৰি নিজৰ ৰাজ্য, দূৰি মেঘগণে।
শোভাৱয় শূন্যস্থল,
কৰি অতি নিৰমল,
শোভে পূৰ্ণ শশী ৰঙ্গে গগন প্ৰাঙ্গণে ॥

(১৩)

নক্ষত্ৰ সমূহ উদি,
ক্ষণে মেলি ক্ষণে মুদি
আপোন আপোন নেত্ৰ হৰষিত মনে।

নিশামণি চন্দ্রে বেড়ি,
গগন ভূষিত কৰি
দৰ্শায়ে অতুল শোভা নিয়ে প্ৰাণীগণে ॥

(১৪)

তাৰ পাছে ক্ৰমে শীত
হোৱে আসি উপস্থিত,
ৰবি হোৱে হীনবল ; যত প্ৰাণীগণ
কঁপে শীতে থৰ থৰি,
জন্তু থাকে গৰ্ত্তে পড়ি,
কোটৰে বিহঙ্গ, নৰ ধৰয় বসন ॥

(১৫)

বসন্ত আসিলে পাছে,
তৰু তৃণ লতা হাঁসে,
সজ্জিত কৰিয়া দেহ নবীন সজ্জায় ।
কোমল শ্যাম বৰণ
জগত কৰে ধাৰণ ;
যি দিশে দৰ্শন কৰা নয়ন জুড়ায় ॥

(১৬)

কুৰঙ্গ কুৰঙ্গী সঙ্গে
আৰু নানা পশু ৰঙ্গে
লম্ফে জম্ফে বন মাজে কৰে বিচৰণ ।
নব তৃণ দুৰ্ব্বা পাই
উদৰ ভৰিয়া খায়,
নদী সৰঃ জলে কৰে তৃষ্ণা নিবাৰণ ॥

(১৭)

এহি ৰূপে প্ৰতি মাসে,
কত শোভা যায় আসে,
প্ৰকৃতি নতুন বেশ ধৰে কতবাৰ।
কোন আছে হেন জন,
কৰিবেক বৰণন
লেখিয়া কহিয়া কিম্বা ; এনে সাধ্য কাৰ ?

(১৮)

দৰ্শি অতি অপৰূপ,
প্ৰকৃতিত নানা ৰূপ,
ভাবুক জনৰ মনে কত ভাবোদয়,
প্ৰকাশিবে সেহি সব
হোৱে কিন্তু পৰাভব,
অন্তৰে অন্তৰ ভাব পাৱয় বিলয় ॥

## স্বৰ্গ দৰ্শন

(১)

এক দিন ৰাতি পৰি শয়নত
আছিলোঁ৷ কৰিয়া গ্ৰীষ্মে ছট্‌ফট্
নাহি আসে নিদ্ৰা ; ঘৰ্ম্ম শৰীৰত
শত শত ধাৰে পৰিছে বইয়া।
এটী পল্লব ও নলড়ে সমীৰে,
বৃথা বাতায়ন বিমুক্ত শিয়ৰে,
মাত্ৰ সেহি পথে কক্ষে কৰ ধীৰে
দিছিল শশাঙ্ক গগনে উদিয়া ॥

(২)

প্ৰকৃতিৰ ভাব অতীব গম্ভীৰ
ক্ৰোধে যেন দেহে উত্তপ্ত ৰুধিৰ,
সেই উত্তাপত জগত অধীৰ
কৰি পেলাইছে চৰণৰ তলে।
নাহি পৰিবৰ্ত্ত, ক্ৰোধ উপশম,
দেখাইছে মাত্ৰ ভীম-পৰাক্ৰম
যেন হলাহল বৰ্ষিছে বিষম
পতিত জগত কৰাল কবলে॥

(৩)

যি পাৰ্শ্ব শয্যাত ৰাখোঁ ক্ষণকাল,
উঠয় সিপাৰ্শ্বে জ্বলিজাল,
ইলুটি সিলুটি ভীষণ জঞ্জাল
বিছনী বতাসে প্ৰাণ নুজুৰায়।
অগ্নিশিখা যেন অন্তৰ গহ্বৰে
দ্বিগুণ ত্ৰিগুণ তেজে ধূ ধূ কৰে
প্ৰাণ ছটফটি, ৰক্ত মাংস পোৰে,
কোনোমতে নিদ্ৰা নেত্ৰ নুমুদায়॥

(৪)

একেই কৃশাণু জ্বলিছে দেহত,
একেই বহিছে শয্যা কাপোড়ত
ঘৰ্ম্ম দৰদৰি; তাৰ ওপৰত
কৰে অত্যাচাৰ আসি মসাগণ।
ফুটাইয়া হুল দেহৰ ভিতৰ,
পিয়য় শোণিত পূৰিয়া উদৰ,
সিও সহ্য হোৱে; কিন্তু সিইঁতৰ
কোন কোননিত অসহ্য শ্ৰৱণ॥

(৫)

কৰয় বিশ্ৰাম আশা যত নৰ,
—দিবসিক কৰ্ম্মে শৰীৰ জৰ্জ্জৰ,
নানা চিন্তা যোগে বিদীৰ্ণ অন্তৰ,
বিশ্ৰাম দায়িনী ৰজনী মিলনে।
আমিও সিৰূপ কৰিছিলোঁ আশা,
লভিবো বিশ্ৰাম আছিল ভৰসা ;
কিন্তু হায় হায় ঘটিল দুৰ্দ্দশা,
শান্তিৰ সলনি পৰিলোঁ দাহনে ॥

(৬)

ভাবিলোঁ অন্তৰে 'কিয় হে প্ৰকৃতি
ধৰিলা ইহেন ভীষণ মূৰতি ?
বিশেষত এই দৰিদ্ৰৰ প্ৰতি
অনুচিত তৱ কঠিন অন্তৰ।
উদৰৰ জ্বালা কৰিবে বাৰণ,
সদা সেবি সেবি পৰৰ চৰণ,
( তাতো জানো মিলে যথেষ্ট অশন ? )
প্ৰাণ জৰ্জ্জৰিত কৃশ কলেৱৰ ॥

(৭)

খাটোঁতে খাটোঁতে গোলামী কৰোঁতে
কাৰ্য্যৰ আলয়ে সন্ধ্যা দিনে প্ৰাতে,
পৰৰ পাদুকা কান্ধত বহোঁতে
সমস্ত দিবস যায় কোন পোনে।
নাপাওঁ সন্ধান। মাত্ৰ ইসময়
পাই অৱসৰ,—কৰি বল ক্ষয়
খাটি দিবাভাগে—বিশ্ৰামোঁ হৃদয়
নিস্তেজ জৰ্জ্জৰ, পৰিয়া শয়নে ॥

(৮)

দয়াময়ী নিদ্ৰা বিশ্ৰাম দায়িনী,
সুখী দুখী ধনী সবাৰ জননী,
কৰে দয়া মোক দীন হীন জানি
সুকোমল কৰে শৰীৰ পৰ্শনে।
সেহি স্পৰ্শ সুখে ক্লেশ দূৰ হয়
উৎকণ্ঠ পৰাণ বিশ্ৰাম লভয়;
যদি কিবা শান্তি আমাৰ আছয়
তেনে হলে এয়ে আমাৰ জীৱনে॥

(৯)

তাতো তুমি আজি হুইলা বিমুখ
হে দেবি প্ৰকৃতি! কৰি ক্ৰুদ্ধ মুখ;
ইহীন জনৰ একমাত্ৰ সুখ
নসলে কি তব হৃদয় কন্দৰে?
কিন্তু কি গৌৰব দুখীক হিংসিয়া,
সুখীৰ ভৱনে পৰাস্ত যেতিয়া,
বীজনে বৰফে দেহ শীতলিয়া
আছে সবে; তেজ দুৰিয়া অন্তৰে॥

(১০)

অথবা দৰিদ্ৰে আছে অত্যাচাৰ,
দৃষ্টান্তৰ স্থল প্ৰজা জমিদাৰ,
কিম্বা হলা বৃক্ষে ভীষণ কুঠাৰ;
তুমিও সিহেতু কৰিছা পীড়ন।
কিন্তু কি গৌৰব দুখীক হিংসিয়া,
সুখীৰ নিকটে পৰাস্ত যেতিয়া,
বীজনে বৰফে দেহ শীতলিয়া,
আছে সবে; তেজ কৰিয়া হৰণ॥

(১১)

কিলাভ প্ৰকৃতি আমাৰ কুটিৰে ?
নাহিকে বীজন বতাসিবে ধীৰে,
নাহি লেবেণ্ডাৰ সুবাস শৰীৰে,
কিয় অকাৰণে কৰিছা অহিত ।
যোৱা সুখী পাশে, 'লিমনেড্' জল
পাবা ; পাবা আৰু 'সৰ্ব্বট' শীতল,
বৰফৰ কুল্পি অতীব নিৰ্ম্মল,
শীতলিবে তব উত্তপ্ত শোণিত ॥”

(১২)

এহিৰূপ নানা ভাবৰ উদয় ;
নিদ্ৰা সুখ আশা পাইলেক লয়
গ্ৰীষ্ম তেজে মাত্ৰ শৰীৰ দহয়
ক্ষণে গৃহে থাকোঁ ক্ষণকে বাহিৰে ।
বাহিৰে অগনি গৃহেও অগনি ;
দেহে বহ্নি কাজে প্ৰাণেও বহনি ;
যেন মোৰ দুখ দেখিয়া যামিনী
সহিব নোৱাৰি চলে ধীৰে ধীৰে ॥

(১৩)

বহু ৰাতি পাছে পশ্চিম গগনে
ক্ষীণ মেঘ ধ্বনি পশিল শ্ৰৱণে ;
দেখিলোঁ খণ্ডেক জলদ সিপোশে
বিস্তাৰিছে বেগে নিজ কলেৱৰ ।
স্বনিলে সমীৰ উত্তৰাভিমুখে,
আসিলে ভাসিয়া তাৰ পৃষ্ঠ ভাগে
সি মেঘ ; আসয় ভাসি যেন বেগে
কোনো দ্ৰব্য নদী স্ৰোতে খৰতৰ ॥

(১৪)

ক্ৰমে নভঃস্থল হ'ল আচ্ছাদিত,
তাৰা শশধৰ হ'ল লুক্কায়িত,
সমস্ত জগত তিমিৰে আবৃত ;
এখণ্ড বাৰিদে ব্যাপিলে জগত।
ক্ষণকে চপলা দিয়া দৰশন,
ক্ষণকে লুকায় উজ্জ্বল বদন,
ক্ষণকে দৰ্শন ক্ষণকে গোপন ;
ক্ৰীড়ে লুকাভুকী মনৰ হৰ্ষত ॥

(১৫)

প্ৰিয়া-চঞ্চলতা বাৰনাৰী প্ৰায়,
নসয় মেঘৰ ; ক্ৰোধে গৰ্জ্জি ধায়,
ভীষণ নিনাদে জগত কঁপায়,
নকঁপয় কিন্তু চঞ্চলাৰ মন।
চপলা বাৰিদে ইমতে বিবাদ,
বিবাদসে মাত্ৰ নাই লাভালাভ ;
পৃথিবীবাসীৰ কিন্তু বিসম্বাদ,
অশনি পতনে ত্যজয় জীৱন ॥

(১৬)

দেখি প্ৰকৃতিৰ ভাব পৰিবৰ্ত্ত,
আনন্দে অন্তৰ হইলে উন্মত্ত ;
মেঘ দৰশনে ময়ুৰ যিমত,
কৰিলেক নৃত্য অন্তৰ আমাৰ।
জীৱ-কষ্ট দেখি যেন মেঘগণ,
দয়িত অন্তৰে কৰি আগমন,
আচ্ছাদিলে ক্ষণে বিস্তৃত গগন ;
শীতল সলিল ঢালিলে অপাৰ ॥

(১৭)

ঝম্ ঝম্ কৰি পৰিলেক জল,
হুঙ্কাৰিলে ঘনে বায়ু মহাবল,
উত্তপ্ত জগত হুইলে শীতল
গ্ৰীষ্ম দূৰ হ'ল শান্তি উপজিলে।
  করুণা নিদান প্রভু ভগবান ;
  অগ্নিময় প্ৰাণে দিলে সুধা দান ;
  ক্ষণকাল পূৰ্ব্বে গ্ৰীষ্মে যেই প্ৰাণ
  উৎকণ্ঠিত, এবে স্থিৰতা লভিলে ॥

(১৮)

প্ৰাণৰ স্থিৰতা সমস্ত শৰীৰ,
জড় বস্তু প্ৰায় কৰিলেক স্থিৰ ;
যুগ পিৰিকটি নয়ন দুটীৰ
হ'ল সংমিলিত, ৰোধি দৃষ্টিপথ।
  পাইয়া সুযোগ আনন্দ অন্তৰে,
  নয়ন-বাসিনী ক্ষণেকৰ পৰে
  হুইলা অসীনা নয়ন ওপৰে,
  গ্ৰীষ্মে এতক্ষণ থাকি অন্তৰত ॥

(১৯)

হ'ল গাঢ় নিদ্ৰা, হলোঁ অচেতন,
বহু কষ্টে পাছে সুখ-নিকেতন
লভিলোঁ। দেখিলোঁ আশ্চৰ্য্য স্বপন
দেখাইলা নিদ্ৰা অমৰ নগৰ।
  দেখিলোঁ স্বৰগ দ্বাৰ আচ্ছাদিয়া,
  ঘূৰে মেঘগণ দেহ আস্ফালিয়া,
  ঘৰ্ষণে স্ফুলিঙ্গ উঠিছে জ্বলিয়া,
  নিমিষে নিমিষে ৰব ভয়ঙ্কৰ ॥

(২০)

নিমিষে নিমিষে উগাৰে অনল,
নিমিষে জগৎ যেন ৰসাতল
যায়, মনে বোধ হ'ল পলে পল ;
কঁপিল শৰীৰ পৰাণ আকুল।
গৰ্জ্জন ওপৰে উঠিছে গৰ্জ্জন,
সমীৰণোপৰে বহে সমীৰণ,
যেন মহাৰুদ্ৰ সৃষ্টি সংহৰণ
কৰিবে উদ্যত ধৰিয়া ত্ৰিশূল ॥

(২১)

এহিৰূপ ভাৱে গলে অল্পক্ষণ,
বহ্নিময় কৰি সমস্ত গগন
নিমিষে চপলা কৰিলে নৰ্ত্তন ;
খসিল অশনি বিদ্যুতৰ ছাটে।
অযুত বাৰণ শকতি ধৰিয়া,
চক্ষু পালটিতে উঠিলে গৰ্জ্জিয়া,
শত মেঘগণ আকাশ ব্যাপিয়া ;
যেন ইসংসাৰ গ'ল অধঃপাতে ॥

(২২)

গ'ল সেহি ধ্বনি পাতাল ভেদিয়া,
তীব্ৰ ভূকম্পনে বিশ্ব লড়াইয়া ;
প্ৰতিধ্বনি তাৰ উঠিল গৰ্জ্জিয়া
ফাটিল গগন হুইয়া হুচিৰ।
দেখিলোঁ নয়নে ফাটিল গগন ;
পৰিল ভূতলে এড়ি শাখাসন
যতেক বিহঙ্গ, জড় প্ৰাণীগণ ;
সবে মৃতপ্ৰায় শ্ৰৱণ বধিৰ ॥

(২৩)

দেখোঁতে দেখোঁতে যত মেঘগণ
ক্ষণে হ'ল দূৰ ; এড়িয়া গৰ্জ্জন ;
মুক্ত হ'ল সুৰপুৰী আবৰণ ;
লুপ্ত হ'ল নীল বৰণ আকাশ।
অমৰ নগৰ চক্ষুৰ গোচৰ
ভাসিলেক ক্ষণে অতি মনোহৰ ;
দীপ্তিময় ; যেন ধৰি স্নিগ্ধ কৰ,
শত কোটি চন্দ্ৰ পালে পৰকাশ ॥

(২৪)

সাৰি সাৰি গৃহ অতীব সুন্দৰ ;
ৰজত, সুৱৰ্ণ, ৰঞ্জিত প্ৰস্তৰ,
শোভাইছে গৃহশ্ৰেণী কলেৱৰ
উড়িছে ওপৰে পতাকা নিচয়।
দুৱাৰ চৌকাণে কাঞ্চনে ৰঞ্জিত
অতি মনোহৰ লতিকা ৰচিত ;
লতিকাৰ ফুল হীৰকে খচিত ;
জলমল কৰি নয়ন ৰঞ্জয় ॥

(২৫)

প্ৰতি গৃহে যেন উজ্জ্বল বৰণী
কৰিছে বিৰাজ স্থিৰ সৌদামিনী
জ্বলে চাৰিপাশে হীৰা মুক্তামণি
নক্ষত্ৰৰ প্ৰায়, সংখ্যা অগণন।
জ্যোতিৰ্ম্ময় পুৰী অথচ শীতল ;
নধৰয় নেত্ৰে, নপড়য় জল ;
অনিমেষে, নেত্ৰ কৰি অচঞ্চল,
পাৰি কৰিবাক তৃপ্তিয়া দৰ্শন ॥

(২৬)

গৃহ জ্যোতির্ম্ময় বন জ্যোতির্ম্ময়
যিহকে দেখিলোঁ। সেয়ে জ্যোতির্ম্ময়,
ৰাত্রি জ্যোতির্ম্ময় দিনো জ্যোতির্ম্ময়,
সদা জ্যোতির্ম্ময় অমৰ নগৰ।
যি চন্দ্র সূৰুয ভাবোঁ জ্যোতির্ম্ময়,
শত চন্দ্র সূৰ্য্য হলেও উদয়
সেহি জ্যোতি সঙ্গে পাব পৰাজয় ;
সুশীতল জ্যোতি নেত্র তৃপ্তিকৰ ॥

(২৭)

বিশ্বকৰ্ম্মা শিল্প পাইছে প্ৰকাশ
বুদ্ধি নিপুণতা পাইছে বিকাশ ;
আপুনি বিধাতা কৰি বহু আশ
চতুৰ্ম্মুখে যদি বৰ্ণে অবিৰল।
বৰ্ণে অবিৰল শতেক বৎসৰ,
তথাপি বৰ্ণনা অমৰ নগৰ
নুহুইব শেষ ; কিবা ছাৰ নৰ,
কিবা ছাৰ তাৰ তুলি হীনবল ?

(২৮)

সুৰ উপবন নন্দন কানন
শোভে এক ভাগে হৰষি নয়ন,
কত তৃণ লতা কত বৃক্ষগণ
শোভে নতশিৰে ধৰি ফুল ফল।
শ্বেত পুষ্পগণ ৰজতৰ কান্তি,
ৰক্ত পুষ্প যত বাল-সূৰ্য্য ভাতি,
হৰিদ্ৰা ষতেক তপ্তস্বৰ্ণ জ্যোতি ;
মৰতে যিসব, সামান্য নকল ॥

(২৯)

মধ্যস্থলে পাৰিজাত তৰুবৰ,
ধৰে পুষ্পমালা অতি জ্যোতিকৰ,
যাৰ সুধা পিয়া দেবতা অমৰ ;
গন্ধে আমোদয় অমৰাবতী ।
ভালেতো বিবাদ ইপুষ্প কাৰণে
ঘটিছিল কৃষ্ণ সহস্র লোচনে ;
সত্যভামা শচী ক্রোধে দুয়োজনে
ভালেতো কন্দল কৰিছিলে অতি ॥

(৩০)

দেখিলোঁ কাননে সুৰবালাগণ,
সুবৰ্ণ কৰণী কৰিয়া পূৰণ
কৰিছে আনন্দে পুষ্প আহৰণ ;
কেহোঁবা গাঁথিয়া মনোহৰ মালা ।
আন সখী গলে আনন্দে দোলায়,
"বালা কণ্ঠে দিয়া কিলাভ আছয় ?
মনোমত এক দেব-সুত চাই
দিয়া তাৰ গলে," কহে কোনো বালা ॥

(৩১)

বসি কোনো বালা পাদপ তলত,
সখী গলে ধৰি শিৰ কৰি নত,
পিন্ধায় কুসুম বৰ্দ্ধিত কেশত ;
কোনো হাঁসে ৰঙ্গে, গায় কোনো জনে ।
কোনো বালা লড়ে, কোনো পাছে ধায়
মেখেলাৰ জোঁটে হামখুড়ি খাই
কোনোবা পড়য়, পুনঃ উঠি যায় ;
দেখি হাঁসে কোনো প্রফুল্ল বদনে ॥

(৩২)

কাননৰ পাশে পতিত পাবনী
পবিত্র সলিলা নদী মন্দাকিনী
বহিছে সুধীৰে কৰি কলধ্বনি,
পবিত্র কৰিয়া অমৰ নগৰ।
বহিছে কি ভাবে? মনে বোধ হয়
যেন দুঃখভাবে; গম্ভীৰ হৃদয়
শোকাকুল অতি। সম্ভব কি হয়
অমৰ নগৰে বিকাৰ শোকৰ?

(৩৩)

হোৱে কি সম্ভব হেন পুণ্যস্থানে
পাপ অধিকাৰ? হুইবাক পাৰে,
কালে কাল সব সম্ভবত আনে;
কপি কথা কয়, জলে শিলা ভাসে।
ক্ষুদ্র দ্বীপবাসী অসভ্য অজ্ঞান
কালত সুসভ্য; উন্নতি সোপান
হস্তে খসে সভ্য; প্রত্যক্ষ প্রমাণ
ইংলণ্ডে ভাৰতে ইকথা প্রকাশে॥

(৩৪)

প্রকাশে ইকথা ইতিহাস পাতে
মহতো ক্ষুদ্রৰ পড়ে পদাঘাতে;
সৰ্ব্বজয়ী কাল, কালে সব ঘটে।
মেঘতো তাড়িত বিজ্ঞানৰ বলে।
নৰ অধীনতা কৰিছে স্বীকাৰ,
সামান্য ভৃত্যৰ প্রায় বাৰম্বাৰ
ক্ষণে আনে ক্ষণে দিয়ে সমাচাৰ;
সৰ্ব্বজয়ী কাল, সব ঘটে কালে॥

(৩৫)

কিনো অসম্ভব স্বৰগ-বাহিনী
কালৰ গতিত দেবী মন্দাকিনী
স্বৰ্গৰ সুখতো হুব অসুখিনী
পাপ লোকে আসি পৰ্শিব শৰীৰ ?
নোহে অসম্ভব বুজিলোঁ হো মনে
কিন্তু এহি শোক কিসৰ কাৰণে ?
মনে বোধ হয় অৱস্থা দৰ্শনে
গঙ্গা ভোগবতী ভগিনী দুটীৰ ॥

(৩৬)

ভোগবতী বহে সদা পাতালতে,
তাহান অৱস্থা নাজানে জগতে ;
কিন্তু গঙ্গা দেবী বহিছে ভাৰতে
তাৰ দুঃখ কথা সকলোএ জানে ।
সকলোএ জানে তাৰ দুঃখ কথা,
ছিলে বা কি হায়, হ'ল এবে কিবা,
সিসব ভাবিলে মনে লাগে ব্যথা,
কি কাম উল্লেখে ? সকলোএ জানে ॥

(৩৭)

দেবী মন্দাকিনী কান্দিছে বিৰলে
এক দিশে, দেহ ভাসে অশ্রুজলে,
সিক্ত সুৰ পুৰী সেহি নেত্ৰজলে ;
আন দিশে দেখো আনন্দ উদগাৰ ।
দেবৰো ভিতৰে নাই দয়া মায়া,
পৰ দুঃখ দেখি নিবিদৰে হিয়া ;
ইন্দ্ৰৰ সভাত নিশ্চিন্তে বসিয়া
কৰে দেবগণ আনন্দ অপাৰ ॥

(৩৮)

যেহি মন্দাকিনী কৰিছে পবিত্ৰ
অমৰ নগৰ ; যাত সংস্থাপিত
স্বৰ্গ পবিত্ৰতা-গৌৰব নিয়ত,
যাৰ বলে দেব লভে 'দেব' নাম ।
যেহি মন্দাকিনী সব দেবগণে
পুত্ৰ তুল্য ভাবি নিজ পয়ঃদানে
কৰে পুষ্টিকৰ, স্নেহৰ বন্ধনে ;
যেহি স্ৰোতস্বতী সৰ্ব্ব মোক্ষ ধাম ॥

(৩৯)

সেহি দেবী দুঃখে নোহয় দুঃখিত,
তান শোকে কোহোঁ নোহয় ক্লেশিত,
দেবো স্বাৰ্থপৰ জানিলোঁ নিশ্চিত,
ভাৰতে যি ৰূপ ভাৰতীয়গণ ।
ভাৰতীয়গণ ভাৰতে যি ৰূপ,
ভাৰত মাতাৰ দুঃখত বিমুখ,
দেবতাৰো ভাব দেখিলোঁ সিৰূপ,
বাদ্যগানে মাত্ৰ সবেও মগন ॥

(৪০)

ইন্দ্ৰ সভাতলে সুবৰ্ণ আসনে,
শ্ৰেণীবদ্ধ হুয়া যত দেবগণে
বসিছে আনন্দে ; সুস্থিৰ নয়নে
বিমোহিত দেখি শুনি নৃত্য গীত ।
মধুময় স্বৰে দেব যন্ত্ৰ দল,
কৰিয়া শ্ৰৱণ অতীব শীতল,
ঢালে সুধাৰাশি যেন অবিৰল ;
গাইছে কিন্নৰী মুগ্ধ কৰি চিত ॥

(৪১)

নাচিছে অপ্সৰী বিদ্যাধৰীগণে
থমকে থমকে ; নপুৰ চৰণে
কৰে ৰুণু ঝুনু হসিত বদনে
চঞ্চল নয়ন সঞ্চাৰিত কৰে ।
কৰে মহানৃত্য যত সুৰবালা,
দেহ আভৰণে জ্বলকে চপলা ;
কৰয় বসনে সমীৰণে খেলা
দেখি দেবগণ মোহিত অন্তৰে ॥

(৪২)

যি নাৰী জাতিৰ দেখিয়া নৰ্ত্তন,
দেখিয়া অমল কমল বদন,
স্থিৰ নেত্ৰ আজি যত দেবগণ,
গম্ভীৰ অন্তৰে তৰঙ্গ উথলে ।
কিবা আচৰিত সি নাৰী জাতিৰ
হুইবেক বশ পুৰুষ সমাজ,
সি সব কুহকে হুইব অধীৰ,
থাকিবেক পড়ি চৰণৰ তলে ?

( অসম্পূৰ্ণ )

## ভাৰতী

"ভাৰতী" সম্বাদ পত্রে চিত্রখানি
দেখিলে তোমাৰ হে মাতঃ ভাৰতী।
চঞ্চল অন্তৰ হোৱয় গম্ভীৰ,
ক্ষণে হোৱে মন শোকাকুল অতি।
কৰতলে কৰি কপোল স্থাপন,
অনাসনে হায় দুঃখ ভাব ধৰি,
চিত্রিত জননী নব চিত্রে তুমি,
বিন্দু বিন্দু অশ্রু পড়ে যেন জৰি।
মুগ্ধ দেব নৰ যেই বীণাস্বৰে,
যেই যন্ত্র তব অতি প্রিয়তৰ,
সেহি বীণা আজি নাই তব হাতে,
শূন্য হায় হায় তব যুগ কৰ।
নাই আজি প্রিয় মৃণালী আসন;
শ্বেতাব্জ বৰণ হুয়াছে মলিন,
কোৱা সৰস্বতি, কিয় হেন ভাব
বদন বিশুষ্ক হৰষ বিহীন।
অত্যন্ত উজ্জ্বল নয়ন যুগল
নিস্তেজিয়া দেবি অধোমুখে হায়,
কিবা পৰ্‌মাদ গণিয়াছা আজি,
কিবা মহাচিন্তা অন্তৰে উধায়?
কি ভাবে ভাবিতা জননি ভাৰতি!
কি দুঃখে আকুল অন্তৰ তোমাৰ?
কোৱা সৰস্বতি, কোৱা এই জনে,
কিয়নো বদনে হেন শোকভাব?
যাৰ বীণাস্বৰে মোহিত জগত,
—মোহিত সুস্বৰে ভুজঙ্গম যেন—,

যাহাৰ মহিমা অনন্ত অতুল,
মুগ্ধ যাৰ কণ্ঠস্বৰে সুৰগণ।
যাৰ দয়াতেসে মানব নিকৰ
কৰে কীৰ্ত্তি স্তম্ভ জগতে স্থাপন,
—কালেও যাহাক লড়াব নোৱাৰে—,
অখণ্ড্য অভেদ্য স্তম্ভৰ গঠন।
সেহি তুমি আজি ভাৰত ভূমিত—
কিয় নব ভাব কৰি প্ৰকটন,
ভাৰতবাসীৰ গৃহ দ্বাৰে দ্বাৰে
ভিক্ষাৰিণী বেশে দিছা দৰশন?
দ্বাৰে দ্বাৰে দেখা দিলে কিবা হব
পূজে তব পদ নাহি হেন জন;
শূন্য ই ভাৰত, নাহিকে বাল্মীকি
ব্যাস আদি তব প্ৰিয় ভক্তগণ।

## "ইটো সিটো"

(১)

কি লেখিছে সেই জন,
কৰি ভাষা অশোভন?
অমিত্ৰ অক্ষৰ ছন্দে কি কৰে বচন?
নোহে পদ্য নোহে গদ্য,
কিবা লেখে মূৰ্খে অদ্য,
অনুকৰি বাঙ্গালাৰ শ্ৰী মধুসূদন॥

(২)

'ইটো' 'সিটো' ব্যৱহাৰ,
শুদ্ধ নাহি হোৱে যাৰ,
'ইতো' স্থানে 'ইটো' লেখে 'সিতো' স্থানে 'সিটো'।
সিজনে কবিতা গঁথা,
কেবলে লাজৰ কথা,
হেন উচ্চ আশা নোহে উচিত স্বপ্নতো॥

(৩)

অসমীয়া (ৰ) পদ গান,
যেন পাপী (ৰ) গঙ্গাস্নান,
নোহোৱা নোপজা কথা, কতু শুনা নাই
কিয় তৱে হীনজন,
কৰে হেন উচ্চ মন
অপাৰ সমুদ্ৰ লম্ফে পাৰ হুব চায়?

(৪)

প্ৰকাশি তাৰ কবিতা
"বিলাসিনী" কলুষিতা,
পড়িল সোপান হস্তে খসি এক পদ।
কিন্তু শোধোঁ এক কথা,
কিয় "বিলাসিনী" মাতা,
পুনঃ তৱে প্ৰকাশিলে সিজনৰ পদ?

## আশা

(১)

জয় জয় আশা দেবি অনন্ত ৰূপিনি !
ধন্য ধন্য শক্তি তব ; অনন্ত মহিমা
জগতে তোমাৰ, দেবি মানস-ৰঞ্জিনি !
তোমাৰ মায়াৰ কোনে দিব পৰিসীমা ।
তোমাৰ ইঙ্গিতে নাচে চিত্ত-বিহঙ্গিনী
যত ম্লানমুখী হোক, শুকায় নয়নে
তোমাৰ অশ্বাসে দেবি, অশ্রুজল ধাৰ ;
বিষাদিত জন হাঁসে প্রফুল্ল বদনে ।
জনগণ চিত্ত বাসী দুঃখ অন্ধকাৰ,
ক্ষণকে বিলয় পায় কিৰণে তোমাৰ ।

(২)

কান্দে কোনো দুঃখী জন বিদীর্ণ অন্তৰে,
দিনে যুগ যায় তাৰ, নিমিলে আহাৰ,
তোমাৰ আশ্বাসে কিন্তু হেৰা আশাদেবী
ক্ষণে নাচে চিত্ত তাৰ হৰ্ষে পুনৰ্ব্বাৰ ।
জৰ্জ্জৰিত কোনো জাতি অধীনতা-পাশে,
বিদেশী পিশাচ হাতে প্রায় অচেতন,
তোমাৰ কুহকে মাত্র মানিয়া প্রবোধ
ভাবি-স্বাধীনতা আশে ৰাখিছে জীৱন ।
কোনো জন ৰোগী মনে কষ্ট অনিবাৰ ;
নোৱাৰে ৰসনা-তৃপ্ত কৰিবে আহাৰ ॥

(৩)

উঠিলে নালাগে সুখ বসিলে নালাগে,
শয়নো কণ্টকময় যেন সিজনৰ,

কিন্তু মায়াবিনি আশা তোমাৰ মায়াতে
ভাবিছে "পাইবোঁ সুখ কিছু দিন পৰ"
যিমানে নহওঁক নৰ বিষন্ন অন্তৰ,
মলিন বদন আৰু জীৰ্ণ শীৰ্ণ কায়,
কিন্তু কি আশ্চৰ্য্য হায় তব পৰশনে
যত দুঃখ ৰাশি তাৰ ক্ষণে দূৰ যায়।
ক্ষণকে নৰক হস্তে তুলি নৰগণ,
দৰ্শোৱা হৰিষে যেন নন্দন কানন।

(৪)

অনন্ত শকতি তব আশা-কুহকিনি।
তোমাৰ মায়াৰ চক্ৰে ঘূৰে জীৱগণ,
সাংসাৰিক-মায়া মুক্ত যোগীগণো ঘূৰে,
ঘূৰে চন্দ্ৰ সূৰ্য্য গ্ৰহ ঘূৰে ত্ৰিভুবন।
কোন জন মুক্ত হব তোমাৰ শৃঙ্খলে ?
সংসাৰ বান্ধিয়া পাশে কৰিছা মন্থন,
ক্ষণকে ভাঙ্গিছা পুনঃ ক্ষণকে গঢ়িছা,
ক্ষণকে কৰিছা মৃত ক্ষণকে চেতন
যাহাৰ মায়ায় মাত্ৰ মযো মূঢ় জনে,
লিপ্ত ই দুৰূহ কাৰ্য্য কবিতা ৰচনে।

## আসামবাসী

(১)

হে আসামবাসি ! মিনতি আমাৰ ;
নয়ন উম্মিলি দেখা একবাৰ ;
সদায় নিদ্ৰিত, অতি অনুচিত,
দেখা একবাৰ নয়ন মেলি।

তোমাসব সম কোন হেন জাতি
আলস্যৰ বশ, উলটি পালটি
কোন হেন জাতি, চিৰ শয্যা পাতি
শুইয়াছে ; দেখা মস্তক তুলি ।

(২)

কোন হেন জাতি অন্ধকাৰে পড়ি,
আলোক এড়িয়া কৰে ধড় ফড়ি ?
কোনো নোহে এনে, সবেও যতনে
ধাইছে পোহৰে আন্ধাৰ ত্যজি ।
সবে সচেতন এড়িয়া আলস্য ;
সবেও আনন্দে মুখে কৰি হাস্য
আত্মোন্নতি ৰত, দেশোন্নতি ৰত,
আসাম কেৱল নিদ্ৰিত আজি ।

(৩)

আসাম কেৱল আজিও নিদ্ৰিত,
আসাম কেৱল আজিও ঘৃণিত,
জড় বস্তু প্ৰায়, কিম্বা মৃত কায়
স্বৰূপ, আজিও আসামবাসী
নাই পৰিশ্ৰম, নাই কোনো চেষ্টা,
ভাবিছে আলস্য পৰম দেবতা ;
নাহিকে উন্নতি, মাত্ৰ অধোগতি ;
বদন বিমৰ্ষ নাহিকে হাঁসি ।

(৪)

মুখে 'নাই হাঁসি' ইকথাও নোহে,
পৰৰ দুখত সবে কিন্তু হাঁহে ;
একৰ অনিষ্ট, আন জন হৃষ্ট ;
আনৰ বিপদে অসীম হাঁসি ।

অসমীয়া সবে যতেক হাঁসয়
আনৰ কষ্টত, চিত্ত হৰ্ষময়,
এনে কোনো জাতি, নাই ত্ৰিজগতী ;
মিছা কথা মাত্ৰ 'নাহিকে হাঁসি'।

(৫)

দেশোন্নতি যাত, নাই তাত মন ;
কৃষি শিল্প বাণিজ্যক বিসৰ্জ্জন
দিয়াছে ; মিস্তিৰী, হালোৱা, বেপাৰী
কিৰূপে বা হুব, লাজৰ কথা !
"হালোৱা বাঢ়ই বেপাৰী নহ'য়ে
বোপা-ককা মৰি গল এনেকৈয়ে",
এড়ি নিজ মান, সামান্য সমান,
কিৰূপে ধৰিব নতুন প্ৰথা।

(৬)

হে আসামবাসি !
"বোপা-ককা মৰি গল এই মতে"
এনে কথা আৰু নানিবা মুখতে ;
তেনে বাক্যোচিত, কৰিছা ৰক্ষিত
আন কোন ৰীতি কহিও মোক।
চুলি কাটি ফালা 'আলবাৰ্ট' সেওতা,
পিন্ধা বিদেশীয় বস্ত্ৰ মোজা জোতা,
ব্যভিচাৰ ৰাতি, মদো বাতি বাতি ;
আৰু কত কথা কলে পাবা শোক।

(৭)

এড়া তেনে কথা, হোৱা সচেতন,
কৃষি শিল্প হেতু কৰিও যতন ;

স্বাধীন ব্যৱসা, হেতু কৰা আশা,
আলস্য পিশাচ কৰিও দূৰ।
স্বদেশ বিদেশ কৰিও ভ্ৰমণ
বাণিজ্যৰ হেতু ; উন্নতি সাধন
কৰিও নিজৰ, কৰিও দেশৰ ;
হওক দেশৰ সৰ্ব্বাঙ্গ পূৰ।

(৮)

"বোপা-ককা মৰি গল এই মতে"
এনে কথা ধৰি নমৰা ভেমতে ;
মেলিয়া নয়ন, কাৰ্য্যে দিয়া মন,
নাথাকা নাথাকা একেটা ভাবে।
চক্ষুৰ ওচৰে কৰা দৰশন.
জড় হিমাদ্ৰিৰো পৰিবৰ্‌তন
আছয় ; ভূধৰ হোৱে শোভাকৰ
ঋতুএ ঋতুএ নবীন ভাবে।

(৯)

ব্ৰহ্মপুত্ৰ নদো সদা যত্নবান
নিজ কাৰ্য্যে, দেখা সদা ধাবমান,
বাঢ়িছে টুটিছে ভাঙ্গিছে গঢ়িছে ;
কোনেও নাথাকে একেটা ভাবে।
কিয় তেন্তে হায় তোমালোক সবে
ধৰণীৰ ভাৰ মাত্ৰ হুই ভবে
থাকিবা সদাই ? পৰমুখ চাই
কিয়নো থাকিবা একেটা ভাবে ?

(১০)

বিবেচনা কৰি দেখা মনে মনে
অলঙ্কৃত তোমাসব কোন গুণে ?

নাই বিদ্যা গুণ, শিল্পে অনিপুণ,
নাম মাত্র কৃষি, বাণিজ্য নাই।
নাই উদাৰতা, নাই সহিষ্ণুতা,
নাহিকে মমতা, পৰোপকাৰিতা,
নাই সজ নীতি অনীতিত প্ৰীতি ;
কিবা আছে তোমাসবাৰ ভাই ?

(১১)

থকাৰ ভিতৰে মূৰ্খতা-আন্ধাৰ ;
আছে মাত্র হায় কুৰীতি অপাৰ ;
আছে হিংসাভাব, অমিল স্বভাব,
স্ব-অৰ্থপৰতা উন্নতি হুল।
আছে অহিফেন চিৰ দৰিদ্ৰতা,
আছে অহঙ্কাৰ, "ফেশনে" মমতা,
বৃথা গম্ভীৰতা, অবাচ্যে পটুতা,
আছয় আলস্য দাৰিদ্ৰ্য মূল।

(১২)

ছি ছি অসমীয়া। উঠা উঠা উঠা,
চিৰ নিদ্ৰা এড়ি মেলা চকু দুটা ;
হোৱা সচেতন, নাথাকা মগন
আলস্য-পিশাচ-ক্ৰোড়ে এক তিল।
অনৰ্থৰ মূল অহিফেন বিষে,
গোমাংস ভাবিয়া মনৰ হৰিষে
এড়া সৰ্ব্বজন ; কাৰ্য্যে দিয়া মন ;
কৰিও স্বদেশ উন্নতিশীল।

## কলঙ্গ নদী

কিয় হেন দীন বেশ তব স্রোতস্বতি
দেখোঁ সদা ? কিয় তব মলিন বদন ?
অত্যল্প জীৱন কিয় ? নাহি কি জীৱন
তব দেহে ? যেই বলী ব্ৰহ্মপুত্ৰ নদ
সবাৰো পূজিত ; যাৰ অসীম প্ৰতাপে
কত কত গ্ৰাম বন ভগ্ন নিৰমিত,
তৰঙ্গ সঙ্কুল দেহ দৰশনে যাৰ,
কঁপে থৰথৰি যত নাবিকৰ প্ৰাণ ;
কি কৰোঁ অধিক যাৰ মহাস্ৰোত বেগ
সহিব নোৱাৰি নিজে হিম শৈলবৰ
শৰণাগতৰ প্ৰায় দিছে পথ-এৰি
বিদাৰি পাষাণ-বক্ষঃ আছে জনশ্ৰুতি,
সেহি ব্ৰহ্মপুত্ৰ নদ তব প্ৰাণপতি,
তুমি হে কলঙ্গ তাৰ অন্তৰ-তোষিণী।
কিয় তৱে প্ৰবাহিনি ! কিয় তৱে হায়
ইহেন মলিন বেশ দুৰ্দ্দশা অসীম
তোমাৰ, পূজিত বলীপতি বৰ্ত্তমানে ?
কিহেতু সধবা হুয়া বিধবা আচাৰ ?
কি কাৰণে নদবৰ স্ববক্ষ থাকিয়া
দিলেক তোমাক ঠেলি নবগ্ৰাম* বনে
নিৰ্ব্বাসিতা কৰি ? তুমি কান্দিছা সতত
স্বামী শ্ৰীচৰণ ধৰি কামৰূপ† কাশে
কাতৰে মাগিয়া ক্ষমা ; তথাপি সিজন
কিয়নো সদয় নোহে ? কিবা আছে হেতু ?

---

* নগাঁও

† কামৰূপ জিলাৰ উত্তৰ পূৰ্ব্ব সীমাত ব্ৰহ্মপুত্ৰৰ সৈতে মিলিত হৈছে।

বুজিছোঁ পুৰুষ মন অত্যন্ত কঠিন,
একবাৰ ক্ৰুদ্ধ যদি হোৱয় অন্তৰে,
সহজে দয়াৰ্দ্ৰ নোহে ; কাকুতি মিনতি
যত কৰা পদে তাৰ, সকলো বিফল
হোৱয় ; কোমল নোহে পাষান হৃদয়।
গ্ৰীষ্মকালে একোবাৰ কৰে যে পৰ্শন
তব দেহ নদবৰে ; নোহয় প্ৰণয়
সিটো তব প্ৰতি, নদি, জানিবা নিশ্চয় ;
সি কাৰ্য্য কেবল তব মন সৰল ভাবিয়া
তুমিও সৰলে ! তাতে নিৰ্ব্বোধাৰ প্ৰায়,
—অথবা স্বভাব সিদ্ধ, কি দোষ তোমাৰ,
পড়িলে কষ্টত লোক বোধশূন্য হয়—,
অতি উল্লাসিনী হুয়া সঁপা প্ৰাণ মন ;
ভাবা মনে দুঃখ যেন চিৰদিন হেতু
হ'ল অন্তৰিত। কিন্তু দৰ্শাই শঠতা
তোমাৰ কপটী স্বামী, স্বপ্নবৎ কৰি
যতেক কল্পিত সুখ মনত তোমাৰ,
এড়ি যায় ক্ষণ পাছে, ফিৰিও নাচায় ;
কৰে হেন প্ৰবঞ্চনা প্ৰত্যেক বৰষে।
দুৰ্ভাগিনি নদি ! দুৰদশাতে তোমাৰ
হুইছে দুৰ্দ্দশাপন্ন এই নবগ্ৰাম ;
নহলে কি এই স্থান থাকয় পড়িয়া
আসামে নগৰ যত সবাৰো পশ্চাতে ?
তুমি বিনে কোন গুণে হীন এই গ্ৰাম ?
তুমি যদি সুভাগিনী হুইলা হঙন,
কত পোত গতাগতি, বাণিজ্য ব্যবসা,
দ্ৰব্যৰ সুলভ মূল্য, স্থানৰ গৌৰৱ,
কৰিলে, হুইলে, আৰু বাঢ়িলে হঙন।

কিন্তু হে সিসব আশা নাই নাই নাই
—যত দিন বাষ্পৰথ তব পৰিবৰ্ত্তে
নচলে ইস্থানে—, আশা নাই নাই নাই ;
থাকোক আশাৰ কথা, বৰম কঠিন
দেখিছোঁ জীৱন ৰক্ষা হে নদি তোমাৰ।
মিছা* তো মিছাই মাত্ৰ ; ডিজু† ভগ্নী তব
দয়িত অন্তৰে দিছে জীবন প্ৰবাহ
ঢালি তব দেহে ; মাত্ৰ তাহাৰ কৃপায়
অদ্যাপি ধৰিছা প্ৰাণ। কিম্বা এত দিনে,
অন্তৰে নকৰা হলে দয়া ডিজু নদী,
তব শুষ্ক দেহ খানী বালিয়ে আবৰি
কহুঁৱা বিৰিঙ্গা বন গজালে হতন।

## গতিশীলা নলিনী

[ নদীৰ পাৰত ভ্ৰমণ ]

(১)

বহে স্ৰোতস্বতী বেগে আপোনাৰ,
দেখি প্ৰভঞ্জন প্ৰতিকূলে তাৰ,
বহিল সুধীৰ পৰশি শৰীৰ
ধীৰিয়া গমন ; কঁপিলা নদী।
সেহি কম্পনত জুৰিয়া শৰীৰ,
ক্ষুদ্ৰ ক্ষুদ্ৰ ঢেউ কৰি তিৰবিৰ
উঠিলেক ক্ষণে ; বাধাৰ কাৰণে
হুইলে চঞ্চল প্ৰশান্ত মতি ॥

---

* মিছা নামে এখানী শুষ্কপ্ৰায় নদী কলঙ্গত পড়িছে।

† ডিজু এখানী সোঁত থকা নদী কলঙ্গৰ সইতে মিলিত হইছে।

(২)

পতিপ্ৰাণা নদী পতিৰ নিকটে
অবিশ্ৰাম গতি কৰে হৰ্ষ চিতে ;
পথ মাজে হায় জঞ্জাল ঘটাই
ধীৰিলে মাৰুত একাগ্ৰ গতি ।
তাৰ ভয়ে যেন সঙ্কুচিত হুয়া,
কঁপিল নদীৰ সুকোমল হিয়া,
ভয়ৰ সহস্ৰ তুলিয়া তৰঙ্গ
চলিছে ৰঙ্গিনী সভয়ে অতি ॥

(৩)

এহিৰূপ ভাৱে কৰি টলবল
বহে তৰঙ্গিণী ; অদূৰে কমল
দেখিলোঁ চকুৰে ভাসিয়াছে নীৰে,
অতীব সুন্দৰ বিমল ৰূপ ।
পূৰ্ণ প্ৰফুল্লিত কৰিয়া বদন,
ক্ষণে দেখা দিয়ে ক্ষণকে মগন ;
শোভি নদী জল, ফুটিছে কমল,
দেখিলোঁ স্বচক্ষেই অপৰূপ ॥

(৪)

দেখিছোঁ শুনিছোঁ সৰসে কেৱল
—স্থিৰ জলে—জন্মে যত শতদল ;
আজি বিপৰীত, দেখিলোঁ নদীত,
—সস্ৰোত সলিলে—, কমল হাঁসি ।
কহিবাক পাৰা আনি কোনোজন
নদীজলে তাক কৰিলে ক্ষেপণ ;
সিও নোহে, হলে, নদী স্ৰোতজলে
আসিল হৃতন অৱশ্যে ভাসি ॥

(৫)

নাসে কিন্তু ভাসি, আছে একস্থানে,
আছে বদ্ধ যেন সুদৃঢ় বন্ধনে,
স্রোতস্বতী স্রোতে তুচ্ছ ভাবি চিতে,
প্ৰভায়িছে জল হৰিষ মন।
হসিত বদন সুন্দৰ বৰণ,
নদী স্রোত জলে কৰিলোঁ দৰ্শন
—কেতিয়াও হায়, যিটো দেখা নাই—
ৰক্ত মিশ্ৰ শ্বেত কমল ধন॥

(৬)

হুয়া কুতুহলী কমল দৰ্শনে,
চলিলোঁ সুশীঘ্ৰে উৎকণ্ঠিত মনে ;
অল্প দূৰ গই, ৰলোঁ থৰ হই,
সস্পষ্ট নয়নে দৰ্শিলোঁ তাক।
দেখিলোঁ নহয় জলজ কমল,
দৃষ্টিবেসে ভ্ৰম, বদন কমল
এটী বালিকাৰ ; আকণ্ঠ শৰীৰ
জলে মগ্নি বালা দূৰিছে তাপ॥

(৭)

অবিশ্বাসী—নেত্ৰ—দৃষ্টি নিক্ষেপণ
কৰি, দূৰ হন্তে কৰিলোঁ দৰ্শন
শোভি নদী জল ফুটিছে কমল
এবে যে দৰ্শো বালা সুহাসিনী।
লজ্জিতা বালিকা আমিও লজ্জিত
স্বভ্ৰমে ; উঠিয়া কাষে কৰি ঘট
টানিয়া আঁচল, কঁপাইয়া জল,
গ'ল সেহি গতিশীলা নলিনী॥

(৮)

শূন্য হ'ল নদী, শোভাৰ বিলয়
হ'ল ; গতিশীলা নলিনী হৃদয়
নাচাছিলে ফিৰি ; গ'ল ধীৰি ধীৰি
হংসিনী গমনে হেম-অঙ্গিনী ।
গ'ল কমলিনী, একোই নৰল
উপাড়িয়া মূল সমৃণালে গ'ল ;
শোকে যেন নদী বিমৰ্ষিতা অতি
হেকয়াই গতিশীলা নলিনী ॥

## অভাগাৰ লেখনী

(১)

কি লেখিবি হায় অভাগা (ৰ) লেখনি !
সদা লেখোঁ লেখোঁ ইচ্ছা তোৰ মনে,
টেবিল ওপৰে থাকিলে আমনি
লাগে ; সদা বাঞ্ছা কৰ আৰোহণে ।
সদা বাঞ্ছা তোৰ বিশুষ্ক বদন
তিতাইবে কৃষ্ণ বৰণ মসীৰে ;
সদা বাঞ্ছা তোৰ কৰিবে ভ্ৰমণ
নিৰমল শ্বেত কাগজ ওপৰে ॥

(২)

কিন্তু সব বাঞ্ছা বিফল তোহোঁৰ
শুনবে লেখনি, অভাগা (ৰ) লেখনি !
পড়িছু যেতিয়া শ্ৰী কৰত মোৰ ;
এড় সেহি আশা ফলহীন গণি ।

নিদিওঁ লড়িব নিদিওঁ চড়িব,
ৰাখিম যতনে 'টেবিল' ওপৰে,
মসী সহ তোক নিদিম যুঁজিব,
তোৰ ক'লা মুখ নসহে অন্তৰে ॥

(৩)

আদৰৰ ধন ৰাখিম আদৰে,
নিদিওঁ শ্ৰমিব ই প্ৰাণ থাকোঁতে ;
থাক মাত্ৰ শুই হৰিষ অন্তৰে
শোভি মোৰ মেজ অতুল শোভাতে।
আমাৰ শ্ৰী হস্তে পূৰ্ব্ব পুণ্যফলে
পড়িছ লেখনি ; সুকপাল গুণে
বিক্ৰেতা সবেও বিক্ৰী নকৰিলে
দয়া কৰি তোক ক্ৰুৰ বিজ্ঞগণে ॥

(৪)

আছে কিন্তু তোৰ যত সঙ্গী গণ,
পড়ি যম প্ৰায় বিজ্ঞ সব হাতে
শ্ৰমে ওষ্ঠাগত সি সবৰ প্ৰাণ
ঘসোঁতে ঘসোঁতে সুবদন ফাটে।
নাহিকে বিশ্ৰাম দিবস ৰজনী,
কৰিছে কেৱল ৰচনা অপাৰ ;
দেখ ভাবি মনে অভাগা (ৰ) লেখনি !
বিজ্ঞজন হাতে কেনে অত্যাচাৰ ॥

(৫)

এড় মন্দ আশা দুৰাকাঙ্ক্ষা যত,
এড় সেহি সব আমাৰ বচনে,
থাক শুই কৰি 'টেবিল' শোভিত,
পৰিষ্কাৰ কৰি ৰাখিছোঁ যতনে।

(৬)

আকও লেখনি ! ইকি তোৰ মতি
মুশুন বাৰণ ; ত্যক্ত বাৰম্বাৰ
কৰিছ ; ধৰিলোঁ কৰি দৃঢ় মুঠি
তেনেহলে তোক, লেখ এহিবাৰ ।
কিয় তুৰমতি ৰলি এবে স্থিৰ ?
লেখ চিৰ বাঞ্ছা পূৰণ কৰিয়া,
লেখ ৰে লেখনি কিয় হলি স্থিৰ,
মুশুনিলি মোৰ বাৰণ যেতিয়া ॥

(৭)

ছি ছি ইকি তোৰ চপল স্বভাব,
চপলা থাকিয়া চপলতৰ,
দেহে নাহি বল তথাপি কুভাব
সদা লেখোঁ লেখোঁ তোহাৰ অন্তৰ ।
কি ছাই লেখিবি লেখ তুৰমতি ;
ৰাখিছিলোঁ মুখে নাপাইলি মুখ ;
কিয় এবে কৰে হলি স্থিৰ মতি
ৰহিলি কিহেতু কৰি ক'লা মুখ ?

# কাৰাবন্ধ ৰাজপুত্ৰ*

(১)

জানিলোঁ মইনা ! আজি এতদিন পৰে
কি দুঃখে দগধ কৰে অন্তৰ তোমাৰ ;
সদা সুখ ভোগে থাকা, ৰঞ্জিত পিঞ্জৰে
কৰা বাস ; তেও কিয় শোকৰ বিকাৰ।
তেও কিয় এৰি সুখ মানব আলয়ে,
উজ্জ্বল পিঞ্জৰ কৰি তৃণ সম জ্ঞান,
যাব খোজা ; প্ৰিয় পক্ষি ; জানিলোঁ হৃদয়ে ;
জানিলোঁ পৰাধীনতা নিৰয় সমান।
ৰোগগ্ৰস্ত আমি আজি ; বুজোঁ সিকাৰণ
ৰোগীৰ অন্তৰে হায় কিৰূপ বেদন।

(২)

সমান অৱস্থা আজি তোমাৰ আমাৰ ;
যবন অধীন তুমি, আমিও সিৰূপ ;
ভাগ্য দোষে বাসস্থান ভীম কাৰাগাৰ,
তব বাসস্থান, পক্ষি, পিঞ্জৰ যিৰূপ।
যবনৰ অন্নে তুমি সদা প্ৰপালিত,
আমিও সিৰূপ আজি বিধি বিড়ম্বনে ;
মুক্তি লাভ হেতু তুমি সদা উৎকণ্ঠিত
যবনৰ গৃহে যথা, আমি আজি তেনে।
সমান অৱস্থা আজি তোমাৰ আমাৰ,
আহা পক্ষি দুঃখে দুয়ো কান্দোঁ একবাৰ।

---

* কোনো এটি হিন্দু ৰাজপুত্ৰ মুছলমানৰ ৰাজত্বৰ সময়ত কাৰাবদ্ধ হইছিল। তেওঁৰ সন্তোষৰ কাৰণ তেওঁ থকা কোঠাটীত থোৱা এটি মইনা চৰাইক সম্বোধন কৰি ৰাজপুত্ৰৰ উক্তিস্বৰূপ এই কবিতা লেখা হ'ল।

(৩)

কিৰূপ আনন্দে তুমি জননী যতনে
হুইছিলা বৰ্‌ধিত, স্বাধীন ভাবেৰে
উড়িলা হৃতন কেনে নগৰে কাননে,
সমান বয়স্ক স্বজাতীয় বিহঙ্গেৰে।
আমিও কিৰূপে হায় জননী আদৰে
হুইছিলোঁ সুবৰ্দ্ধিত ; থাকিলোঁ হৃতন
কেনে ৰঙ্গে নিজ ৰাজ্যে স্বাধীন ভাবেৰে
বৃদ্ধ পিতা মাতা লই দাৰ পৰিজন।
কিন্তু এয়ে পৰিণাম ছিলে তুজনাৰ,
তোমাৰ পিঞ্জৰ, আৰু মোৰ কাৰাগাৰ।

(৪)

মোৰ কাৰাগাৰ এই অসহ্য সংবাদ,
নিমিষে বায়ুৰ বেগে পশি স্বৰাজ্যত,
প্ৰজাৰ অন্তৰে হায় ঢালিছে বিষাদ ;
যত সৈন্যগণ মোৰ দুঃখিত মনত।
স্নেহময় স্নেহময়ী জনক জননী,
বিশাল বিষাল দন্তে এই সংবাদৰ
চৰ্ব্বিত চৰ্ব্বিতা আজি ; যত ভাই ভনী
এই সংবাদত পক্ষি কান্দে নিৰন্তৰ।
জানিছোঁ প্ৰকোষ্ঠে আৰু কান্দে অনিবাৰ,
কোমলা লতিকা স্বৰ্ণ-নলিনী আমাৰ।

(৫)

প্ৰিয়ে স্বৰ্ণ-নলিনি আমাৰ !
তব প্ৰতি আজি হায় জগত আন্ধাৰ ;
বিষম বিৰহে মোৰ ; উঠিছে তৰঙ্গ ঘোৰ,

আলোড়ি কোমল অতি অন্তৰ তোমাৰ,
আলোড়ি সমীৰ যেন স্থিৰ পাৰাবাৰ।

(২)

প্ৰিয়ে স্বৰ্ণ-নলিনি আমাৰ!
প্ৰফুল্ল কমল হেন বদন তোমাৰ,
জানিছোঁ মলিন আজি ; মুখে নাই মধুহাঁসি ;
হৰিলে যবন তব সুখৰ ভাণ্ডাৰ,
বিষময় কৰি ক্ষণে সুখৰ সংসাৰ।

(৩)

প্ৰিয়ে স্বৰ্ণ-নলিনি আমাৰ!
দেখা, কিবা দশা আজি তব অভাগাৰ,
হেৰুৱাই ৰাজ্য সুখ, পাইছে ভীষণ দুখ,
বাসস্থান এই তাৰ ভীম কাৰাগাৰ,
তাৰ ওপৰত পুনঃ যবন হুঙ্কাৰ।

(৪)

প্ৰিয়ে স্বৰ্ণ-নলিনি আমাৰ!
শয়নে বিশ্ৰামে কিম্বা কৰোঁতে আহাৰ
'প্ৰাণেশ্বৰ' 'প্ৰাণেশ্বৰ' ; এই মধুময় স্বৰ,
কৰ্ণ ভৰি শুনিছিলোঁ বদনে তোমাৰ,
কিন্তু আজি শুনো মাত্ৰ যবন চীৎকাৰ।

(৫)

প্ৰিয়ে স্বৰ্ণ-নলিনি আমাৰ!
কিমতে ভুলিবোঁ হায় সিমূৰ্ত্তি তোমাৰ,
যেহি শোক মূৰ্ত্তি ধৰি, ভুজে মোৰ ডিঙ্গি বেড়ি,

ৰণোন্মত্ত দেখি মোক শোকিন্সা অপাৰ
কপোলে বহিল যত্নে দুটী অশ্রুধাৰ ।

(৬)

প্রিয়ে স্বর্ণ-নলিনি আমাৰ !
কিমতে ভুলিবোঁ তাক যত্নে বাৰম্বাৰ,
ধৰিয়া করুণ স্বৰ ; কহিলা "হে প্রাণেশ্বৰ !"
তুমি যাবা বনে, কিন্তু কি গতি আমাৰ ?
কাক সমর্পিলা এই অভাগী তোমাৰ ?"

(৭)

প্রিয়ে স্বর্ণ-নলিনি আমাৰ !
সি কথা ভাবিলে আজি অন্তৰে আমাৰ
জ্বলি উঠে দাবানল ; প্রাণ কৰে টলবল ।
নাকান্দিবা প্রিয়ে এই সংবাদে আমাৰ
কান্দিলে মুকুতি নাই ; ক্রন্দন অসাৰ ।

(৮)

প্রিয়ে স্বর্ণ-নলিনি আমাৰ !
স্থিৰ কৰা চিত্ত তব কৰিয়া বিচাৰ,
সুখ হলে আছে দুখ ; দুখ পাছে আছে সুখ ;
সুখ দুখ চক্রপ্রায় ঘূৰে অনিবাৰ
সংসাৰে অলঙ্ঘ্য এই বিধি বিধাতাৰ ।

(৫)

যবনে যিৰূপ আজি ৰাখিছে পিঞ্জৰে
তোমাক বিহঙ্গ ! হায় আমিও সিমত
শোকৰ অগনি দিয়া জননী অন্তৰে,
বান্ধিয়া ৰাখিছোঁ গৃহে পশু পক্ষী কত ।

আমাৰ অধীনে থাকি কত দুঃখ-তাপ,
ভোগিয়াছে সেহি সবে জননী বিহনে ;
তাৰ ফলে ভোগোঁ আজি আমিও সন্তাপ,
তাৰ ফলে বদ্ধ আজি যবন ভবনে।
বোধ কৰোঁ বিধি মোক দিলে কাৰাগাৰ
বুজিবে কি দুঃখে দগ্ধ প্ৰাণ সিসবাৰ।

(৬)

বিধিহে কি দুঃখে দগ্ধ প্ৰাণ সিসবাৰ,
কি দুঃখ পৰাধীনতা, তাকে শিক্ষা দিবে
ঘটালা সক্ৰোধে যদি ইদশা আমাৰ,
—দোষৰ উচিত দণ্ড—, তাকে জনাইবে।
তবে তব পদ বিধি কৰিছোঁ বিনয়,
হুইছে যথেষ্ট শাস্তি, লভিয়াছোঁ জ্ঞান,
ক্ষমা মোক চতুৰ্ম্মুখ হুইয়া সদয় ;
বুজিছোঁ পৰাধীনতা নৰক সমান।
হে পক্ষি মইনা ! আজি আমি ৰুগ্ন জন,
তোমাৰ মনৰ দুঃখ বুজোঁ সিকাৰণ।

(৭)

এটী কথা ; পক্ষি ! কিন্তু আছয় তোমাৰ
মুক্তি ইচ্ছা যদি, পাৰোঁ পূৰণ কৰিবে ;
তোমাৰ মুক্তিত আছে মোৰো উপকাৰ
পাৰিবা আমাৰ ভাব ভাৰতে ঘোষিবে
কিন্তু ভয় মনে, তুমি যবনৰ দাস,
যবনৰ অন্নে চিৰ হুইছা পালিত ;
কৰাবা মন্ত্ৰণা মোৰ যবনে প্ৰকাশ,
কি জানি ঘটোৱা পাছে হিতে বিপৰীত

ওহোঁহোঁ নোৱাৰা তুমি হব হেন অতি
কৃতঘ্ন, মনুষ্য যথা উপকাৰী প্ৰতি ।

(৮)

তব পিঞ্জৰৰ দ্বাৰ মেলিলোঁ ইক্ষণ,
যেতিয়া আহাৰ লই তুয়োৰ নিমিত্তে,
কাৰাগৃহ দ্বাৰ মেলি আহিব যবন,
সেহি পথে যাবা তুমি উড়ি অলক্ষিতে ।
যাবা উড়ি আচম্বিতে মুক্তিলাভ কৰি ;
কিন্তু এক নিবেদন আছয় তোমাত,
উপকাৰী উপকাৰ যেন মনে স্মৰি,
হিন্দু ৰাজ্যে ৰাজ্যে পক্ষি গাবা এই গীত,
"যবনে ভাৰত কৰে চৰণে দলন
মেলৰে ভাৰতবাসি, মুদ্ৰিত নয়ন ।"

(৯)

"কণ্ঠহাৰ-স্বাধীনতা নিয়াছে কাঢ়িয়া,
যবনে ভাৰত ৰক্ত কৰিছে শোষণ ;
ব্ৰাহ্মণ ক্ষত্ৰিয় শূদ্ৰ সবেও সাজিয়া
উঠ্ জাতিভেদ এৰি মেলিয়া নয়ন ।
উঠ্ একবাৰ নিদ্ৰা-সুখ পৰিহৰি,
হুইলে বিলম্ব ক্ষণে পাইবি পতন,
ৰণমদে মত্ত হুই তীক্ষ্ণ অস্ত্ৰ ধৰি,
নাচিয়া নাচিয়া যাহি সমৰ প্ৰাঙ্গণ ।
তোসব বিক্ৰম দেখি কেশৰী সমান,
ফিৰোক সভয়ে শত্ৰু, কৰোক সম্মান ।"

(১০)

"কিয় গত চেষ্টা প্ৰায় ভয়ে যবনৰ ?
কিয় হীন বীৰ্য্য ; শুনি অস্ত্ৰৰ ঝঙ্কনা ?

সিহঁতৰ সংখ্যা যত ভাৰত ভিতৰ,
আঙ্গুলিৰ অগ্রে পাৰি কৰিব গণনা।
তোসব যে কুৰি কোটি ; কিকাম সমৰে ?
কিকাম ৰণাস্ত্রে ? পাৰ বধিবে যবন
এনেয়ে ; নিস্মূ'লি নাম ভাৰত ভিতৰে,
সহস্র ভাৰতবাসী বেড়ি প্রতিজনে।
পক্ষী পৰামর্শ ধৰ্ কিভয় কিভয়,
যবন নিস্মূ'লি কৰ্ ভাৰতৰ জয়।"

(১১)

গাবা এই গীত পক্ষি মোৰ অনুৰোধে,
যৈত হিন্দু সেনাদল ডৰিয়া যবন
বিকম্পিত ; কিম্বা যথা বিবিধ আমোদে
সতত আমোদ-প্রিয় ৰাজপুত্রগণ।
গাক এহিগীত যথা দম্পতী যুগল,
সব চিন্তা পৰিহৰি প্রণয়ে মগন ;
গাবা অন্তঃপুৰে যথা ৰমণী মণ্ডল ;
কিম্বা যথা ক্রীড়ে ৰঙ্গে হিন্দু শিশুগণ,
হিন্দু নামে বাল বৃদ্ধ যুবা যত জন ;
সবাকো ইগীত পক্ষি কৰাবা শ্রৱণ।

(১২)

পুনঃ কহোঁ এই গীত কলকণ্ঠস্বৰে
গাবা প্রতি হিন্দু গৃহে নগৰে কাননে,
য'তে ত'তে গাবা তুমি বিষণ্ন অন্তৰে,
উড়োঁতে বসোঁতে কিম্বা বিশ্রামে ভক্ষণে।
এই গীত লগে লগে পুনঃ উচ্চস্বৰে,

অতি উচ্চস্বৰে যেন প্রবেশ কৰয়
অত্যন্ত বধিৰ হিন্দু-শ্রৱণ-কুহৰে।
গাবা এই গীত পক্ষি অতি শোকময়,
“অসভ্য জাতিও কত জগতে স্বাধীন,
সুসভ্য ভাৰত,—লাজ—পৰৰ অধীন।”

(১৩)

“কালি যেই জাতি খ্যাত অসভ্য বুলিয়া,
আলু কচু কেঁচা মাংস আছিল ভোজন;
সকলোৰে পাছ ভাগে আছিল পৰিয়া,
তৰু তলে কিম্বা গৰ্ত্তে কৰিয়া শয়ন।
সেহি জাতি সভ্য আজি; লাজ পায় মনে
পৰৰ অধীন হুবে; মানৱ গৌৰবে
জাগৰিত আজি; যত্ন স্বাধীনতা ধনে,
প্রাণৰো পৰাণ বুলি অন্তৰত ভাবে।
কালি যি অসভ্য আজি সজীব জাগ্রত,
বিপৰীত ভাব মাত্র ধৰিছে ভাৰত।”

(১৪)

“উঠৰে ভাৰতবাসি, মেলিয়া নয়ন,
একবাৰ নিৰীক্ষণ কৰ্ চাৰি ফালে,
আছিলি তোসব কিবা; হুইলি ইক্ষণ
কিৰূপ; হায় যে এবে গতি ৰসাতলে।
আৰু নোহে; উঠ্ উঠ্ লভি দিব্য জ্ঞান
জাগৰ; জাগ্রত দেখ্ সবেও সংসাৰে
মানৱ গৌৰবে; যদি নাহি থাকে মান
কি কাম জীৱনে, যথা অপ্রাণ শৰীৰে?
সবেও জাগ্রত মানে; সবেও স্বাধীন,
কেৱল তোসব,—লাজ—, পৰৰ অধীন।”

(১৫)

মোৰ অনুৰোধে ক্লেশ কৰিয়া স্বীকাৰ,
সমস্ত ভাৰতে ; পক্ষি, কৰিয়া ভ্ৰমণ,
গাবা গীত ছুটী যথা তথা বাৰম্বাৰ,
যাতে উত্তেজিত হয় আৰ্য্যপুত্ৰগণ ।
তেও যদি কোনো জনে কটাক্ষ কৰিয়া
নাচায় ; সুশুনে তব করুণ কূজন ;
তোমাৰ যন্ত্ৰণা যত মনত তুচ্ছিয়া
নেমেলে ভাৰতবাসী মুদ্ৰিত নয়ন ।
ইচ্ছা কৰে যদি সবে থাকিবে সতত,
জগতে কলঙ্ক ৰাখি পৰ পদে নত ।

(১৬)

যাবা তৱে পক্ষি, তুমি সুদূৰ উত্তৰে,
কহিবা চৰণে ধৰি শৈলবৰ আগে
ইদুঃখ কাহিনী যত ; দয়িত অন্তৰে
শুনিব মিনতি তব সেই মহাভাগে ।
কোনে কয় গিৰিবৰ পাষাণ অন্তৰ,
যোনে কয় মূৰ্খ সিটো নাহি আত ভ্ৰম ;
দয়াৰ মুৰতি বুলি ভাবোঁ নিৰন্তৰ
আমি কিন্তু ; চিত্ত তাৰ স্নেহৰ আশ্ৰম ।
দেখাত বাহিৰে দেহ পাষাণে গঠিত,
ভাবি চালে কিন্তু গিৰি দয়াপূৰ্ণ চিত ।

(১৭)

যাহাৰ অন্তৰ থাকি কোমলা ললনা,
যাহাৰ হৃদয় থাকি দয়াৰ প্ৰতিমা,

বহিয়াছে নিৰন্তৰ জাহ্নবী যমুনা ;
অন্তৰে দয়াৰ তাৰ কিবা আছে সীমা ।
কিবা আছে সীমা তাৰ অন্তৰে দয়াৰ,
যাৰ দয়া শ্ৰোতে ভেজি সমস্ত ভাৰত
দয়াৰ সমুদ্ৰ এক সৃজিছে অপাৰ
ভাৰত চৰণতলে দক্ষিণ দিশত ।
কক্ আন জনে গিৰি কঠিন হৃদয়,
প্ৰতিবাদি কওঁ আমি কদাচো নহয় ।

(১৮)

কহিবা, বিহঙ্গ, বসি অদ্ৰি পদতলে
কাতৰে বিনয় কৰি, "পিতঃ শৈলবৰ !
উঠা আজি স্থান এৰি ; দেখা, সব কালে
পৰিবৰ্ত্ত সংসাৰত হোৱে নিৰন্তৰ ।
হোক আজি গিৰি পৰিবৰ্ত্তন তোমাৰ ;
একভাৱ বহুদিন । কৰিও দৰ্শন,
কালি যি আজি সি নোহে ; সুখী দুঃখভাৰ
বহয়, পূজিত হোৱে অধম চৰণ ।
নৰকে জনম যাৰ তাৰো স্বৰ্গবাস ;
স্বৰগে জনম যাৰ সিও পৰদাস ।"

(১৯)

"অধিক নালাগে ; দেখা তব পাদমূলে
কত পৰিবৰ্ত্ত আজি ; আজিৰ ভাৰত
কালিৰ ভাৰত নোহে ; পূৰ্ব্ব আৰ্য্যকুলে
জন্মিছে যিসব আজি কম্পিত ভয়ত ।
যুদ্ধ প্ৰিয় অস্ত্ৰধাৰী ক্ষত্ৰিয় তনয়,
আজি পৰ পদধাৰী ভয়ত অধীৰ ;

নপশে সিসব কৰ্ণে স্তুতি অনুনয়,
কি ভীষণ পৰিবৰ্ত্ত শ্ৰবণো বধিৰ ।
কেৱল তুমি সে আছা অক্ষয় অচল,
হোৱা কিন্তু গিৰি আজি তুমিও সচল ।”

(২০)

“উঠা গিৰিৰাজ আজি সমূলে উপাড়ি,
নাথাকা অচল আৰু একেটা ভাবেৰে ;
উত্তৰ থাকিয়া যোৱা দক্ষিণে বাগৰি
পিশিয়া ভাৰত তৱ গুৰু দেহ ভাৰে ।
যবন, ভাৰতবাসী, বিদেশী, স্বদেশী,
প্ৰভু, ভৃত্য, পশু, পক্ষী, তৃণ, লতা, বন,
একাকাৰ কৰা সবে দেহভাৰে পিশি ;
হোক ভাৰতৰ বক্ষে সবাৰো মিলন ।
স্থান পৰিবৰ্ত্তি গিৰি যোৱাহি সত্বৰে,
ভাৰতৰ ওপৰেদি দক্ষিণ সাগৰে ।”

(২১)

“তব হেতু স্থান দিবে দক্ষিণ সাগৰ
তথা হন্তে অন্তৰিয়া গৰজি গভীৰ,
সহস্ৰ তৰঙ্গ লই আসোক উত্তৰ
নাচিয়া নাচিয়া ৰঙ্গে হুইয়া অধীৰ ।
বহোক ভাৰত যুৰি সলিল সফেণ ;
অতল জলধি তলে পৰোক ইদেশ ;
নাথাকোক চিহ্ন একো ; ভবিষ্যতে যেন
নাজানে ভাৰতে কেহোঁ ; হোক সব শেষ ।
এনেয়েতো পৰিবৰ্ত্ত ; গতি অধঃপাতে,
পূৰ্ণ পৰিবৰ্ত্ত হোক অধীনী ভাৰতে ।”

## যক্ষপত্নী*

জলদ হে !

বিধিৰ প্ৰথম সৃষ্টি উজ্জ্বল-বৰণী
দেখিবা মন্দিৰে এটী সুন্দৰী ৰমণী ;
মুক্তা প্ৰায় দন্তপাঁতি ; বিম্ব ওষ্ঠাধৰ,
কুৰঙ্গী নয়ন দুটী জ্বলে নিৰন্তৰ ।
পতিহীনা চক্ৰবাকী যথা শোক কৰে,
যথা পতি প্ৰতি তাৰ স্মৃতি ঘনে ঘূৰে ;
দেখিবা সিৰূপে তুমি সেইটী ৰমণী,
—আত্মাৰ অৰ্দ্ধেক মোৰ জীৱন অংশিনী—
মলিনা নিস্তব্ধা আজি কান্দে প্ৰতিক্ষণ,
মোৰ প্ৰীতি স্মৃতি হায় ঘূৰে ঘনে ঘন ।
দেখিছোঁ সাক্ষাতে যেন, কান্দোঁতে কান্দোঁতে
অবিৰল অশ্ৰুজল আঁচলে মছোঁতে,
উখহিছে নেত্ৰ দুটী ; সুদীৰ্ঘ নিশ্বাসে
প্ৰিয় ওষ্ঠাধৰ যেন বিশুষ্ক হুয়াছে ।
কৰলগ্ন সুকপোল অৰ্দ্ধাদৃষ্ট ভাৱে,
ওৰণীৰ মাজে দিয়া অলপ প্ৰভাৱে ;
যেন ঘনাবিষ্ট শশী ঘন-আবৰণ
ভেদি ; ক্ষীণ ৰশ্মিমালা কৰে বিকীৰণ ।
কল্পনা নয়নে এবে কৰিছোঁ দৰ্শন,
এই জীৰ্ণ শীৰ্ণ কায়, মলিন বদন ।
বাদ্য হেতু বীণা আজি বৃথা তন্ত্ৰী† যুত
প্ৰেয়সীৰ স্কন্ধে হায় বৃথায় মিলিত ;

---

* মেঘদূতৰ অনুকৰণ মাত্ৰ । কুবেৰৰ দ্বাৰাই যক্ষ নিৰ্ব্বাসিত হৈ মেঘৰ আগত নিজ পত্নীৰ উক্তৰূপ বৰ্ণনা কৰিছিল ।

† তন্ত্ৰী = গুণ, তাৰ ।

জাতীয় গৌৰব গান কৰিবে আমাৰ,
ভগ্নস্বৰ ; চেষ্টা তাৰ বৃথা বাৰম্বাৰ ;
চিন্তা-বিনির্গত পড়ি প্রিয়া অশ্রুজল,
সিক্তিছে ৰজত-প্রভ তন্ত্রী অবিৰল।
পুনঃ পুনঃ মনে শোক হুইছে উদয়,
বীণা বাদ্য নিপুণতা পাইছে বিলয়।
কেতিয়াবা বসি প্রিয়া কৰিছে গণন,
প্রাঙ্গণে পতিত যত শুষ্ক পুষ্পগণ ;
সিসব গণনে গণে হায় কত কাল
বিগত সিদিন হস্তে ; ঘটাই জঞ্জাল
যি দিন থাকিয়া আমি এৰিয়া ভবন,
এৰিয়া প্রেয়সী ; বনে কৰিছোঁ ভ্রমণ।
স্বপ্ন প্রায় মনে মনে ভাবে ক্ষণকাল,
হুইয়াছে গত যেন নির্ব্বাসিত কাল ;
ক্ষণে উল্লাসিতা প্রিয়া কাল্পনিক সুখে।
ভাবিয়া, ফিৰিছোঁ যেন গৃহ অভিমুখে।
ইৰূপ কার্য্যত দিবা লঘু বোধ হয় ;
ভীষণা ৰজনী কিন্তু অন্তৰ পীড়য় ;
হে মেঘ ! ৰজনীকালে প্রেয়সী আমাৰ,
দেখিবা, কৰিছে চিন্তা মনত অপাৰ ;
ধৰণী শীতল বক্ষে শুই দুঃখ মনে,
বিৰহ কণ্টক পূর্ণ অথবা শয়নে,
তিতাইছে দুকপোল ত্যজি অশ্রুধাৰ
স্বপ্নে দেখে আগমন এই অভাগাৰ।
ক্ষণকে নিদ্রিতা হয় লভে প্রাণপতি,
জাগৰিতা হুই ক্ষণে মন দুঃখে অতি
পতিৰ বিৰহে কান্দে ; সুনিদ্রা বর্জ্জিতা,
অক্ষান্ত বিষম দুঃখে পৰাণে তাপিতা।

এহিৰূপ শোক অনিদ্ৰাত প্ৰতিদিন ;
হুইছে প্ৰিয়াৰ ৰূপ ক্ৰমশঃ মলিন ;
যথা পূৰ্ণ চন্দ্ৰ-ৰূপ স্নিগ্ধ জ্যোতিৰ্ম্ময়
পূৰ্ণিমাৰ পৰে ক্ৰমে পাৱয় বিলয় ।
মুক্ত সদা কেশদাম যতন বিহনে,
আউল বাউল হুই পড়িছে বদনে ;
অযত্ন-বৰ্দ্ধিত নখে মাত্ৰ একোবাৰ
দিছে দুই পাশে ঠেলি প্ৰেয়সী আমাৰ ॥
নাই সুচিকণ খোপা, মুক্তকেশী প্ৰিয়া,
পুষ্প মুক্তা মালা হেতু নাই আৰু মায়া
থাকিবে সিৰূপে কেশ অযত্নে বিস্তৃত
মোৰ কৰে যতদিন নুহুব সজ্জিত ।
দুৰ্ব্বল গধুৰ অতি যুগ পিৰিকটি
আকাশে চন্দ্ৰৰ দিশে মেলি নেত্ৰ দুটী
মৃদু ভাৱে কোঠা হন্তে কৰায় দৰ্শন
একদিন মধুময় যি চন্দ্ৰ কিৰণ,
আজি বিষময় যেন ; ঘৃণা বোধ হয়,
অতুল মধুৰ শোভা পাইছে বিলয় ।
যি ভাব ধৰিছে প্ৰাণ-সঙ্গিনী আমাৰ
হে মেঘ, দেখিলে হব ক্ৰন্দন তোমাৰ ॥
বিচ্ছেদ সময়ে যথা প্ৰেয়সী আমাৰ,
এবেও অচল আছে প্ৰণয় তাহাৰ,
পূজিছে অন্তৰে মোক প্ৰণয় বন্ধনে ;
গৌৰব কৰিছোঁ বুলি নাভাবিবা মনে,
নহো পত্নী গৰ্ব্বী আমি ; সুশীঘ্ৰে সময়
মোৰ বাক্য সত্য বুলি কৰাব প্ৰত্যয় ।

## কোনো এক বন্ধুৰ প্ৰতি

(১)

আছিল মনত বন্ধু এয়ে কি তোমাৰ ?
এত দিন মনভাব
গুপ্ত কৰি, মিত্ৰভাব
দেখাইলা ; কিন্তু ধৰা পড়িলা ইবাৰ ।

(২)

পড়িলা ইবাৰ ধৰা পড়িলা ইবাৰ ।
অল্প উচ্চপদ পাই,
নাচাইলা ফিৰি ভাই,
কৰিলা ক্ষমতা জাৰি ; কেনে অবিচাৰ ।

(৩)

এত দিন বন্ধুভাব,—মুখে সুধাভাৰ—।
কাৰ্য্যালয়ে গৃহে পথে,
সদা মিত্ৰতাৰ স্ৰোতে
ভসাইলা এইজনে ; আৰু কত বাৰ ।

(৪)

বসিয়া নিৰ্জ্জন স্থানে আলাপ অপাৰ ।
পড়ে কিহে বন্ধু মনে
একদিন বট মুলে
কত ভাব ব্যক্ত ; মনে পড়েনে এবাৰ ।

(৫)

প্ৰিয়জন হস্তে যদি পোৱা উপহাৰ ;
হলেও সামান্য ফুল,
ভাবি কহিনুৰ তুল
দেখোৱা আমাক তুমি আনন্দে অপাৰ ।

(৬)

কত যে হৰষ ৰঙ্গ ছিলে দুজনাৰ ;
সন্ধ্যাকালে প্ৰতিদিনে
কিম্বা প্ৰাতে সুভ্ৰমণে
কত মিষ্টালাপ কত ৰহস্য উদ্গাৰ।

(৭)

দেখাইলোঁ মেলি মোৰ অন্তৰ দুৱাৰ,
তুমিও দেখালা মোক
( ঈশ্বৰেসে জানে তাক
কপট কি অকপট ) অন্তৰ তোমাৰ।

(৮)

কিন্তু সেহি বন্ধুভাব মিত্ৰ ব্যৱহাৰ,
আজি ই পৰীক্ষাকালে
লুকাইলে অন্তৰালে ;
সকলো স্বপ্নৰ ন্যায় হুইলে অসাৰ।

(৯)

কণ্টকৰ প্ৰায় আজি সুপথে আমাৰ
থিয় হলা বন্ধু তুমি ;
কি কৰোঁ তোমাক আমি,
আছিল মনত হায় এয়ে কি তোমাৰ ?

(১০)

পুনঃ শোধোঁ মনে এয়ে ছিলে কি তোমাৰ
জনৈক মন্ত্ৰণা বলে
দিব সব ৰসাতলে
ভাবিয়া ক্ষমতা, কৰি হেন মিত্ৰাচাৰ ?

( জুন ১৮৮৪ )

## বিবেক

(১)

কোন সিটী সঙ্গে সঙ্গে মানব অন্তৰে
সদায় কৰিছে বাস? মুহূৰ্ত্ত কাৰণে
কোনো কালে কোনো ক্ৰমে নাযায়য় দূৰে,
আছে চিৰকাল বসি হৃদয় আসনে?
বয়সে প্ৰবীণ অতি; বহুদৰ্শী জন,
চিত্তখানী যেন তাৰ জ্ঞানেৰে গঠন;
সুস্থিৰ মুৰতি ; জ্ঞান-গৰ্ব্বিত বদন,
অতল সাহস, মেঘ গম্ভীৰ বচন।

(২)

ৰাজাক নকৰে ভয় প্ৰজাক নকৰে,
ৰণোম্মত্ত বীৰজনে তুচ্ছ ভাবে মনে;
সদা সুমন্ত্ৰণা মাত্ৰ দয়িত অন্তৰে,
দিয়া থাকে জ্ঞান-পৰিমাৰ্জ্জিত বচনে।
অন্যায় অধৰ্ম্ম পাপে যদি নৰ মন
হোৱে প্ৰলোভিত; ক্ৰোধে কৰিয়া গৰ্জ্জন
নিমিষে অন্তৰ থাকি বিদাৰি হৃদয়
"নাযাইবি" "নকৰিবি" এই কথা কয়।

(৩)

বাৰণ সুশুনি তাৰ যদি নৰগণ
লিপ্ত হোৱে সেহিকাৰ্য্যে; সন্তাপ অগনি
অতল সাহসে দিয়ে কৰিয়া জ্বলন,
ৰাজা প্ৰজা ধনী দীন একোকে নগণি।
দিয়ে গালি নানাৰূপ কৰিয়া গৰ্জ্জন,
কৰ্কশ বচনে কৰে অন্তৰ দাহন;

কি ধনী কি মানী সুখী ৰাজা প্ৰজা বীৰ
সেহি তিৰস্কাৰে সবে হোৱে নতশিৰ।

(৪)

জ্ঞানেৰে ৰচিত দেহ জ্ঞানেৰে হৃদয়,
কোন প্ৰিয় বন্ধু এই অন্তৰ ভিতৰে,
অন্যায় দেখিলে ক্ষণে বাৰণ কৰয়
যথা তথা সৰ্ব্বদাই হিত চিন্তা কৰে?
জানিছোঁ বিবেক নামে সেহি বিজ্ঞজন,
কৰে হিতাহিত জ্ঞান নৰে বিতৰণ।
ধন্য হে বিবেক তুমি ধন্য মন্ত্ৰীবৰ,
ধন্য তুমি চিৰ-বন্ধু হীন মানবৰ।

## জহনী ( মাউৰ )

হে দেবি জহনি! তব বিশাল উদৰ
কত শত বৰ্ষ পাছে হুইবে পূৰণ?
কোৱা কতকাল পৰে ভীষণ পিপাসা
তব, তৃপ্ত হুইবেক নৰ-ৰক্ত পানে?
কতকাল ব্যাপি তুমি পীড়িছা ভাৰত
নাজানো; নাজানো আৰু আনেও নাজানে
আৰু কত কাল তুমি, পীড়িবা ইমতে।
প্ৰায় সপ্তবিংশ বৰ্ষ বয়স আমাৰ
এবে, ই সুদীৰ্ঘ কালে প্ৰতি বৰ্ষ তব
দেখিয়াছোঁ অত্যাচাৰ; শুনিয়াছোঁ আৰু
প্ৰতিমাসে প্ৰতিদিনে; শমন-কিঙ্কৰি,
তব যত অত্যাচাৰ পত্ৰিকাৰ মুখে।

এই নৱগ্ৰামে* কিম্বা এই আসামত
তোমাৰ যি অত্যাচাৰ, তাকে মাত্ৰ আমি
জানিছোঁ বুলিয়া তুমি নাভাবিবা মনে ;
শুনিয়াছোঁ তব ক্ৰোধ সুদূৰ প্ৰদেশে।
তব যত অত্যাচাৰ যত নিপীড়ন
সেহি সব দূৰ স্থানে—কি বঙ্গ, বেহাৰ,
পাঞ্জাব, মান্দ্ৰাজ, বোম্বে, কিম্বা মধ্যদেশ,
প্ৰত্যেক দিবসে বাৰ্ত্তাবাহিনী পত্ৰিকা
ঢালিয়াছে বিষবৎ শ্ৰৱণ যুগলে।
অধিকত কাম নাই, এই নৱগ্ৰামে,
— এই জন্ম স্থানে মোৰ—, কৰাল-বদনি !
তব বিষ দন্তাঘাতে কত নৰ নাৰী,
কন্দুৱাই মাতা পিতা প্ৰিয় পৰিজন,
জগত আন্ধাৰ কৰি সিসবৰ হেতু,
অগ্নিত পতঙ্গ যেন লভিছে মৰণ।
ই সপ্তবিংশতি বৰ্ষ বয়সে আমাৰ
যতবাৰ অংশুমালী ঘূৰিছে অম্বৰে,
তাৰ ষষ্ঠ সংখ্যা লোক,—অল্প ন্যূনাধিক—,
হুইয়াছে নিপীড়িত ই নৱগ্ৰামেই ;
দ্বিগুণ ত্ৰিগুণ তাৰ,—অল্প ন্যূনাধিক,
পশিয়াছে তব ক্ৰোধে শমন সদনে।
ইতো এক ক্ষুদ্ৰ স্থান ; সমস্ত ভাৰত
—আৰব সাগৰ থাকি যথা ইৰাবতী
একদিশে ; আনদিশে হিমাচল হন্তে
যি স্থানে ভাৰত মহাসাগৰ খেলায়,
এই চতুর্সীমা মাজে স্থিত যেই দেশ—

* নৱগ্ৰাম—নগাঁও

তোমাৰ শাসনে পড়ি কান্দে প্ৰতিদিনে,
হুইছে উচ্ছন্ন ক্ৰমে প্ৰলয় নিশ্বাসে।
কি ভীষণ ক্ৰোধ তব ভীম অত্যাচাৰ,
পলকে চলিছে শত শত নৰ নাৰী
শমন ভৱনে ; আৰু সিসবৰ অস্থি
বৃদ্ধিছে শ্মশান দেহ, শ্মশান-শোভিনি !
এক দিশে মহা মহা পুৰুষ সকলে
দলিছে চৰণতলে ভাৰত মাতাক ;
ম্যালেৰিয়া জ্বৰ্ ভিক্ষ পুনঃ আন দিশে
হুঙ্কাৰয় বাৰম্বাৰ ; ভাৰত ক্ৰন্দন,
—দুখিনী মাতৃৰ হায় করুণ ক্ৰন্দন—,
অম্বৰ বিদাৰ কৰি পবনৰ বেগে,
উত্তৰে ধ্বনিত হোৱে হিমাদ্ৰি গহ্বৰে,
দক্ষিণে মিশিয়া যায় অনন্ত সাগৰে
প্ৰতি দিনে প্ৰতি পথে ; তাহাৰ ওপৰে
ভীম বেশে অৱতাৰ নৰাস্থি-চৰ্ব্বিনি !
দাবানল আসি যেন মিলিছা অনলে।
মিলিছা মিলিছা ; যবে নাহি পৰিত্ৰাণ ;
ই প্ৰাৰ্থনা কৰোঁ মাত্ৰ তোমাৰ চৰণে,
—নোহে জিহ্বা হন্তে, কৰোঁ হৃদয় থাকিয়া—
আৰু ভয়ঙ্কৰ বেশে, আৰু উগ্ৰ ক্ৰোধে,
সমস্ত ভাৰত যুৰি এক দিবসতে
ভস্ম কৰা দহি, যথা সৰ্ব্বভক্ষী দেব
কৰিলা দূৰিবে ৰোগ খাণ্ডব দাহন।
তেনে হলে ভাৰতৰ হুইব মঙ্গল,
মৰণে ভাৰতবাসী লভিব জীৱন
দূৰ্ং হুব শোক তাপ নৰক-আলয়।

এক দিনে শূন্য কৰা শূন্যতাৰ দেহ
তব অনুগ্ৰহে দেবি হোক পুষ্টিময়।
এয়ে হলে অন্ত হব ভাৰত যন্ত্ৰণা ;
এয়ে হলে অন্ত হব পৰ পদাঘাত ;
এয়ে হলে ভাবিবোঁহোঁ অন্তৰে তোমাক
ভাৰত-ৰক্ষিণী বুলি, যি তোমাক এবে
ভাবিয়াছোঁ মনে মনে ভাৰত-নাশিনী।

## আসাম বন্ধু*

(১)

সাময়িক পত্ৰপাঠে জ্ঞান উপাৰ্জ্জন
হয় বুলি লোকে কয় ;
কিন্তু মনে নধৰয়,
নেদেখোঁ একোকে লাভ ; মাত্ৰ অকাৰণ
অৰ্থব্যয়ে কৰে লোক পত্ৰিকা গ্ৰহণ।

(২)

লাভৰ ভিতৰে পচা কাকত কেখান
গুঁজি গুঁজি মানুহক,
লাভ কৰে সম্পাদক,
এনেনো টেঙৰ তেওঁ! হুবে ধনবান
আজি কালি লোক যত টেটোন সমান।

*এই নামৰ এখানী মাসিকপত্ৰ এই নগাঁও জিলাৰ পৰা সম্পাদিত হইছিল। গ্ৰাহক সকলৰ সাহায্যাভাবে পত্ৰখানী লুপ্ত প্ৰায় হোৱাত এই কবিতাটী লেখা হইছিল।

(৩)

সম্পাদকে যশ পাব পত্ৰিকা ছপাই,
ধন পাব মান পাব,
ঘৰে বসি সুখে-খাব ;
কিন্তু আমালোকে কিয় তেওঁৰ মায়ায়
মুগ্ধ হুই ধন দিম নিৰ্ব্বোধৰ প্ৰায় ?

(৪)

কেনেনো চতুৰ দেখা সম্পাদকগণ,
ভাল ভাল নাম ধৰি,
আসামত ঘূৰি ঘূৰি,
এটীৰ পাছত এটী দিছে দৰশন,
আনন্দৰ কথা কিন্তু পাইছে পতন।

(৫)

"আসাম মিহিৰ" !! কোনো "আসাম দৰ্পণ" !!
—বেলি, আৰ্চি, কাকৈ, ফণি— ;
"জ্ঞানোদয়" !! "জ্ঞানমণি"
"বিলাসিনী", "নিউচ" কোনো ; নামৰ ধৰণ
শুনিলে নোৱাৰি নিদি কাণত চাকণ।

(৬)

যাহোক সবেও গ'ল ; ধন দিম বুলি
সবাবোঁ গ্ৰাহক হলোঁ
অৱশেষে ফাঁকি দিলোঁ ;
গ্ৰাহকৰ তালিকাত দিলোঁ নাম তুলি,
ফুটা কড়িটীও পাছে নিদিলোঁ সমূলি।

(৭)

এতিয়া দিছেহি দেখা আৰু এজনাই,
'মিহিৰ' 'দৰ্পণ' আদি
নাম ফলহীন দেখি,
এৰি তেনে নাম এওঁ বৰণ সলাই,
"বন্ধু" নামে দিছে দেখা সাদৰ লগাই।

(৮)

ভাল কথা বন্ধু তুমি দিছা দৰশন
মাহে মাহে মোৰ ঘৰে
এইৰূপ নিৰন্তৰে
আহিবা, বাঞ্ছিছোঁ ; মোৰ কৰ পৰশন
কৰিয়া, কৰিবা তব সাৰ্থক জীৱন।

(৯)

কিন্তু এটী কথা,
অযাচিত ৰূপে, বন্ধু আপোনাৰ মনে,
বলেৰে আহিছা তুমি,
মতা হলে নাই আমি ;
এবে দক্ষিণাৰ কথা কোৱা কিকাৰণে ?
বাৰম্বাৰ নানা কথা কিয় বিজ্ঞাপনে ?

(১০)

আহিছা বলেৰে তুমি ভৱনে আমাৰ,
নিদিও দক্ষিণা আমি,
কি কৰিব পাৰা তুমি ?
বলেৰে জানিবা মুখ মেলিলা আমাৰ
নিগিলোঁ ঔষধ কিন্তু,—কি উপায় তাৰ ?

(১১)

তেও যদি নেৰা ধন ; আমাক উদ্দেশ
কৰি দিয়া বিজ্ঞাপন ;
বল পূৰ্ব্বক ঘনে ঘন
আমাৰ গৃহত অনধিকাৰ প্ৰৱেশ
কৰা যাবে, মোকৰ্দ্দমা কৰিম অশেষ।

(১২)

ভাবি চোৰা,
'কোড্' মতে দায়ী তুমি হয়নে নহয় ;
বিচাৰি ফুৰোঁতে হিত,
ঘটাইবোঁ বিপৰীত,
খোজোঁতে এগুণ লাভ তিনি গুণ ব্যয়,
ঘটিব তোমাৰ বন্ধু জানিবা নিশ্চয়।

(১৩)

সাবধান হবা বন্ধু কহিলোঁ বচন ;
তোমাৰ বুদ্ধিটী যেনে,
আমাৰো বুদ্ধিটী তেনে ;
বুদ্ধিৰে পাতিছা জাল উপাৰ্জ্জিবে ধন,
সহস্ৰ বুদ্ধিৰে তাক কৰিম লঙ্ঘন।

## চিলা

কোনো একদিন এটী কাগজৰ চিলা
আনন্দে উধাও হুই উৰিয়া গগনে,
অতি উচ্চস্থান পাই কহিবে লাগিলা
নিজৰ প্ৰশংসা ক'ৰি গৰ্ব্বিত বচনে।

"দেখিও কিমতে সৌৱা দৰশকগণ
শূন্যে মোক উড়া দেখি প্ৰশংসিছে অতি,
আৰু কত আচৰিত হুইলে হতন
দেখিলে হতন যদি মোৰ মুক্ত গতি।"
"যদি মুক্ত হুব মই পাড়িলোঁ হতন,
এই নিম্ন স্থান তুচ্ছি জলদ ভেদিয়া
দৰ্শকৰ নেত্ৰ-দৃষ্টি কৰিয়া লঙ্ঘন
ফুৰিলোঁ হতন শূন্যে আনন্দে নাচিয়া।"
"বিহঙ্গৰো পক্ষবল স্ববলে তুচ্ছিত
কৰিলোঁ হতন এই ৰজ্জুৰ মোচনে!
কিন্তু কাৰাবদ্ধ জন যথা শৃঙ্খলিত,
ভূমিৰ ওচৰে ৰজ্জু ৰাখিছে বন্ধনে।"
এই গৰ্ব্বে আস্ফালন কৰোঁতে কৰোঁতে
ছিন্নিবে বন্ধন; ৰজ্জু হঠাৎ ছিগিল;
জৰিৰ বন্ধন এড়ি উড়িব খোজোঁতে
টগ্ বগ্ কৰি চিলা নদীত পৰিল।
হে মূৰ্খ-চিলা! তোৰ দেহে নাই বল
কি হুব কৰিলে অতি উচ্চ আশা চিতে,
নাই পক্ষ, মাত্ৰ তোৰ জৰিসে সম্বল,
জৰিৰ অভাবে তই উড়িবি কিমতে।
উচ্চ আশা কৰোঁতেই পৰিলি নদীত
যাহ এবে ভাসি স্ৰোতে সাগৰ নিকটে,
পচি যাব দেহ; তবে জানিবি নিশ্চিত
শক্তিৰ অতীত আশা কৰিলে কি ঘটে।
হে মন! চিলাৰ ৰূপ তোৰো দেখোঁ মতি,
শক্তি-ৰজ্জু ছিণ্ডি চাহ শূন্যে যাব উৰি।
উড় যতদূৰ শক্তি নাই তাত ক্ষতি।
যতদূৰ শক্তি-ৰজ্জু দিয়ে তোক এৰি।

কিন্তু মন ! শক্তি-ৰজ্জু ছিন্নিয়া আসিলি
চিলাৰ কি পৰিণাম নাভাবিলি চিতে,
ই দুৰূহ কাৰ্য্যে দুষ্ট আসিয়া পশিলি
এই দেখ এই দেখ গলি অধঃপাতে ।

## শেষ দিন

(১)

প্রতি মানুহৰ আছে এক দিন,
যি দিনত শেষ হুইব জীৱন,
মৃত্তিকাৰ সহ ৰক্ত মাংস লীন
হুইব ; পাইব অনন্ত শয়ন ।

(২)

প্রতি জন হেতু উদয় অচলে
হুইব উদিত ইমত তপন,
যাহাৰ গমন পশ্চিম অঞ্চলে
নাপাইবে পৰ কৰিবে দৰ্শন ।

(৩)

কিম্বা হায় এক ইমত তপন
যাবে অস্তাচলে ; যাহাৰ উদয়
পুনঃ পূৰ্ব্বাচলে কৰিবে দৰ্শন
নাপাইবে সিটো ; লভিবে বিলয়

(৪)

হুইব ক্ষণকে বিগতা ৰজনী।
যাব সঙ্গে সঙ্গে অন্ধকাৰ যত ;
উদিব পূৰবে নব দিনমণি
হাঁসিয়া হাঁসিয়া আলোকি জগত।

(৫)

হাঁসিব জগত তাহাৰ হাঁসিত ;
পৃথিবী ওপৰে কৰিব ভ্ৰমণ
নিজালোকে ভানু কৰি সবে প্ৰীত ;
নোহে কিন্তু হায় সিজন কাৰণ।

(৬)

ফুটিব গোলাপ, কমল, বকুল,
বিবিধ বৰণ যত পুষ্পগণ,
প্ৰচাৰ কৰিব সুগন্ধ অতুল,
নোহে কিন্তু হায় সিজন কাৰণ।

(৭)

পুষ্প গন্ধ লই সুধীৰ সুধীৰ
বহিব পবন জগত জীৱন,
শীতলিব তপ্ত জীৱৰ শৰীৰ।
নোহে কিন্তু হায় সিজন কাৰণ।

(৮)

কৰ্ণে সুধা ঢালি সুললিত গীত
কলকণ্ঠস্বৰে গাব পক্ষীগণ,
সেহি গানে হব সৰ্ব্বজন প্ৰীত ;
সুহুইব হায় মাত্ৰ সেহি জন।

(৯)

ধৰণী গভীৰ গহ্বৰে পৰিয়া
থাকিব অজ্ঞাতে হুই অচেতন,
চিৰদিন হেতু থাকিব শুইয়া,
নাজানিব কত পৰিবৰ্ত্তন।

(১০)

তাহাৰ ওপৰে ঘটিব সদাই।
দিন পাছে দিন মাস পাছে মাস।
ঋতু পাছে ঋতু কত আসে যায়
নাজানিব সিটে ; গৰ্ত্তে পাব নাশ।

## কিয়নো নাজাগে আমাৰ মন ?

(১)

অৰুণ উদিছে, জগত জাগিছে,
অৰণ্যে বিহঙ্গ গাইছে গীত।
যত পশুগণে, চৰিছে কাননে,
ফুটিছে কুসুম মোহিয়া চিত॥
মধুৰ সুঘ্ৰাণ, কৰি সবে দান,
বহিছে ধীৰে ধীৰে প্ৰভঞ্জন।
সবেও জাগ্ৰত, নিজ কাৰ্য্যে ৰত,
কিয়নো নাজাগে আমাৰ মন ?

(২)

ক্ৰমে ভানুকৰ হুইছে প্ৰখৰ,
ক্ৰমেই ধৰণী উত্তপ্ত অতি।
গল ছায়াতলে, জীৱ দলে দলে,
প্ৰচণ্ড কিৰণে সভয় মতি॥
পুৱা এক ভাব, এবে আন ভাব,
কালে ঘটে সদা পৰিবৰ্ত্তন।
কিয় পৰিবৰ্ত্ত, নাই ই মনত,
কিয়নো নাজাগে আমাৰ মন ?

(৩)

আছে ৰবিকৰে, জগত পোহৰে,
পুনঃ পৰিবৰ্ত্ত কৰিছে মেঘে।
বিশ্ব অন্ধকাৰ, নৃত্য চপলাৰ,
গৰজনে জীৱ বিস্ময় দেখে॥
ক্ষণে পুনৰ্ব্বাৰ, যায় বৃষ্টিধাৰ,
আঁতৰয় মেঘ, স্থিৰ গগন।
কত পৰিবৰ্ত্ত, ঘটে নিমিষত ;
কিয়নো নাজাগে আমাৰ মন ?

(৪)

গ'ল দিনমণি, আহিল ৰজনী
ফুটিল অম্বৰে নক্ষত্ৰমালা।
কৰি মধু হাসি, উদিলেক শশী ;
যত নিশাচৰ হৰ্ষে উতলা॥
শ্ৰম কৰি দিনে, এবে হৰ্ষ মনে,
লভিছে বিশ্ৰাম মানবগণ।
শ্ৰম কথা দূৰ চিৰ নিদ্ৰাতুৰ
কিয়নো নাজাগে আমাৰ মন ?

(৫)

দিন ৰাতি, যায় ; সূৰ্য্য, চন্দ্ৰ, ধায় ;
পক্ষ মাস বৰ্ষ কত অতীত।
তেও মোৰ মন কিয় অচেতন
আছয় কেৱল চিৰ নিদ্ৰিত ?
ইপোনে সিপোনে, চাওঁ যেই পোনে
পকুৱা পিপৰা পৰাণীগণ।
সবে কাৰ্য্যে ৰত, আছয় জাগ্ৰত ;
কিয়নো নাজাগে আমাৰ মন ?

## আক্ষেপ

কিমতে ভজিবোঁ হৰি চৰণে তোমাৰ হে।
আমি মূঢ় দুৰজন,
কৰি পাপ আলিঙ্গন,
ভোগিছোঁ নিৰয় মাত্ৰ, নাহিকে নিস্তাৰ হে।
নাহি দিব্য জ্ঞানোদয়,
এই চৰ্ম্ম চক্ষুদ্বয়
দেখিয়াছে অবিৰত জগত আন্ধাৰ হে।
দাৰা পুত্ৰ পৰিজন,
অতুল ঐশ্বৰ্য্য ধন,
অন্তিমে সম্বন্ধহীন, কেবলে অসাৰ হে।
সব মোৰ মোৰ কৰি
মৰিছোঁ মায়াত পৰি,
কি ঘোৰ মায়াৰ জৰি বান্ধিছে সংসাৰ হে।
তব নাম সাৰ ধন
ইপাপী কৰি বৰ্জ্জন,
ভাবিছে অসাৰে সাৰ কৰিও নিস্তাৰ হে।

## জয়দ্ৰথ বধ

সমস্ত দিবস পাৰ্থ কেশৰী বিক্ৰমে
যুঁজিলা গাণ্ডিব ধৰি ; কৌৰবৰ সেনা
নিপাতিলা ৰাশি ৰাশি সংখ্যা অগণন,
শীঘ্ৰে হস্তে ত্যজি বাণ ; দিলা ভাসাইয়া
ভীষণ সমৰস্থল নৰৰ শোণিতে।
ভীষণ বীৰত্বে কৰি ভীষণ সমৰ
নিৰমিলা স্থলে যেন ৰুধিৰ সাগৰ।
যেই দিশে ধায় বীৰ ধনুক টঙ্কাৰি,
কুৰুসেনাদলে,—যেন খাণ্ডব কাননে—,
জ্বলি উঠে দাবানল। নজ্বলিব কিয় ?
প্ৰিয় পুত্ৰ অভিমন্যু মৃত্যু শোকানলে
দহিছে ফাল্গুনি-হিয়া ; সি দগ্ধ হৃদয়
শীতলিবে, শোকানল কৰিছে বাহিৰ
তীক্ষ্ণ অস্ত্ৰগণ মুখে ; কৰি পৰিণত
অস্ত্ৰানলে শোকবহ্নি। পতঙ্গৰ প্ৰায়,
সেহি অস্ত্ৰানলে পৰি কৌৰৱৰ সেনা
ভস্ম হোৱে ; ৰাখে কোনে আজিৰ সমৰে।
আছোক ৰক্ষণ কথা ; কৰ্ণ দুৰ্য্যোধন
আদি যত মুখ্য বীৰ আছে কুৰুদলে,
আৰ্জ্জুনিৰ শোকে দগ্ধ অৰ্জ্জুনৰ বাণে
ক্ষণেক সম্মুখ ৰণে তিষ্ঠিবে নপাৰি
"শ্ৰীমধুসূদন ত্ৰাহি" ডাকে ঘনে ঘনে ;
সুদূৰে পলাই যায় প্ৰাণৰ আতঙ্কে।
কিন্তু যাৰ হেতু হায় ইহেন সমৰ
ঘটিয়াছে আজি ; যাৰ জীৱন সংহাৰি,
সুভদ্ৰা অঞ্চল মণি অভিমন্যু শোক

পাসৰিবে, ৰুদ্ৰমূৰ্ত্তি ধৰিছে ফাল্গুনি ;
কত সেই জয়দ্ৰথ ? নাহিকে উদ্দেশ।
ধীৰে ধীৰে দিনমণি যায় অস্তাচলে,
পাৰ্থৰ বিপদ দেখি তিলেক কাৰণে
নৰহে ; চলিছে দেৱ একৰূপ গতি।
অন্তৰে অৰ্জ্জুন যেন কৰিছে প্ৰাৰ্থনা,
"হে দেৱ অপেক্ষা কৰা ক্ষণকাল হেতু
দয়া কৰি দীন জনে, বিপদস্থ আমি ;
অভিমন্যু শোকে মোৰ ফাটিছে ই প্ৰাণ,
অসহ্য দাহন ; দেৱ, অন্তৰ্য্যামী তুমি
জানিছা সকলো, কিবা কহিবোঁ অধিক ?
ৰহিও ক্ষণেক, শত্ৰু জয়দ্ৰথ শিৰ
ছেদিয়া, জুৰাও মোৰ ইদগ্ধ হৃদয়।"
শুনেকি প্ৰাৰ্থনা সূৰ্য্য কাকুতি মিনতি
কাৰো ? বিশেষতঃ নিজ পুত্ৰ কৰ্ণবীৰ
কৌৰৱৰ পক্ষে আছে ; মঙ্গল কামনা
কৰিয়া কুৰুৰ, দেৱ চলে অস্তাচলে।
বিষণ্ণ বদন পাৰ্থ নিজ অঙ্গীকাৰ
উদ্ধাৰ নহ'ল ভাবি। শ্ৰীকৃষ্ণ চিন্তিত
ক'ত জয়দ্ৰথ ? তাৰ জীৱন বিনাশ
নঘটিলে সন্ধ্যা পূৰ্ব্বে, আছে অঙ্গীকাৰ
পশিব অনলে সখা ; দিনমণি সহ,
কৰিব জীৱন অন্ত আজিৰ দিৱসে।
চিন্তিয়া ক্ষণেক ; পাছে বুদ্ধিত নিপুণ
দৈবকী নন্দন মাৰি চক্ৰ সুদৰ্শন
আচ্ছাদিলা সূৰ্য্য দেৱে, কৰিলা বিলয়
জগত বিয়াপী দীপ্তি ; আচ্ছাদনে যেন
ক্ষুদ্ৰ দীপ দীপ্তি লুপ্ত। হল অন্ধকাৰ

সুবিশাল বিশ্ব ; জানি আগতা শৰ্ব্বৰী
আনন্দত জয়ধ্বনি কৰে কুৰুদল ।
কহিলা সহৰ্ষে পাছে সূৰ্য্যৰ কুমাৰ
সম্বোধিয়া অৰ্জ্জুনক ; "হে পাণ্ডু নন্দন !
ব্যৰ্থ তব অহঙ্কাৰ, গাণ্ডিব ধাৰণ
ব্যৰ্থ আজি ; জয়দ্ৰথ বধ অঙ্গীকাৰ
কৰিছিলা বহু দৰ্পে বল্লভাৰ পাশে
নিৰ্ব্বোধৰ প্ৰায় ; তৃণ সম কৰি জ্ঞান
কুৰু বীৰগণে ; ব্যৰ্থ সেহি অঙ্গীকাৰ ।
কিমতে যাইবা পুনঃ সুভদ্ৰা নিকটে
কি লাজে দেখাবা মুখ যত পৰিজনে
প্ৰতিজ্ঞা অপূৰ্ণ ৰাখি ? যদি আছে মন
ৰাখিবে নিজৰ মান ; শুনিও বচন,
সন্ধ্যা উপস্থিত এবে নিজ স্মৰি,
ত্যজিয়া সমৰ ; কৰা অনলে প্ৰবেশ ;
ৰাখিও ক্ষত্ৰীয় ধৰ্ম্ম নিজ সত্য পালি
নহলে বীৰত্ব তব সকলো অসাৰ
নহলে কলঙ্ক আজি ৰহিব জগতে ।"
শুনিয়া কৰ্ণৰ বাণী কুন্তীৰ নন্দন
কহিলা গম্ভীৰ স্বৰে, ঘূৰ্ণিত লোচনে
"কি কহিলি ; দুষ্টবৰ ? লাজ নাই মনে,
সমৰে নাপাৰি, এবে কহিছ ত্যজিবে
পাবকে প্ৰবেশি প্ৰাণ । যেন তেন ৰূপে
শত্ৰুৰ বিনাশ হোক, হেন ইচ্ছা তোৰ ।
বুজিছোঁ অন্তৰে, দুষ্ট ; ভয় তোৰ মনে,
কিবা জানি সত্য লঙ্ঘি, প্ৰাণ বিসৰ্জ্জন
নকৰোঁ অনলে ; তবে চিৰ শত্ৰু তোৰ
থাকিব জীৱিত, কিম্বা ভবিষ্য সমৰে

অস্ত্ৰাঘাতে হোৱে তোৰ মস্তক ছেদন।
এহি ভয়ে পৰামৰ্শ ( নিজ সত্য পালি
পশিবে অগ্নিত ) মোক দিছ নৰাধম।
কিন্তু কোন লাজে তই কহিছ আমাক
“ৰাখিও ক্ষত্ৰীয় ধৰ্ম্ম নিজ সত্য পালি,
যেতিয়া বধিলি, দুষ্ট, কৰি পদাঘাত
ক্ষত্ৰীয়ব ধৰ্ম্মে ; পুত্ৰ অভিমন্যু মোৰ
সপ্তৰথী বেৰি ? ধিক্ তোসব বীৰত্বে,
ধিক্ অস্ত্ৰ শিক্ষা, ধিক্ তোসব জীবনে ;
কোমল শিশুৰ তেজ সহিব নোৱাৰি,
বধিলি বেৰিযা এককালে সপ্তজনে
কৰিয়া অন্যায় ৰণ ; কেশৰী শাবকে
বেৰিযা শৃগালে যেন। এবে কোন লাজে
ৰাখিবে ক্ষত্ৰীয় ধৰ্ম্ম কহিছ আমাক ?
এতেক কহিয়া বীৰ সক্ৰোধ বচনে
নীৰবিলা ক্ষণকাল ; পুনঃ উত্তৰিলা,
“তোৰ সম ভীৰু আমি নোহোঁ কুলাঙ্গাৰ !
প্ৰবেশি অনলে আজি বিসৰ্জ্জি জীবন,
দেখাবোঁ বীৰত্ব মোৰ ; পুত্তলীৰ প্ৰায়
দণ্ডাইয়া দেখ সবে যতেক পামৰ।”
এতেক কহিয়া বীৰ কৰিলা আদেশ
ৰচিবে অনল কুণ্ড ; সত্বৰে প্ৰস্তুত
হ'ল সব। মহা অগ্নি উঠিল গৰ্জ্জিয়া,
কৰি লহ লহ জিহ্বা ; শূন্য ৰণস্থল,
উগাৰিয়া ধূমৰাশি ঢাকিলে সত্বৰ।
সতৃষ্ণ অন্তৰ বহ্নি জ্বলিছে দ্বিগুণ ;

* * * *

* * * *

সহস্ৰ লোচন সঙ্গে কৰিয়া বিৰোধ,
কৰিলে সহায় তব, খাণ্ডব কানন
দহিছিলা যবে ; অগ্নি কৰিয়া ভক্ষণ
খাণ্ডবৰ জীৱ জন্তু ; যাৰ অনুগ্ৰহে,
ৰোগ হন্তে মুক্ত হলা ; সুস্থ হ'ল দেহ ;
সেহি বন্ধুবৰ দেহ কৰিবে নিৰ্ম্মূল
কহিও কিমতে আজি ; কোৱা হুতাশন,
কোন মুখে কোন প্ৰাণে বিস্তাৰিছা বাহু ?
হায়ৰে দেবতা হই হেন ব্যৱহাৰ
কৰা যদি তুমি আজি পূৰ্ব্ব বন্ধু প্ৰতি
তবে বাকি ; কোৱা দেব, কি থাকে নৰৰ ?

( অসম্পূৰ্ণ )

## মেঘ

(১)

কি ভাবি হে মেঘ ; আজি শ্বেত কলেৱৰ
শ্বেত যেন তুলা ৰাশি কিম্বা বৰফৰ ৰাশি
অতি ক্ষুদ্ৰ আয়তনে, সুদূৰ অম্বৰে,
হইল উদয় কোৱা কি ভাবি অন্তৰে।

(২)

কোমলতা পূৰ্ণ দেহ ; ধবল বৰণ ;
কিঞ্চিতো নাহিকে দাগ, কেৱল সুশ্বেত ৰাগ,
নাহি পাপ লেশ দেহে ; সুপবিত্ৰ মন ;
আকাশৰ এক কোণে দিছা দৰশন।

(৩)

কৃষ্ণ বক্ষে জ্বলে যেন স্ফটিকৰ মণি,
কিম্বা শ্যাম দুৰ্ব্বাদলে যথা জলবিন্দু জ্বলে,
ছায়াবৃত জলে যেন শোভে কমলিনী
বিস্তীৰ্ণ সমুদ্রে কিম্বা ধবল তৰণী।

(৪)

সিৰূপে তুমিও সেই বিস্তীৰ্ণ গগনে
ৰজতেৰে দেহ সাজি শোভিছা হে মেঘ আজি
দেখোঁতে জুৰায় চকু ক্ষুদ্র আয়তনে,
উদিছা নতুন ভাবে সুকোমল মনে।

(৫)

পূৰ্ব্বদিশে ধীৰে ধীৰে বয় সমীৰণ
তাহাক বাহন কৰি সহৰ্ষে স্কন্ধত চৰি
ধীৰে ধীৰে ভাহি যোৱা গজেন্দ্ৰ গমন,
ধীৰে ধীৰে জলস্রোতে যেন হংসগণ।

(৬)

শান্ত মূৰ্ত্তি শান্ত ভাব কৰিছা ধাৰণ;
অমৃতেৰে দেহ ধুই আহিছা পবিত্র হুই
সৰল কোমল মনে দিছা দৰশন,
এই দৰশন আজি নয়ন ৰঞ্জন।

(৭)

ইৰূপ প্ৰশান্ত ভাব দৰ্শিলে তোমাৰ
বিশ্বাস নহয় মনে তুমিয়ে যে এতিক্ষণে
ঘূৰি পুনঃ ধৰিবাহা বিশাল আকাৰ
কৃষ্ণ দেহে আন্ধাৰিবা সমস্ত সংসাৰ।

(৮)

নহয় বিশ্বাস যেন কোমলতা হায়
কাঠিন্যে যে পৰিণত হইবেক নিমেষত
ধৰিবা কৰাল মূৰ্ত্তি ত্যজি ক্ষুদ্ৰ কায়
গৰ্জ্জিবা সুঘোৰ নাদে মেদিনী কঁপাই।

(৯)

অথবা—

বিশ্বাস নহব কিয় প্ৰত্যক্ষ প্ৰমাণ
সদায় দেখিছোঁ আমি নানাৰূপ ধৰি তুমি
ৰঙা, বগা, হালধীয়া ; কাঞ্চন সমান,
দেখা দিয়া ক্ষণে ক্ষণে ঢাকি শূন্য স্থান।

(১০)

দৰশিছোঁ কেতিয়াবা বিকট দৰ্শন
কৃষ্ণ দেহে ক্ৰোধ মনে দিগন্ত বিয়াপি ক্ষণে
দৰশোৱা বিভীষিকা চপল নৰ্ত্তন ;
কঁপিছোঁ শুনিয়া তব ভীষণ গৰ্জ্জন।

(১১)

দৰশিছোঁ কেতিয়াৱা শিলা বৰষুণে,
সযত্নে পালিত কত শস্যগণ কৰা নষ্ট
প্ৰাণী সবো বধ কৰা বজ্ৰ নিক্ষেপণে,
ইমত নিৰ্দ্দয় তুমি, সোধোঁ কি কাৰণে ?

# প্ৰথম সৰ্গ

## সূচনা

লক্ষ্মণ সীতাৰ সহ, পিতৃসত্য পালি,
দাশৰথি ৰঘুপতি পঞ্চবটী বনে
তপস্বীৰ বেশে, ভক্ষি বন ফল মূল
তপস্বী-আহাৰ, যত্নে ছিলা বনবাসে ;
কিৰূপে ৰাৱণ বলী লঙ্কা-অধিপতি
হৰিলা জনক সুতা,—যিটো অপৰাধে
মৰিলা সবংশে পাছে ৰাক্ষস-ঈশ্বৰ
দেবকুল-অৰি—সেহি ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মূঢ় অকিঞ্চন
অমিত্ৰ-অক্ষৰ ছন্দে, হে মাতঃ বাগ্‌দেবি !
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে অতি প্ৰিয় পুত্ৰ তব
শ্ৰীমধুসূদন বঙ্গ-কবিকুলমণি।
অতি দুৰাকাঙ্ক্ষা কিন্তু কৰিছোঁ মনত
হীন আমি, শ্বেতভুজে ! অবুজ অন্তৰে
কিয় হ'ল হেন ইচ্ছা নাজানো কাৰণ।
সুদূৰ আকাশস্থিত নক্ষত্ৰক দেখি,
উঠিবে ইচ্ছয় ক্ষুদ্ৰ খদ্যোত পিপৰা
প্ৰকাশিয়া নিজ তেজ অতি গৰ্ব্ব মনে ;
কিন্তু ক্ষীণদেহী প্ৰাণী হীনবল অতি,
ইচ্ছিলে কি হব ? পাছে অপাৰগ হুয়া
সলজ্জ অন্তৰে হায় অধোগামী হোৱে।

---

খদ্যোত পিপৰা—জোনাকী পৰুৱা।

আমিও কৰিছোঁ, দেবি, সিমত দুৰাশা,
দেহে কিন্তু নাহি বল, নাহি কোনো গুণ ;
হাসে কিবা বুধজন বুদ্ধিহীন মোক,
ইভয়ে কম্পিত হিয়া, লেখনী স্থগিত।
কৰিও কৰুণা মূৰ্খে, মূৰ্খতা-নাশিনি !
দয়াময়ি ! দীনজনে কৰিওক দয়া ;
কি জানো ভকতি তব শ্ৰীপদ পঙ্কজে
আমি অপদাৰ্থ দাসে ? কি বুজোঁ অবুজে
অনন্ত মহিমা তব, অনন্ত ৰূপিনি !
দিয়া পদছায়া, মাতঃ, গাওঁ আমি ৰচি
বৈদেহী হৰণ গীত, তব অনুগ্ৰহে !
প্ৰভাতিলা নিশা। উষা আশুগতি ধৰি
আসিলা ; কুৰুলি দিলা সুদীৰ্ঘে পৈচক ;
বায়স কৰিলা 'কা কা' ; যেন হেৰুৱাই
লঙ্কা, লঙ্কা-প্ৰিয়-পক্ষী কুক্কুট পুছিলা
'লঙ্কাপুৰ ক'ত' বুলি ; গাইলা চৌদিশে
প্ৰভাতীয় গীত যত প্ৰভাতী বিহঙ্গ ;
বৃকধূৰ্ত্ত দল দিলা হুৱা ধ্বনি দূৰে।
উদিলা আদিত্য দেব উদয় অচলে
উজলি শিখৰ শিৰ, পৰে তৰুশিৰ
সুউচ্চ, অনুচ্চ পৰে ; পৰে লতা বন ;
ক্ৰমে ধৰাতল পাছে ; ৰজতৰ বিভা
শোভিল জগৎ যুৰি। ডৰি বিভাবৰী
বিভাবৈৰী দৰশনে, পলাল অন্তৰে ;
কন্দৰে তিমিৰমালা লুকাল তৰাসে।

বায়স—কাউৰ। বৃকধূৰ্ত্ত—শৃগাল। বিভাবৰী—ৰাত্ৰি। বিভাবৈৰী-বিভা ( পোহৰ ) ৰূপ শত্ৰু।

প্ৰভাতে প্ৰক্ষালে যথা নিদ্ৰা পৰিহৰি
নিজ নিজ মুখ নৰ ; ধুইলা সিমত,
( শ্ৰেষ্ঠ জনে অনুকৰা অশ্ৰেষ্ঠৰ ৰীতি ),
বিটপী ব্ৰততী তৃণ যতেক কাননে
আনন্দে আনন নিজ নিশিৰ নীয়ৰে।
প্ৰফুল্ল প্ৰসূনৰাশি,—প্ৰফুল্ল বান্ধৱ
বান্ধৱ-মিলনে যথা—হাসি মধুহাসি
দৰ্শে দিনবন্ধু মুখ ; দেখি দিনবন্ধু
মুছিলা বদন বাৰি আদৰে সবাৰ
প্ৰসাৰি সহস্ৰ কৰ ; দীনবন্ধু যথা
কৰয় আদৰ দীনে। কুসুমবদন-
হাসি-নিঃসৰিত মধু লোভে লোভী যত
গুঞ্জৰি মধুপপুঞ্জ উভিলা চৌদিশে
চুম্বি প্ৰতি পুষ্পানন। স্বাৰ্থপৰ অলি
পীয়ে মধু, বঞ্চি আনে ; দেখিয়া সমীৰ
উদাৰ, উজাৰি পুষ্প-পৰিমল-মধু
বিলাইলা, দাতা যথা, সৰ্ব্ব জীৱগণে।
পুলকিত প্ৰাণী যত মধুৰ আঘ্ৰাণে।
কুহৰিলা পিককুল ; গাইলা শালিকা
খেলিমেলি গীত ; প্ৰিয়বিৰহ-কাতৰা
কেতকী বিনালা বনে 'কেতকি কেতকি'
গহন কানন মাজে ডাকিলা সুধীৰে
'সহদেৱ সহদেৱ' সহদেৱ পক্ষী।
শিখৰে পাদপ-শিৰ শোভি শিখিবৰ,

বিটপী—বৃক্ষ। ব্ৰততী—লতা। প্ৰসূন—পুষ্প। দিনবন্ধু—সূৰ্য্য। দীনবন্ধু—দৰিদ্ৰৰ বন্ধু, অৰ্থাৎ দাতা। মধুপ, অলি—ভ্ৰমৰ। উদাৰ—মহৎ দাতা. সৰল।

—কানু শিৰে চূড়া—, উচ্চৰাও কৰি
ডাক দিলা 'ৰাম কানু', প্ৰতিধ্বনি তাৰ
ধ্বনিল গহ্বৰ থাকি। কনক মণ্ডিত
চঞ্চু নেত্ৰ পদ যাৰ, বিহগী ময়না
দ্বিজধন্যা কুজনিলা। গাইলা ধনেশ
হৰিষে,—ধনেশ জন হৰষিত যথা ;
গাইলা পাৰ্ব্বত্য পক্ষী আৰু কত কত।
হায় পৰ্ব্বতীয়া শোভা কিবা মনোৰম !
বিস্তাৰি বিস্তীৰ্ণ কায়, ব্যাপি বহু স্থল,
উচ্চ শিৰে ধৰাধৰ, ধৰাপতি যেন,
দৰ্শিছে চৌদিশ গৰ্ব্বে। সহস্ৰ সহস্ৰ
শিলাৰূপী-গজ-মালে আবৰিত দেহ
কোন স্থলে ; কোন স্থলে, উচ্চ তৰুৰাজি,
তৃণ, পত্ৰ, লতা, বনে শৰীৰ সজ্জিত।
নিৰ্ঝৰিণী শত শত ; ( পাষাণ হৃদেও
থাকে দয়াময়ী মূৰ্ত্তি ; সমাংস শৰীৰী
মানব নিষ্ঠুৰ কিন্তু, ধিক হেন নৰে ),
শত নিৰ্ঝৰিণী গিৰি স্ববক্ষ বিদাৰি
দিছে বহিৰ্গত কৰি ; কল কল স্বৰে
চলিছে সলিল-স্ৰোত শিলাৰাশি মাজে
ধৰি দুগ্ধনিভ বৰ্ণ ঠেকিছে যি স্থলে।
কি মতে বৰ্ণিবোঁ শোভা ? যি জন ভ্ৰমিছে
পৰ্ব্বতে, বুজে সি মাত্ৰ কি শোভা সুন্দৰ।

- ডাক দিলা 'ৰাম কানু'—ময়ূৰে মাতিলে 'ৰা কাউ' বা 'ৰাম কানু' বোলা যেন শুনা যায়। দ্বিজধন্যা—পক্ষী ধন্যা। ধনেশ—ধনেশ্বৰ পক্ষী। ধনেশ জন—ধনবান লোক। শিলাৰূপী-গজ-মালে—শিলাৰূপ ধাৰণ কৰা হাতীৰ মালাৰে ( পৰ্ব্বতৰ গাত থকা শিলবিলাকক হাতী বুলিছে )। নিভ—সদৃশ।

হায়ৰে লেখনি মোৰ, শিখৰে শিখৰে,
গিৰি পদতলে, ঘোৰ কন্দৰে, কাননে,
ভ্ৰমিলি অভাগা সঙ্গে, কত কত বাৰ ;
দেখিলি স্বচক্ষে শোভা ; কিয় অপাৰগ
বৰ্ণিবে দেখিলি যেহি ? বুজিছোঁ কাৰণ,
নাই বল দেহে, মন কি হব থাকিলে।
জানিয়া প্ৰভাত নিশি, সজীব জগৎ।
বৃক্ষে বৃক্ষে তৃণে তৃণে সুমন্দ শ্বসন
স্বনিলা ; কৰিলা বনদেবীক ব্যজন।
ফুটিলা অসংখ্য ফুল, বনৰত্নাবলী ;
সম্ভাষিলা ঘ্ৰাণেন্দ্ৰিয় প্ৰদানি সুঘ্ৰাণ,
ৰঞ্জিলা নয়ন ৰূপে। নিকুঞ্জে নিকুঞ্জে,
নিন্দিয়া মানবকৃত বাদ্যযন্ত্ৰ স্বৰ,
গাইলা বিহগগণ। হৰিণ হৰিণী
লম্ফে জম্ফে বন মাজে কৰিলা ভ্ৰমণ।
জাগিলা জগতে জীৱ ; জাগিলা কুটীৰে
আদিত্য উদিত দেখি আদিত্য-কুলজ
শ্ৰীৰাম লক্ষ্মণ বীৰ, পঞ্চবটী বনে ;
জাগিলা ৰাজৰ্ষি-সুতা সীতা সুহাসিনী
শ্ৰীৰাম মহিষী। গোদাবৰী স্বচ্ছ জলে
স্নানি তিনো জনে প্ৰাতঃক্ৰিয়া সমাপিলা।
শ্ৰীৰাম আসিলা বনে পিতৃসত্য পালি ;
ভ্ৰাতৃস্নেহ পাশে বদ্ধ সুমিত্ৰা-নন্দন
লক্ষ্মণ, আসিলা সঙ্গে ; দুই ভাই, যেন

শ্বসন—বায়ু। নিন্দিয়া—তুচ্ছ কৰি। আদিত্য-কুলজ—সূৰ্য্যবংশ জাত। ৰাজৰ্ষি—যি ৰজাৰ ঋষিৰ দৰে আচৰণ। জনক ৰজাৰ আচৰণ সেইৰূপ আছিল, সেই নিমিত্তে তেওঁক ৰাজৰ্ষি বোলে। তিনো—তিনিও।

সুন্দ উপসুন্দাসুৰ দানবৰ কুলে,
এক স্নেহসূত্রে গাঁথা। পতিৰতা সীতা,
—পদার্থৰ সঙ্গ ছায়া নাহি এৰে যথা—,
আসিলা স্বামীৰ সঙ্গে নিবিড় অৰণ্যে।
গোদাবৰী তীৰে নির্ম্মি সামান্য কুটিৰ
ৰহিলা ৰাঘব, চিত্তবিনোদিনী সহ,
শোভি পঞ্চবটীবন ; যথা নিশাপতি
শোভয় চিত্রাৰ সহ নীল নভঃস্থলে ;
অথবা, কৈলাস শৃঙ্গে ভূজঙ্গ-ভুষণ
ভূতনাথ, যথ' দেবী ভবানীৰ সহ।
ৰহিলা লক্ষ্মণ তাত ভ্রাতৃভক্ত বীৰ
ৰক্ষক, কার্ম্মুক কৰে ; শূৰ নন্দি যেন
উমা উমানাথ পাশে ধৰিয়া ত্রিশূল।
উঠিলা আকাশ পথে বহুদূৰ ভানু ;
জানি বেলা, ধৰি ধনু ধানুকী লক্ষ্মণ
চলিলা অন্বেষি ফল গহন গুহিনে।
ৰাঘব ৰাঘব বাঞ্ছা যুগল মূৰতি,
—অনুপম গৃহে যাৰ ছিলে বাস স্থান—,
কপোতৰ সঙ্গে যথা কপোতী বিহগী,
ৰহিলা কুটীৰে। হায় কি কুটিল গতি
কালৰ! ধৰণীতলে বুজে কোন জনে ?
ধনী হয় ভিক্ষাজীবী ; হয় ধনপতি
কুবেৰ, সততে যিটো ভিক্ষা কৰি খায়।
ৰাজা হোৱে ৰাজ্যহীন ; হীনজন হয়
উৰ্ব্বীপতি। ঊর্দ্ধবাসী নক্ষত্র নিচয়

---

কার্ম্মুক—ধনু। কপোত—কপৌ। উৰ্ব্বীপতি—পৃথিৱীপতি।

খসি পড়ে ; অধঃবাসী পিপৰাৰ দল
লভে পক্ষ, এৰি অধঃ উড়ে শূন্য স্থলে।
এহি নৃপসুত কালি অতুল সম্পদে
ছিলা হৈম হৰ্ম্ম্যতলে ; যাহাৰ শয়ন
আছিল দ্বিৰদ-ৰদ নিৰ্ম্মিত পালঙ্কে ;
ৰসনা যাহাৰ দেৱ দুৰ্ল্লভ ভোজনে
আস্বাদিত সদা ; হায় সেই মহাজন,
—ৰবি কুলোদ্ভব হেন ভূপতি তনয়—,
কাননে কাটিছে কাল। সামান্য কুটিৰ
গৃহ তাৰ। নৃপসুত তৃণশয্যা ৰচি
কৰিছে দৰিদ্ৰ তুল্য ভূতলে শয়ন :
কটু তিক্ত বন ফল ভোজন কৰিয়া,
—কেনে কাল চক্ৰ—, কষ্টে যাপিছে জীৱন !
গুণমণি গুণবতী, শ্ৰীৰাম জানকী
বসিলা পঞ্জাৰ তলে ; মুকলি দুৱাৰে
দেখিলা অদূৰ বনে নানা পশু পক্ষী
ৰঙ্গে ভঙ্গে নিৰভয়ে বিচৰণ কৰে।
পুছিলা ৰাঘৱে পাছে ৰাঘৱ-ৰমণী,
( মৃদু মৃদু বাক্যে যেন মধু নিঃসৰিলা ),
"প্ৰাণকান্ত ! কৌতূহল আছে মোৰ মনে
জানিবে কিহেতু কতো কতো পশুগণ
ধৰে শৃঙ্গ ; কতো কতো কি হেতু নধৰে।
শৃগাল কুকুৰ ব্যাঘ্ৰ, নাই ইসবৰ
শিৰে শৃঙ্গ ; মৃগ ছাগ মহিষ গো আদি
ধৰে শৃঙ্গ ; হেতু কিবা নাজানো ইয়াৰ।"
প্ৰেয়সী বচন শুনি সীতা-চিন্তামণি
কহিলা ৰাঘৱ, "প্ৰিয়ে মধুৰ হাসিনি !

হৰ্ম্ম্য—অট্টালিকা। দ্বিৰদ-ৰদ—হস্তীদন্ত।

আত্মৰক্ষা কৰে নৰ নানা অস্ত্ৰ ধৰি
ধনুৰ্ব্বাণ শেল শূল ; কিন্তু পশুগণ
নোৱাৰে ধৰিব অস্ত্ৰ ; সিহেতু বিধাতা
কাকো নখ দন্ত, কাকো শিৰে শৃঙ্গদ্বয়,
দিছে অস্ত্ৰ পৰিবৰ্ত্তে আত্মৰক্ষা হেতু।
নখ কিম্বা দীৰ্ঘ দন্ত আছে যি সবৰ,*
সিসবৰ শৃঙ্গ নাই ; পুনঃ যিসবৰ
পদত খণ্ডিত খুড়, আছে শৃঙ্গ শিৰে।
মূষিক বিড়াল শশা কুকুৰ শৃগাল
শাৰ্দ্দুল ভল্লুক সিংহ আদি চতুষ্পদী
নখী হেতু, শৃঙ্গ নাই ; ছাগল হৰিণ
গো মহিষ আদি ধৰে ফাড়া খুড পদে,
সি হেতু সিসব শিৰে শৃঙ্গৰ সৃজন।
যদিও গৰ্দ্দভ অশ্ব হোৱে খুড়পদী,
অখণ্ডিত খুড় কিন্তু ; অশৃঙ্গী সি হেতু।
শুনি পশু শ্ৰেণীভেদ সংক্ষেপে, মহিষী
কহিলা, "প্ৰভেদ প্ৰভু তোমাৰ প্ৰসাদে
পাইলোঁ,—অশৃঙ্গী নখী, শৃঙ্গী খুড়পদী—।
আৰু এক কৌতূহল আছে ই দাসীৰ ;
কোনো প্ৰাণী বৎস দিয়ে, ডিম্ব কোনো কোনো,
ডিম্ব হন্তে হোৱে পাছে বৎসৰ উদ্ভব ;
এই দুইৰূপে প্ৰাণী লভয় জনম
অহৰহ। কৃপাময়, কোৱা কৃপা কৰি

খণ্ডিত খুড—ফলা খুড়া, যেনে গৰুৰ খুড়া।

* নখ কিম্বা দীঘল দাঁত থকা পশুৰ শিং নাই ; বড়াৰ নখ নহলেও দীঘল দাঁত হয় ; সেই নিমিত্তে তাৰ ভৰিত ফলা খুড়া থাকিলেও, শিং নহয়।

অশৃঙ্গী নখী, শৃঙ্গী খুড়পদী—যাৰ নখ আছে, তাৰ শিং নাই, আৰু যাৰ ভৰিত ফলা খুড়া আছে, তাৰ শিং আছে।

কোন্ প্ৰাণী একজন্মী, কোন্ প্ৰাণী দ্বিজ।"
জানকীৰ কৌতূহলে কৌশল্যা কুমাৰ
কহিলা কৌতূকে, "সতি! চৰ্ব্বণ কৰিয়া
আহাৰে যিসব জীৱ, বৎস সিসবৰ
হোৱে জন্ম একেবাৰে। চৰ্ব্বণ নকৰি
গিলি খায় যিবিলাকে ; সিসবে প্ৰসব
কৰে অণ্ড। অশ্ব নৰ বানৰ বাদুলী
গো মহিষ আদি প্ৰাণী কৰয় চৰ্ব্বণ
আহাৰ ; সিহেতু বৎস জন্মে সিসবৰ!
মৎস্য সৰ্প বেঙ আদি, আৰু পক্ষী জাতি,
চৰ্ব্বণ নকৰি ভক্ষ্য গিলি মাত্ৰ খায় ;
প্ৰসবে সিহেতু ডিম্ব, চিত্তবিনোদিনি!"
পতি মুখে ব্যাখ্যা শুনি হৰষিতা অতি
মধুৰ ভাষিণী সতী সুকণ্ঠে ভাষিলা,
"তব অনুগ্ৰহে দাসী, ৰঘুকুল-নিধি!
পাইলো সহজ সংজ্ঞা একজ দ্বিজৰ,
চৰ্ব্বণে হোৱয় বৎস, ডিম্ব অচৰ্ব্বণে।"
সীতা মুখে শুনি সূত্ৰ হাসি দাশৰথি
বুলিলা চিবুক ধৰি, "এহি সূত্ৰ তব,
—'চৰ্ব্বণে হোৱয় বৎস, ডিম্ব অচৰ্ব্বণে—,
ন অৰ্চ্চে তোমাত প্ৰিয়ে! জনক কৰ্ষণে
পাইলে তোমাক অণ্ডৰূপে ভূমিতলে ;
অণ্ড সমুদ্ভুতা, সতি, অমানবী তুমি।"
কান্তৰ কৌতুক-বাক্যে ঈষদ লজ্জিতা
সুহাসিনী, মৃদু হাসি পতি বক্ষঃস্থলে

একজ—যাৰ এবাৰ জন্ম হয় ; যেনে মানুহ গৰু পহু ইত্যাদি। দ্বিজ—যাৰ দুবাৰ জন্ম হয় ; যেনে চৰাই সাপ ইত্যাদি। ন অৰ্চ্চে—নাখাটে।

লুকাইলা শশিমুখী, সৌদামিনী যেন
মেঘ বক্ষে। বুলাইয়া শ্ৰীকৰ শ্ৰীৰাম
শ্ৰীমুখে, কহিলা, "লোভী লজ্জা-ৰাহু আসি
গ্ৰাসিছিলে বিধুমুখ; বিতাৰিলোঁ হাতে
শত্ৰু তব; বিধুমুখি, পাইও প্ৰকাশ।
দেখিও আসিছে সৌৱা ফল মূল সহ
দেৱৰ লক্ষ্মণ তব।" সচকিতা সীতা
প্ৰকাশিলা পদ্মানন, আঁতৰিলা হাসি।
বন হন্তে হেনকালে হ'ল উপস্থিত
উৰ্ম্মিলা-বিলাসী আসি, মেলিয়া টুপলি
সুৰসাল ফল মূল বিবিধ প্ৰকাৰ
প্ৰদানিলা সতী প্ৰতি। প্ৰশ্নিলা বৈদেহী,
"কিহেতু বিলম্ব আজি হ'ল বীৰমণি,
তোমাৰ? তপন তাপে তপ্ত মুখ খানি;
গৈয়াছিলা বহু দূৰ হয় অনুমান।"
সীতাৰ সস্নেহ বাক্যে কৰিলা উত্তৰ
সুমিত্ৰা-অঞ্চল-নিধি, "নিমিলে নিকটে
ফল মূল স্নেহময়ি! সিকাৰণে আজি
গৈয়াছিলোঁ অন্বেষিয়া সুদূৰ কাননে,
গোদাবৰী অন্য পাৰে। আসিব সময়ে
নাই ভেলা যাত কৰি হুয়াছিলোঁ পাৰ,
ভাসি গল স্ৰোতস্বতী সস্ৰোত সলিলে।
কাটিয়া কদলী বৃক্ষ নিৰ্ম্মি জলযান
নব, উতৰিলোঁ নদী; বিলম্ব সিহেতু
হুয়াছে অধিক আজি তব ই দাসৰ।"

---

সৌদামিনী—বিজুলী। বিতাৰিলোঁ—খেদালোঁ। উৰ্ম্মিলা-বিলাসী-উৰ্ম্মিলাৰ পতি, লক্ষ্মণ। স্ৰোতস্বতী—নদী। সলিল—জল। উতৰিলোঁ-পাৰ হলোঁ।

উত্তৰিলা ৰঘুকুল-কমল ৰাঘব,
"পাইছা বীৰেশ ক্লেশ ; যাই তব গৃহে
বিশ্ৰামা ; শৰীৰ শ্ৰম ক্লান্তি হোক দূৰ।"
চলিলা সুমিত্ৰা-সুত আপোন কুটীৰে।
"দেৱৰ পাইছে কষ্ট," কহিলা সুমুখী
নিৰখি ৰাঘব মুখ, "ভ্ৰমি প্ৰতিদিন
ফল মূল অন্বেষিয়া গহন কাননে ;
তথাপি সতত হৰ্ষ সৌমিত্ৰি অন্তৰে
বিৰাজিত। ত্যজি বীৰ জননী, বনিতা,
ৰাজ্যভোগ, তব হেতু আসিয়াছে বনে ;
ৰাত্ৰিত ৰক্ষক হোৱে, দিবসে কিঙ্কৰ ;
এনে ভ্ৰাতৃভক্তি, প্ৰভু, বিৰল ভুবনে।"
হেন কালে, ভ্ৰমি বনে বন-বিহাৰিণী
দুষ্টা নিশাচৰী এক, পঞ্চবটী বনে
হলা উপনীতা আসি,—নাম শূৰ্পনখা,
লঙ্কেশ ৰাৱণ ভগ্নী, নিকষা নন্দিনী—।
মানব বসতি দেখি অমানব বনে,
চাইলা ৰাক্ষস-ভগ্নী আড়ালত থাকি
পৰ্ণ গৃহ দিশে ; তথা দেখিলা বিস্ময়ে
শোভিছে শ্ৰীৰাম ৰূপ অৰণ্য উজলি।
অতি সুগঠিত দেহ ; শ্যামল বৰণ ;
আজানুলম্বিত বাহু ; মুখ সুকোমল
সুধা সুগঠিত, যেন সুধাংশু আনন ;
পঙ্কজ নয়ন দুটী, দৃষ্টি মনোহৰ ;
ওপৰত তাৰ,—যেন ফুলধনু ধনু—,

নিৰখি—চাই। অমানব বনে—মানুহ নোহোৱা বনত। ফুলধনু—যি ফুলৰ ধনু ধাৰণ কৰে অৰ্থাৎ মদন। ফুলধনু ধনু—মদনৰ ধনু।

ঈষদ বঙ্কিমভাৱে সুচিকণ কৰি,
—ৰমণী কুলৰ মন হৰণৰ হেতু—,
চতুৰ চতুৰাননে চিত্ৰিলা ভ্ৰূযুগ।
অপূৰ্ব্ব ৰাঘৱ ৰূপ ভুৱন মোহন,
ৰতিপতি পৰাজয় পায় যেন ৰূপে।
মোহন মূৰতি নৃপৰূপে বিমোহিতা
হুইলা নিকষাসুতা। ধৰি পুষ্পধনু
মদন আনন্দ মন সম্মোহন শৰে
বিন্ধিলা ৰাক্ষসী হিয়া ; ব্যাকুলা ৰাক্ষসী।
এৰি নিশাচৰী ৰূপ পাছে মায়াবিনী
শূৰ্পনখা, মায়াবলে চিত্তবিমোহিনী
সুন্দৰী ৰমণী হলা ; দোলাইলা গলে
পীন পয়োধৰ মাজে পূৰ্ণি বক্ষঃস্থল
নানাবিধ ফুলমালা ; ক্ষুদ্ৰ ক্ষুদ্ৰ ফুলে
গাঁথিয়া কপালি-মালা আঁৰিলা কপালে।
খোপাত শোভিল ফুল ; কৰ্ণমূলে ঝুলে
ফুল ; হাতে ফুলমালা ; ফুলময় দেহ
হলা ৰক্ষোবালা ; যেন কুসুম মণ্ডিতা
বসুন্ধৰা বসন্তত। সাজিলা ইমতে
সুন্দৰী তৰুণী তুষ্টা তৰুতলে বসি ;
দৰশিলা গোদাবৰী-জীৱন-দৰ্পণে
নিজ আস্য ; হাস্য কৰি গুণিলা মনত
"কোন জন নুভুলিব ইৰূপ দৰ্শনে।"
অনন্তৰে ধীৰ পদে, ৰমণী-সুলভ
ধৰিয়া কটাক্ষ ভঙ্গি সুহাস বদনে,
চলিলা ৰাঘৱ পাশে ৰাৱণ-ভগিনী।

গোদাবৰী-জীৱন-দৰ্পণে—গোদাবৰীৰ পানীৰূপ আৰ্চিত। আস্য—মুখ।

বুলিলা কৰ্ব্বুৰ-বালা বীৰেশে সম্ভাষি
মধুবাক্যে, "বন্দো পদে পুৰুষ-পুঙ্গৱ,
আমি বন-বিহাৰিণী ; পৰিচয় দানে
তুষিও শ্ৰৱণ মোৰ। নৃপ-পুত্ৰ তুল্য
সুন্দৰ তোমাৰ তনু। কৰিছা বসতি
কি ক্লেশে তপস্বীবেশে বিপদ সঙ্কুল
অকূল কাননে ? হেন অতুল কুসুম
অথলে, অশ্ৰপপূৰ্ণ কণ্টকিত স্থলে,
কিহেতু ফুটিলা ? তুমি দেব কি মানব ?
কোমলাঙ্গী হেমপ্ৰভা ৰমণী-ৰতন
সঙ্গে তব ; কিবা হোৱে ই চন্দ্ৰবদনী ?
কি হোৱে পুৰুষ সিটি গৌৰাঙ্গ-গঞ্জন ?"
নাৰীৰূপা নিশাচৰী বচন আকৰ্ণি,
উত্তৰিলা সীতাকান্ত শান্ত গুণনিধি
সুমৃদু বচনে, "মোৰ জন্ম সূৰ্য্যকুলে ;
ৰথীশূৰ দশৰথ অযোধ্যা নৃপতি
পিতা মম ; ৰাম নামে আমি অভিহিত।
সিজন লক্ষ্মণ ভাই ; প্ৰেয়সিনী সীতা
ইটি। পিতৃসত্য হেতু কাননে নিবসোঁ
ধৰি বনচাৰী বেশ, ফলমূলাহাৰি।
দিয়া তব পৰিচয় ; কিয় একাকিনী
কামিনী, কাননে ভ্ৰমা ? উৰ্ব্বশী মেনকা
কিম্বা তিলোত্তমা হবা ; নহলে, ৰূপসি,
সম্ভবে কি হেন ৰূপ ? নহলে, কি সাহে
ভ্ৰমিছা ইঘোৰ বনে তুমি, সুবদনি ?"

---

কৰ্ব্বুৰ—ৰাক্ষস। পুঙ্গৱ—শ্ৰেষ্ঠ। অশ্ৰপ—ৰাক্ষস। আকৰ্ণি—শুনি।
ফলমূলাহাৰি—ফল-মূল খাই।

ৰঘুমণি মধুবাণী ৰমণী-স্বৰূপ
মধুৰিলা, মধুকালে মধুকাল-প্ৰিয়
কুহুকণ্ঠ কুহু যথা। হাসিয়া হনূষী
উত্তৰিলা, "ৰক্ষকুলোদ্ভৱা, বীৰমণি,
এহি দাসী ; ধৰোঁ নাম শূৰ্পনখা ; বাস
লঙ্কাপুৰে ; লঙ্কাপতি দশাস্য বাৰণ
জগত বিজয়ী শূৰ, মোৰ সহোদৰ।
অন্য ভাই কুম্ভকৰ্ণ, স্বৰ্ণ শয্যাত,
শিখৰী শিখৰ সম, আছয় নিদ্ৰিত
লঙ্কাত,—শঙ্কাত যাৰ ত্ৰিদশ শঙ্কিত—;
আৰু ভাই বিভীষণ ধৰ্ম্ম পৰায়ণ।
সমৰ-প্ৰখৰ খৰ, দুৰ্দ্দম দূষণ,
দুইভাই ইবনে বসে, কৃতান্ত কিঙ্কৰ
সদৃশ। নৃমণি! মই সবাৰে স্নেহৰ
ভগিনী ; নিৰ্ভয়ে ফুৰোঁ সৰ্ব্বত্ৰ অবাধে,
নাহি ডৰ যক্ষ নৰ দেৱতা কিন্নৰে।
দৰশি তোমাৰ ৰূপ, হে নৃপ-কেশৰী,
পৰাজিতা আজি দাসী! ভুলিলোঁ আপোনা ;
দিলোঁ লাজে জলাঞ্জলি। জৰ জৰ হৃদি,
বিন্ধিলে কুসুম শৰে কুসুম-কাৰ্ম্মূকী।
এত দিন ধাতা অবিবাহিতা ৰাখিলা
আমাক ; জানিলো হেতু, তুমি হেন পতি
ছিলা ভাগ্যে ; বিধি আজি মিলাইলা নিধি
বনমাজে ; বনফুলে বৰ-মাল্য গাঁথি

* মধুৰিলা—সোৱাদ লগালে। মধুকাল-প্ৰিয়—বসন্ত-প্ৰিয়। কুহুকণ্ঠ—কোকিল। কুহু—কুহুধ্বনি। হনূষী—ৰাক্ষসী। কুসুম-কাৰ্ম্মূকী—ফুলধনুধাৰী, অৰ্থাৎ কামদেৱ।

আনিছোঁ ; পিন্ধাওঁ গলে আজ্জিও নৃপতি ।
কৰিও, তৰুণী-মন-মোহন, পূৰণ
তৰুণীৰ মনবাঞ্ছা। লইয়া তোমাক
যাবোঁ যৈত ইচ্ছা তব,—'সুমেৰু পৰ্ব্বতে,
কৈলাসে, সমুদ্ৰপাৰে, নন্দন-কাননে,
লঙ্কাৰ অশোকবনে, কিম্বা মধুবনে,
যথা অভিৰুচি—, মোৰ অবাধিত গতি।
তব সঙ্গে অতি ৰঙ্গে প্ৰেমৰ তৰঙ্গে
ভাসিবোঁ ; কৌতুকে, যেন কাম কামকলা,
বিহৰিবোঁ বিজনত ফুলশয্যা ৰচি
অহৰহ। কৰা তব সাৰ্থক জীৱন
সাৰ্থকা যৌবনো মোৰ, ৰমণী-ৰমণ !"
প্ৰেমাকুলা ৰক্ষোবালা-বচন শুনিয়া,
দুশ্চৰিত্ৰা জানি, মনে কৰি উপহাস,
সম্বোধিলা ৰঘুবৰ বীৰেন্দ্ৰ-বাৰণ
যুবতীক, "মনোৰমে কমল-বদনি !
দেখিও সস্ত্ৰীক আমি ; পাইবা সতিনী
বৰিলে আমাক ; যোৱা লক্ষ্মণৰ পাশে।
সুলক্ষণ শূৰমণি, বাৰিজ বয়ান,
আছয় অস্ত্ৰীক ; তুমি ভাৰ্য্যা হোৱা তাৰ ;
সমানে সমান ৰূপ হোক্ সম্মিলিত ;
নবীন নবীনা মিলি শোভিও কানন।"
কৌশল্যা-কাচল-নিধি কৰি উপহাস
যি কহিলা, সত্য মানি, চলিলা কামুকী,
( ধৰিয়া কামুক কাম কুসুম-কাৰ্ম্মুক
পঞ্চশৰ বৰষণে কৰিছে কামুকী ),

---

কামকলা—কামপত্নী, ৰতি। কামুক—যাৰ কাম ভাৱ অধিক। কাৰ্ম্মুক—ধনু।

শূৰ্পনখা লয়লাসে ৰামানুজ পাশে ;
কহিলা সম্বোধি শূৰে সুহাসি বদনে,
"বন্দোঁ অৰিন্দম তব পদ-অৰবিন্দে
কুলাঙ্গনা আমি। আদেশিছে ৰঘুপতি
বৰিবে তোমাক পতি। অপত্নী হুইয়া
পাইছা কাননে ক্লেশ ; সেবিবোঁ তোমাক
ভবাগ্ৰজ-জায়া যথা সেবে তবাগ্ৰজে।
বৃথায় যৌবন তব—পুষ্প-পৰিমল
বিজন বিপিনে যথা আদৰ বিহনে—,
যায় পত্ন্যাদৰ বিনে, হে ভূপ-কুমাৰ!
নোশোভে ইবেশ তব ; সুৰেন্দ্ৰ সমান
পাইবা, শূৰেন্দ্ৰ, ভোগ ; গ্ৰহিও আমাক ;
বাঞ্ছিছোঁ তোমাক স্বামী, তৰুণী-তাৰণ!"
    শুনি শূৰ্পনখা বোল, বুলিলা সৌমিত্ৰি,
"দাশৰথি দাস আমি ; কি সুখ লভিবা
বৰিলে কিঙ্কৰ-বৰ তুমি বৰাননি!
দাসপত্নী দাসী হুয়া সীতাৰ সতত,
কিমতে বঞ্চিবা কাল, আজ্ঞা অনুপালি,
অনুপমে? অতুলন তব ৰূপ ৰাশি
ভূতলে ; সুন্দৰীদল-দৰ্পহৰা তুমি
সুচাৰু ৰমণী-ধন্যা ; হেন কমলিনী
কিমতে হুইবা কোন্না কুমুদী-কিঙ্কৰী?
কি ছাৰ জানকী? তুমি ৰূপে শ্ৰেষ্ঠতৰা ;

ৰামানুজ—ৰামৰ ভাই, অৰ্থাৎ লক্ষ্মণ। অৰিন্দম—শত্ৰু দমনকাৰী। অৰবিন্দ—পদ্ম। অগ্ৰজ—ককাই। জায়া—স্ত্ৰী। সুৰেন্দ্ৰ—দেবৰাজ। শূৰেন্দ্ৰ—বীৰশ্ৰেষ্ঠ। বৰাননি—শ্ৰেষ্ঠমুখী, সুমুখী। সুন্দৰীদল-দৰ্পহৰা—যাক ৰূপ দেখিলে সুন্দৰীবিলাকৰ দৰ্প যায়।

ৰঘুৰাজে ভজি শ্ৰেষ্ঠা ৰাজ্ঞী অযোধ্যাৰ
হোৱা, বালা! দাসে ভজি কিয় হবা দাসী?"
উৰ্ম্মিলা-বান্ধৱ যদি কহিলা ইমতে,
সুবুজিয়া উপহাস অগিৰ-অঙ্গনা
উলটি আসিলা সীতা-বল্লভ নিকটে ;
বিনয়ে কৰিলা উক্তি, "তবানুজ বাকে
আসিলোঁ হে গুণমণি আতুৰা অবলা
পুনশ্চ শ্ৰীপদ পাশে ; পদছায়া দিয়া
শীতলা তাপিত প্ৰাণ। নকৰা বঞ্চনা ;
কৰা বাঞ্ছা পূৰ্ণ মোৰ, বালা-বাঞ্ছাতৰু!"
ৰাক্ষসী আতুৰ বাক্যে হাসিয়া ৰাঘৱ
নিৰখি সুমুখী সীতা, কৌতুক কৰিয়া
কহিলা, "কি বোলা সতি! সপত্নী হুইবে,
বাঞ্ছে বালা তব সহ। দিয়া অনুমতি।"
উত্তৰিলা কুপি পদ্মদলাক্ষী জানকী
ৰাজলক্ষ্মী, "লক্ষ্মীছাড়ী কৈৰ হস্তে আসি
বিচাৰে বনত পতি! নাপায় নিলাজী
লাজ মনে? যি আসিছে তাক বলৰিছে
দুৰ্ম্মুখে দুৰ্ম্মুখী, পৰ পুৰুষ সম্মুখে।
নাপাইলে স্বামী আৰু জগতে বিচাৰি,
—কি লাজ, লুকাওঁ কৈত—, চাহে পৰ পতি
কামুকী। আসিছে হুব সতিনী পামৰী
ৰক্ষকুল-কলঙ্কিনী। অনুমতি মোৰ,
—চাহে যদি অনুমতি—, দুষ্টা কামাতুৰা
শান্তোক তাপিত প্ৰাণ পশিয়া ত্বৰিতে
গোদাবৰী-বাৰি, বান্ধি গলত কলসী ;

উৰ্ম্মিলা-বান্ধৱ—উৰ্ম্মিলাৰ পতি, অৰ্থাৎ লক্ষ্মণ। অগিৰ—ৰাক্ষস।

অথবা লগাই ৰজ্জু গলে আৰু শাখে
পড়োক ওলমি শূন্যে, শীতল সমীৰে
শীতলোক তপ্তপ্রাণ চামৰ ব্যজনে।
দূৰ হোক পাপমুখী নিলাজী ৰাক্ষসী॥"
ৰঘুকুল-বধূ সতী হেমাঙ্গিনী যদি
কুপিলা ঈষদ্‌ভাৱে, তেজৰাশি আসি
ৰাঙ্গিলা আনন ; পূবে গগন-আনন
ৰাঙ্গে যথা উদি ভানু উদয় অচলে ;
অথবা কৃষাণু যথা কান্তিয়া কাঞ্চনে
ৰাঙ্গে তাপে। সীতা বাক্যে কুপিতা কৰ্ব্বুৰী
কহিলা ৰাঘবে চাই, "দয়াময়! যদি
কৰা অধিনীক দয়া, জনক তনয়া,
—কণ্টক তোমাৰ সুখে—, গুছাওঁ জঞ্জাল ;
নিষ্কণ্টকোঁ তব পথ প্রেম পাবাবাৰে।"
তৰ্জ্জিলা সীতাক দুষ্টা, "ভৎ'সিলি যাহাক,
জান কি, জানকি! কোন সেহি বীৰাঙ্গনা ?
নুবুজিলা দিলি গালি, পড়িলি বিপাকে।"
এত কহি নিশাচৰী সলাইলা ৰূপ
ধৰিলা ভীষণ মূৰ্ত্তি। মোহিনী মূৰতি
লুকাল ; লুকাল আৰু কুসুমৰ মালা ;
হৰিল সুহাসি মুখে, মৃদু দৰশন।
শূৰ্পনখা শূৰ্প-নখ, দন্ত কোৰ সম,
কৰী-কৰ্ণ তুল কৰ্ণ ধৰিলা নিমিষে ;
বিশাল নাসিকা ৰন্ধ্রে বহিল নিশ্বাস,
ভাতীমুখে বায়ু যেন। টকালি ৰসনা,

অথবা কৃষাণু .... ৰাঙ্গে তাপে—অথবা যেনেকৈ অগ্নিয়ে উত্তাপেৰে সোণক কান্তিযুক্ত কৰি ৰঙ্গা কৰে। শূৰ্প-নখ—কুলাৰ সমান নখ।

নিকটি বিকট দন্ত, চক্ষু পকাইয়া
চলিলা গ্ৰাসিবে সীতা ভীমা মায়াবিনী।
ৰাক্ষসীৰ মূৰ্ত্তি দেখি ভয়ত বিহ্বলা,
"ৰক্ষ নাথ খায় মোক নিশাচৰী," বুলি
ৰাম-ক্ৰোড়ে ৰাম-বাঞ্ছা পড়িলা ঢলিয়া
নয়ন মুদ্ৰিত কৰি ; শ্যামাঙ্গে শোভিল
হেমাঙ্গিনী মূৰ্ত্তি ; যেন বাৰিদে বিজুলী ;
কিম্বা নীলাম্বৰ অঙ্কে শশাঙ্ক মূৰতি ;
অথবা নীলাম্বু-বক্ষে যথা কমলিনী।
হায়ৰে লৱনু-তনু কোমলা ললনা
সুহাসিনী সুভাষিণী সুচাৰু লোচনী
তৰাসে অভয় মাগি, স্বামী ক্ৰোড়ে দেহি
পড়িলে মূৰ্চ্ছিতা হুয়া ; কোন হেন পতি
ভূতলে, ধৈৰয ধৰে সুস্থিৰ থাকিয়া ;
কোন আছে হেন, যাৰ নোপজে কৰুণা ?
মূৰ্চ্ছিতা হুইলা সীতা ; আকুল ৰাঘৱ
অজজ-অঙ্গজ বীৰ, অনুজে আজ্ঞিলা
ইঙ্গিতে, শাস্তিবে দুষ্টা। শাস্তিলা লক্ষ্মণ
কটাক্ষে কাটিয়া কৰ্ণনাসা ৰাক্ষসীৰ।
ভয়ঙ্কৰ নাদ ভীমা শমন-কিঙ্কৰী
কৰিলা যন্ত্ৰণা পাই ; সস্ৰোতে শোণিত
বহিল শৰীৰে। কৰি কৰ উত্তোলন
দেখাই তৰ্জ্জনী ক্ৰোধে কৰিয়া তৰ্জ্জন,
"ৰহিও অধম নৰ, পাবি প্ৰতিফল
তুৰন্তে ৰাক্ষস হাতে ; মোৰ নাক কাণ

---

নিকটি—নিকটাই। ৰাম-বাঞ্ছা—ৰামৰ স্ত্ৰী, অৰ্থাৎ সীতা। অঙ্কে—কোলাত। লৱনু-তনু—মাখনৰ দৰে কোমল শৰীৰ যাৰ। অজজ—অজ ৰজাৰ পৰা যাৰ জন্ম অৰ্থাৎ দশৰথ। অঙ্গজ—পুত্ৰ।

কাটিলি ; পোটক তুলি কৰিবোঁ চৰ্ব্বণ
সীতাৰ নাসিকা কাণ ; কোন বাপে ৰাখে,”
পলাইলা ভয়ে চণ্ডা চপলা চমকে ।
ৰোদন্তে ৰাক্ষস-বালা চলিলা সবেগে
মহা দুঃখে ; ছিন্ন কৰ্ণ নাসিকা থাকিয়া
অবিশ্রান্ত ৰক্তস্রোত অশ্রুস্রোতে মিশি
বহিল শৰীৰ যুৰি । ৰাৱণ-ভগিনী
হইলা ৰঞ্জিতা ৰক্তে, ৰক্তাপ্লুতা যথা
নৃমুণ্ডমালিনী কালী কৰাল বদনী ।
ৰাক্ষসী-ৰুধিৰ বিন্দু ঘন ঘন পড়ি
ৰাঙ্গিলেক পথময় ; মৃগৰ শোণিত
ৰাঙ্গে যথা বনময়, বধি তাক প্ৰাণে ।
নিয়ে যবে ব্যাঘ্ৰে ধৰি অৰণ্য ভিতৰে ।

---

পোটক তুলি—প্ৰতিফল দি ।

## দ্বিতীয় সৰ্গ

### যুদ্ধ

দণ্ডক ৰাক্ষস-বন। নিশাচৰ কুল
বাঢ়িল বহুল ; স্থান কনক লঙ্কাত
হ'ল অপ্ৰতুল ; লঙ্কা লঙ্কা-সিন্ধুকূল
পূৰ্ণ নিশাচৰে ; দেখি নিশাচৰনাথ
ৰাৱণ, পাছিলা খৰ দূষণ দুজন
ৰক্ষ সেনাপতি, বহু ৰক্ষ-অনীকিনী
লইয়া কৰিবে বাস দণ্ডক কাননে।
লঙ্কেশ আদেশ পাই লইয়া কটক
অগণ্য, দূষণ খৰ দ্বি বীৰ-কুঞ্জৰ
কৰিলা বসতি বনে। সেহি দিন থাকি
হইলা দণ্ডকাৰণ্য দৰ্ব্বোপনিবেশ
যি-বন, তপস্বী মুনি ঋষিৰ আশ্ৰমে
ছিলে পূৰ্ণ ; নিষ্কণ্টকে নিৰাতঙ্কে যথা
কৰিছিলে যোগ যাগ তৰ্পণাদি সবে।
আনন্দে ;—অৰণ্য যেন ছিলে পুণ্যধাম—
ৰাক্ষস-সঙ্কুল হ'ল সেহি তপোবন,
ধৰিলে বিভিন্নৰূপ বিৰূপ-মিলনে।
ফুৰয় ৰাক্ষসবৃন্দ বন চতুৰ্ভিতি
পিন্ পিন্ কৰি,—যেন পিপৰাৰ দল—
আতঙ্কিয়া বনবাসী ; আশ্ৰমে প্ৰবেশি
কৰে উপদ্ৰব ; দ্ৰব্য বলে নিয়ে কাঢ়ি।

---

লঙ্কা-সিন্ধুকূল—লঙ্কাৰ সমুদ্ৰৰ পাৰ। অনীকিনী—সেনা। দৰ্ব্ব—ৰাক্ষস। বিৰূপ-মিলনে—যাৰ বেয়াৰূপ তাৰ মিলনত অৰ্থাৎ ৰাক্ষসৰ মিলনত।

যজ্ঞ আৰম্ভণ মাত্ৰ আসয় নিকট
বিকট মূৰতি সব ; সঙ্কট দেখিয়া
যজ্ঞকাৰী বিপ্ৰগণ পলায় বিপাঙ্গে।
হাতে হাতে ৰক্ষোদল যজ্ঞফল ফুল
ঘৃত দধি দুগ্ধ আদি নিয়ে লুটিপুটি
লণ্ডিভণ্ডি যজ্ঞ ; দূৰে পেলায় নিক্ষেপি
কোশা কুশি ঘণ্টা ধূপ বিবিধ সামগ্ৰী ।
এইৰূপে নিৰন্তৰ কৰে নিশাচৰ
অত্যাচাৰ মুনিগণে। সহিব নোৱাৰি
লাঞ্ছনা ৰাক্ষস হাতে, আশ্ৰম এৰিয়া
চলিলা অন্যত্ৰ ক্ৰমে বনবাসীগণ
অনাহাৰী জলাহাৰী ফলাহাৰী যত।
হুইলে দণ্ডকে পূৰ্ণ ৰক্ষ-অধিকাৰ
দুঃসহ, দূষণ খৰ প্ৰখৰ প্ৰতাপে।
সভাতলে বসি খৰ ৰক্ষকুলবলী,
কনিষ্ঠ দূষণ প্ৰতি কহিবে লাগিলা,
"বহুদিন, বীৰবৰ! লক্ষিয়াছোঁ আমি
কুলক্ষণ ৰক্ষোদলে ; লক্ষিছা কি নাই
তুমি ভাই ? আছে যত আমাসাৰ সেনা
ইবনে ক্ৰমশঃ যেন হীনবল সবে ;
নোৱাৰে বধিব আৰু ৰক্ষকুল-শূল
মুনিগণে ; হেতু কিবা নুবুজিছোঁ আমি।
দুষ্ট মুনিগণ কিবা মোহমন্ত্ৰ বলে
মোহিয়াছে অনীকিনী অকামিলা কৰি ;
—ভগ্নদন্ত অহি যথা—, হীনবল সবে।

বিপাঙ্গে—সঙ্কটত, সঙ্কট ভাবি। **হুইলে দণ্ডকে.........প্ৰখৰ প্ৰতাপে—খৰ দূষণৰ প্ৰখৰ প্ৰতাপত অসহ্য ৰক্ষ-অধিকাৰ দণ্ডক বনত পূৰ্ণ হ'ল।**

ভুবন-অমিত্র সেই বিশ্বামিত্র মুনি
আছে এতকাল বাচি ! ই কাল বৈৰীৰ
নাই কি মৰণ ? কূট বৃদ্ধ জটাধাৰী,
সঙ্গী মুনিগণ সহ কূট বুদ্ধি কৰি,
শ্ৰীৰাম লক্ষ্মণ হাতে মৰালে তাড়কা ;
অস্তিলে ত্ৰিকোটী আৰু ৰাক্ষসৰ সেনা
যজ্ঞকালে মিথিলাত । তাড়কা-তনয়
মাৰীচ,—মৰণোন্মুখ বাজি বজ্ৰবাণ
বক্ষে—, দিলা ৰণভঙ্গ লইয়া পৰাণ
জগতে অপ্ৰিয় দীৰ্ঘ শুভ্ৰ শ্মশ্ৰুধাৰী
ৰক্ষহিংসা কৰে সদা ; হিংসা বৃত্তি তাৰ
মনে সদা জাগৰিত ; তথাপি অধৰ্ম্মী
বোলায় ধাৰ্ম্মিক ; কিনো অবোধ মানব,
পড়ি পড়ি সেৱে তাক সবে ভূমণ্ডলে ।
সেহি বিশ্বামিত্ৰ, আৰু ৰাক্ষস-অমিত্ৰ
মুনি যত, প্ৰতিফল নাপালে ; বাচিছে
এতকাল ; ধিক যত অকৰ্ম্মা ৰাক্ষসে ।”
খৰৰ বচন শুনি কৰিলা উত্তৰ
দূষণ, “হে শূৰমণি ! তপ-জপ-কাৰী
হোমকাৰী,—ধূমকাৰী আন্ধাৰী গগন—,
মুনিগণ ৰক্ষদল-দৌৰাত্ম্যে, ইবন
এৰিয়া অন্যত্ৰ গতি কৰিছে সম্প্ৰতি ।
যিবা দুটী এটী আছে, থাকে লুকাইয়া
মহীগৰ্ত্তে মহীৰুহ-কোটৰে অথবা
মহীধৰ গহ্বৰে, দিনে ; ৰাত্ৰি কালে

---

হোমকাৰী......আন্ধাৰি গগন—আকাশ আন্ধাৰ কৰি ধোঁৱা কৰোঁতা হোমকাৰী । মহীৰুহ—বৃক্ষ । মহীধৰ—পৰ্ব্বত ।

কৰে তপ জপ যাগ বাহিৰ ওলাই ;
অনুশৰ দল অনুসন্ধানি নাপায় ।”
শুনি খৰ-দূষণৰ কথোপকথন
তৃতীয়ে ত্ৰিশিৰা ৰক্ষ দ্বিতীয়ক চাহি
কহিলা, “প্ৰকাশি মূৰ্ত্তি কিমতে ৰাক্ষস
ধৰিব তপস্বিগণে ? পাৰে কি শাৰ্দ্দূলে
ধৰিব হৰিণ-শিশু, মাৰ্জ্জাৰে মূষিক,
নিষাদে বিহঙ্গ, দিয়া সাক্ষাত দৰ্শন ?
কোনে গা পাতিব, ভক্ষ হইয়া, ভক্ষকে ?
লুকাইয়া, ছল কৰি, বৈৰী নিৰ্য্যাতন
নকৰিলে ; শত্ৰুনাশ হোৱে কি সম্ভব ?
মায়াবী ৰাক্ষসগণ মায়া বিস্তাৰিয়া
অবাধে বধিব পাৰে অবোধ মানব
মুনিগণে ; যদি কৰে বুদ্ধিৰ চালনা ।”
“ত্ৰিশিৰা কহিছে ঠিক,” উত্তৰিলা খৰ,
নাথাকিলে চেষ্টা যত্ন কাৰ্য্য-একাগ্ৰতা,
নোহে কাৰ্য্যসিদ্ধি কভু ; কহে বিজ্ঞগণ
সাধনে হোৱয় সিদ্ধি, যতনে ৰতন ।
বাতাপি ইল্বল দুই কেনে বুদ্ধিমান
আছিল ৰাক্ষস-বংশে ; বধিলে বুদ্ধিৰে
ৰক্ষকুল-শত্ৰু কত অবোধ তপস্বী ।
বাতাপি হোৱয় মেষ ; তাৰ মাংস কাটি
ইল্বল আতিথ্য কৰি গৃহ-অতিথিক
কৰায় ভোজন ; পাছে ‘বাতাপি’ ‘বাতাপি’
ডাকিলে ইল্বলে, হয় বাহিৰ বাতাপি

অনুশৰ—ৰাক্ষস । মাৰ্জ্জাৰ—বিড়ালী । নিষাদ—ব্যাধ । বাতাপি ইল্বল—বাতাপি আৰু ইল্বল নামেৰে দুটা ৰাক্ষস আছিল ।

বিদাৰি অতিথি-গৰ্ভ। ইমতে দুভাই
পঠাইলে কত বিপ্ৰ শমনে সদনে।”
শুনি ৰক্ষোবৰ বাণী, সনত্ৰে দূষণ
উত্তৰিলা, “বীৰমণি! মুনিগণ মাজে
আছে কিন্তু একোজন, অগ্নিশিখা সম
ধৰে তেজ তপোবলে; নিৰ্গতি অনল
নেত্ৰ থাকি, কৰে ভস্ম যাৰ দিশে চায়;
যথা ৰক্ষশূৰ ভস্মলোচন লঙ্কাৰ;
অথবা কৈলাসপতি ৰতিপতি কামে
কৰিছিলা ভস্ম যথা নয়ন-অনলে।
শুনিয়াছোঁ জহ্নুমুনি কৰিছিলে পান
গণ্ডুষে গঙ্গাৰ জল; পাইলা লাঞ্ছনা
গৌতমৰ কোপানলে সহস্ৰ-লোচন।
কি কাম অধিক দূৰে? বাতাপি ইল্বল,
—কহিলা যাহাৰ কথা; মায়ায় বধিলে
যি দুজনে মুনিগণ—, কিমতে পতন
লভিলে মুনিৰ হাতে, বীৰচূড়ামণি,
ভাবিয়া দেখিও মনে। উদৰে অগস্ত্য
বাতাপি কৰিলা জীৰ্ণ; বাতকৰ্ম্ম কৰি,
—কি আশ্চৰ্য্য!—বাতানলে নাশিলা ইল্বলে।
সব মুনি নোহে সম। সাম্য কোনোজন;
অতি উগ্ৰমূৰ্ত্তি কোনো; সলিল সমান
শীতল কোনোবা; কোনো অগ্নিৰ-আঙ্গনি।
যথা ইচ্ছা সিদ্ধি হোৱে সাধনাৰ বলে।

নিৰ্গতি অনল—অগ্নি বাহিৰ কৰি। কোনো অগ্নিৰ-আঙ্গনি—অৰ্থাৎ কোনোজন মহাৰাগী।

বাতাপি ইল্বল কথা স্মৰিয়া ৰাক্ষস
কৰে ভয় মুনিগণে কৰিবে ছলনা।”
ইসময়ে উপনীতা আসি শূৰ্পনখা
ছিন্নকৰ্ণা ছিন্ননাসা, ৰুধিৰে ৰঞ্জিতা,
—ৰুধিৰ-ৰঞ্জিতা যথা ছিন্নমস্তা ভীমা—,
সভাস্থলে ; যথা বসি দণ্ডক-অধিপ
কৰিছিলা বাক্যালাপ দূষণ সহিতে।
মানিলা বিস্ময় খৰ বীৰকুলবৰ,
ৰক্ষোভগ্নী দশা দৰ্শি ; পুছিলা সত্বৰে,
“ইকি সৰ্ব্বনাশ শূৰ্প ! কি ঘটিল তোৰ ?
কোনে ঘটাইলে হেন অঘটন আজি ?
হায় হায় ! লঙ্কানাথ দশাস্য সোদৰা
আদৰৰ ধন তই স্বৰ্ণ লঙ্কাধামে ;
কুমলী নুমলী ভগ্নী সবাৰো স্নেহৰ ;
তোৰ ই দুৰ্দ্দশা ! কৰ্ণ নাসিকা ছেদন !
আকুল পৰাণ মোৰ ; ক মোক ভগিনি !
টুটিল আয়ুস কাৰ অবনী মণ্ডলে।”
পড়িলা হনূষাঙ্গনা কান্দি হুমহুমি
খৰ-দূষণৰ পদে ; শোকৰ আবেগ
খৰৰ সস্নেহ বাক্যে বাঢ়িল বালাৰ ;
নুফুটে বচন মুখে। ধৰাতল থাকি,
তুলিলা দুভায়ে ধৰি ভগ্নীক আদৰে।
“কি আশ্চৰ্য্য ৰক্ষোমণি !” বুলিলা দূষণ,
নিহাৰি ভ্ৰাতৃৰ মুখ, “কি আশ্চৰ্য্য দাদা !
কোন নৰাধম ধৰি কিৰূপ সাহস,
দিলে ৰক্ষকুলে খোট ? অবোধ ভূতলে

---

সোদৰা—ভগ্নী। হনূষাঙ্গনা—ৰাক্ষস-অঙ্গনা, ৰাক্ষসী।

কোন হেন, দিলে হাত্ বিষধৰ দলে
মাতিয়া মৰণ নিজ ? নাভাবিলে সিটো।
পড়ি নিশাচৰ হাতে যাব যমপুৰে ?
নডৰিলে আমি দোহে দণ্ডক অধিপ ?
নশঙ্কিলে সুৰ-শঙ্কা লঙ্কেশ্বৰ শূৰে ?"
সুধিলা ভগ্নীক বীৰ, "কোন দুৰমতি,
কৰিলে দুৰ্গতি হেন, কহিও প্ৰকাশি।"
উত্তৰিলা নৈকষেয়া উচুপি উচুপি,
নাকি স্বৰে,—হায় দেহি নাসিকা অভাৱে,
নাকে উড়ি যায় মাত, "আমি অভাগিনী,
গৈছিলোঁ অৰণ্যে আজি পুষ্প আহৰণে।
গোদাবৰী নদী তীৰে পঞ্চবটী বনে,
দেখিলোঁ কুটীৰ এক ; তাৰ ভিতৰত,
কৰে বাস দুই নৰ বনচাৰী বেশে,
লগত সুন্দৰী নাৰী। ৰমণী স্বভাব,—
ৰমণীৰ সঙ্গ লাভ বাঞ্ছয় ৰমণী,
নদী সঙ্গ নদী যথা— ; চলিলোঁ হৰিষে,
সেহি ৰূপসীৰ পাশে, কৰিবে সম্ভাষ।
কিন্তু কি অদৃষ্ট মোৰ ! ভালে মন্দ ঘটে ;
আদৰি তোলোঁতে ফুল হাতে হুল ফুটে,
কিনো বিধাতাৰ বিধি ! বিনা অপৰাধে,
অকাৰণে, দাদা, বাণ মাৰি খৰশান
কৰিলে দুৰ্দ্দশা হেন নিৰ্ম্মম মানৱে।
কোন মুখে এই মুখ দেখাবোঁ লঙ্কাত ?
কোন মুখে যাম লঙ্কা ? ধিক ইজীৱন
কি কাম ৰাখিয়া ? দিয়া বিষ, ভক্ষি মৰোঁ।"

---

নশঙ্কিলে—শঙ্কা নকৰিলে, ভয় নকৰিলে।

শুনি থৰ থৰ থৰ ক্রোধে কলেৱৰ,
কহিলা "নগণ্য নৰ কৰে হেন দশা ?
ৰক্ষোভক্ষ ক্ষুদ্ৰ নৰ বক্ষ-ভগিনীৰ,
নাসিকা শ্ৰৱণ কাটে ? ভিখাৰী মানব
ফল-মূলাহাৰী ধৰে এতেক সাহস ?
মূষিক-মানব দেখোঁ কৰিলে বিবাদ
ৰাক্ষস-শাৰ্দ্দূল সহ ? তুৰন্তে, ত্ৰিশিৰা.
চতুৰ্দ্দশ নিশাচৰ পঞ্চবটী বনে
দিয়া প্ৰেৰি ; ধৰি অৰি আনোক মানবে ;
বিহিবোঁ পিছত দণ্ড যি হয় বিচাৰে।"
হলা সুখী শূৰ্পনখ। বদন নিৰখি,
তাইৰ, দূষণ ক'লা, "তুমিও ভগিনি !
যোৱা দন্তবক্ৰ, ভীম, বিৰূপ, কৰ্ক্বৰী,
আদি চৌধ সেনা লই ; দিবা দেখাইয়া,
কোন্ নৰকীট হেন কৰিলে দুৰ্গতি।"
চলিলা ত্ৰিশিৰা শূৰ্পনখা সভা থাকি
সৈন্যক্ষেত্ৰে ; মুখ্য মুখ্য চৌধ সেনা লই,
চলি গলা নিশাচৰী পঞ্চবটী বনে।
চলিলা ৰাক্ষসগণ কিৰিলি মাৰিয়া
মহাৰঙ্গে। খণ্ডে কোনো কহিলা, "মানব
কৰে অপকৰ্ম্ম হেন ; খাবোঁ মুণ্ড তাৰ।"
টকালি কহিলা কোনো, "ৰসাল ৰুধিৰ
নৰৰ কৰিবোঁ পান।" বোলে অন্য জনে
"লভিব চৈতন্য দুষ্ট দেখি চৌধ জন।"
বোলে আৰু জন, "কিবা গ'ল পলাইয়া

তুৰন্তে—শীঘ্ৰে। প্ৰেৰি—পঠাই।
'ধৰি অৰি আনোক মানবে'—শত্ৰু মনুষ্যক ধৰি আনোক।

পলাতক নৰ পশু, এৰি পঞ্চবটী ;
নাপাও নৃমাংস কিবা কৰিব ভক্ষণ।”
চলিলা ইৰূপে দম্ভি চৌধ নিশাচৰ।
সভাতলে ৰলা বসি দুই ৰক্ষোবীৰ
ৰাজ-ভগ্নী দুৰগতি ভাবিয়া অন্তৰে
শোকত মলিন মুখ ; ৰাহুৰ গৰাসে
মলিন শশাঙ্ক যথা ; কিম্বা গিৰিপতি
উচ্চশিৰ, ম্লান মুখ মেঘ আবৰণে।
“অহহ কি লাজ আজি !” কহিলা অগ্ৰজ
অগিৰ শিখৰ খৰ, “খ্যাত ৰক্ষকুলে
ৰহিল অখ্যাতি ভাই ! ভুবন-বিজয়ী
সুৰ নৰ-যক্ষ-শঙ্কা লঙ্কাৰ ৰাৱণ
বীৰেন্দ্ৰ,—দেবেন্দ্ৰ স্বৰ্গে অদেবেন্দ্ৰ দৰে,
ডৰি যাক, নতশিৰ ; নতশিৰ যথা
ফণীন্দ্ৰ পক্ষীন্দ্ৰ ভয়ে—; তাহাৰ সোদৰা
ৰক্ষকুলে স্নেহ পাত্ৰী অতি আদৰিণী
শূৰ্পনখা ; তাৰ ভাগ্যে ইহেন দুৰ্গতি !
কি কহিব ৰক্ষোনাথ শুনিলে ইবাৰ্ত্তা
আমি দোহে ! হায় বিধি, কি ঘটালা আজি !”
ভ্ৰাতৃৰ বচন শুনি সুদীৰ্ঘে নিশ্বাসি,
বুলিল দূষণ শূৰ সম্লান বদনে,
“ৰহিল কলঙ্ক, দাদা, ৰাক্ষসৰ কুলে ;
নৰ হাতে খাঁড়ী নাকী লঙ্কেশ-ভগিনি !
ৰক্ষোৰিপু সুৰদল হাসিবে ত্ৰিদিবে,

অগিৰ—ৰাক্ষস। ‘দেবেন্দ্ৰ স্বৰ্গে......যাক, নতশিৰ’—স্বৰ্গত দেবেন্দ্ৰই যাক ডৰি অদেবেন্দ্ৰৰ দৰে নতশিৰ। পক্ষীন্দ্ৰ—গৰুড়।

কি কাম কৰিবে কষ্ট ? অযোধ্যা নগৰী
যোৱা ফিৰি ; ভৰত শত্ৰুঘ্ন দুই সহ
ভুঞ্জা ৰাজ্য-সুখ সুখে ; কৰা সন্তোষিত
উৰ্ম্মিলাৰ মন। সীতা, উৰ্ম্মিলা-ৰমণ,
নাহি চায় তব ন্যায় সহায় কাননে।"
দুঃখিত অন্তৰে শূৰ-শিখৰ লক্ষ্মণ
উত্তৰিলা, "আৰু সতি, দুৰক্ষৰ বাণী
নুবুলিবা ; যাওঁ আমি তবাদেশ পালি
অগ্ৰজ উদ্দেশ্যে। কিন্তু ভবিষ্য গৰভে
নাজানো কি আছে আজি ! নাহি দোষ মোৰ ;
যাওঁ প্ৰভু-আজ্ঞা লঙ্ঘি তোমাৰ আদেশে।"
এতেক কহিয়া বীৰ গৃহ চতুৰ্দ্দিশে
শৰাগ্ৰে অঙ্কিলা ৰেখা ; কহিলা সীতাক,
"শৰাগ্ৰে ৰেখিলোঁ গৃহ ; শত্ৰু সাধ্য নাই
প্ৰবেশে ভিতৰে। দেবি, গৃহৰ বাহিৰ
নুহুইবা কদাচিত, থাকে যেন মনে।
প্ৰণমোঁ চৰণে ; এবে হইলোঁ বিদায়
ই দাস !" আকাশ দিশে চাই বীৰমণি
প্ৰাৰ্থিলা, "হে দেবকুল, হবা অনুকূল।
ৰাক্ষস-সঙ্কুল ঘোৰ অকূল অৰণ্যে
শূন্যঘৰে, হে দেবতা, নিৰাশ্ৰিতা সীতা
এৰিলোঁ ; ৰাখিও সবে কৰিয়া কৰুণা।"
সমাপিয়া স্তুতি বীৰ ধৰি ধনুৰ্ব্বাণ
চলিলা অন্বেষি ৰামে ; বৃক্ষ আড়ে থাকি
দৰ্শিলা দশাস্য ; হাস্য কুটীল বদনে,
জানি গৃহে একাকিনী ৰাঘব-ৰমণী।
তুৰন্তে তপস্বীবেশ ধৰিলা লঙ্কেশ,
—ৰক্তবস্ত্ৰ পৰিধান ; যজ্ঞসূত্ৰ দেহে

সুশুভ্ৰ, ওসমে স্বৰ্ণ অঙ্গুৰীৰ ভৰে
আঠু-পৰ্শি ; কক্ষতলে জুলে স্থূল জুলি
শিৰে সেৰা সেৰি কেশ ৰাঙ্গিচা বৰণ
বান্ধিয়াছে জটাজুটি ; হাতত লাখুটি ;
কপালে চন্দন ; গলে ৰুদ্ৰাক্ষৰ মালা।
এহিৰূপে ছদ্মৰূপে ৰাজা দশানন,
ধৰি ধীৰগতি গলা সীতাৰ সমীপে
লাখুটিত কৰি ভৰ। শশিপ্ৰভা সম
জানকীৰ কান্তি দেখি হুইলা মোহিত
লঙ্কেশ, মহেশ যথা মোহিনীৰ ৰূপে।
শূৰ্পনখা যেহিৰূপ সীতা সুন্দৰীৰ
দিছিলা বৰ্ণনা পূৰ্ব্বে, সত্য সি বৰ্ণনা
অক্ষৰে অক্ষৰে, বীৰ ভাবিলা অন্তৰে।
সম্ভাষিলা ৰক্ষ পাছে, "হে চাৰু বদনি !
কোন তুমি ? কোথা হন্তে আসিলা ইস্থানে ?
দেবী কি মানবী ? এই সুঘোৰ কাননে
ভীষণ ৰাক্ষস পূৰ্ণ, কি কাৰ্য্যে বসতি ?"
শুনি ছদ্মবেশী বাণী, তপস্বীৰ জ্ঞানে,
মধুৰ ভাষিণী মৃদু মধুৰ বচনে
মধুৰিলা কৰ্ণ তাৰ, "পৰিচয় মোৰ
শুনা তপোধন ! আমি জনক দুহিতা,
সীতা নাম। সূৰ্য্যবংশী অযোধ্যা নৃপতি
দশৰথ ; ৰামচন্দ্ৰ তেওঁৰ তনয়
পতি মোৰ, আসিয়াছে পিতৃ সত্য হেতু
কাননে ; আসিছোঁ আমি স্বামীৰ সংহতি।
পাইব পাৰোঁ কি প্ৰভু তব পৰিচয়
ই দাসী ?" হনূষপতি হৰিষ আননে
কহিলা, "অন্নপ্তে ; কিন্তু পূৰ্ণ পৰিচয়

পাবা শেষে ; কহোঁ এবে সম্প্রতি সংক্ষেপে
শুনা সুহাসিনী, আমি কুবেৰৰ ভাই ;
এৰিছোঁ সংসাৰ মায়া ; থাকোঁ এই বনে
কৰি তপ, ফল মূল আহাৰি কেবল।
আসিলোঁ ভিক্ষাৰ হেতু ; যদি আছে কিবা
গৃহে তব, দিলে হয় উদৰ উপায়।"
শুনি তপস্বীৰ বাক্য কহিলা জানকী
কোমল অন্তৰা, "কৰা অপেক্ষা ক্ষণেক ;
লক্ষ্মণ আসিব এবে ফল মূল লই,
দিবোঁ ভিক্ষা। মম পতি ৰঘুপতি অতি
হব তুষ্ট দেখি দ্বিজ ; কৰিব শুশ্রূষা।"
"হয়াছে বহুত বেলা ;" কহিলা ৰাৱণ,
"পূজাৰ সময় মোৰ ; অপেক্ষা কৰিব
নোৱাৰোঁ ৰামৰ হেতু। প্রস্থানিলোঁ আমি।"
হুইলা দুঃখিতা সীতা। "ফিৰি যায় দ্বিজ
ভিক্ষা বিনে, শুনি পতি কি বুলিব মোকে,"
এতেক ভাবিয়া সতী কহিলা, "ৰহিও,
দ্বিজবৰ ! দুটী ফল আছে মাত্র গৃহে,
গ্রহিও অত্যল্প দান অধিক অভাবে।"
শুনিয়া সীতাৰ বাক্য উলটিলা ধীৰে
ছলকাৰী, আশীৰ্ব্বাদি সস্নেহে বুলিলা,
"ধন্যা তুমি সুভাষিণি ! সাদৰ বচনে
তোমাৰ, সন্তুষ্ট আমি ; লবোঁ যথা দান।"
আনি দুটী ফল সীতা, সম্ভ্রম কৰিয়া
গৃহৰ ভিতৰ থাকি যাচিলা ৰাৱণে।
"নলওঁ আশ্রমে ভিক্ষা," কহিলা তপস্বী,
"বাহিৰে আসিয়া ভিক্ষা কৰিও প্রদান,
লই যাওঁ, বিধুমুখি, আশীৰ্ব্বাদ কৰি "

সীতা বোলে, "দ্বিজবৰ, আছয় নিষেধ
গৃহ হন্তে বাহিৰিবে।" বুলিলা ৰাৱণ,
"আমাৰো নিষেধ আছে গৃহে ভিক্ষা লবে ;
নোৱাৰোঁ লইব দান, যাওঁ সুবদনি !"
ভাবিতা হুইলা সীতা, "কৰিছে বাৰণ
গৃহ-হন্তে বাহিৰিবে সুমিত্ৰা কুমাৰ।
বাহিৰ নহলে বিপ্ৰ ভিক্ষা নাহি লয় ;
তপস্বী ব্ৰাহ্মণ যায় মধ্যাহ্ন সময়ে
বিনা দানে। শুনি ইটো অতীব অধৰ্ম্ম
বুলিব যে মন্দ মোক নিশ্চয় ৰাঘবে।"
হুইয়া বাহিৰ সতী ডাকিলা ব্ৰাহ্মণে,
"লইও, তপস্বি ! ভিক্ষা, বাহিৰিছোঁ আমি
গৃহ থাকি।" শুনি ৰক্ষ ৰঙ্গে উলটিলা।
ভিক্ষা লোৱা ছল কৰি মায়াবী ধৰিলা
ধনীকা কোমল কৰে, দৃঢ় মুষ্টি কৰি।
"কি কৰ কি কৰ দুষ্ট," কহিলা সুন্দৰী,
"এৰি দে, এৰি দে হাত, কিহেতু ধৰিলি।"
টনাজোৰা কৰে সীতা হাত এৰাইবে ;
কিন্তু কি শকতি ? মৃগী পাবে কি এৰাব
কেশৰী কৱল থাকি ? কহিলা ৰাৱণ,
"পাইবা কৰত কষ্ট ; কৰি টনাটনি
নোৱাৰা এৰাব কভু। শুনা সুবদনি
পৰিচয় মম ; নোহোঁ যি দেখিছা মোক,
—সামান্য তপস্বী—, মাত্ৰ ছদ্মবেশ ইটো।
লঙ্কাৰ ঈশ্বৰ আমি, ৰাক্ষসৰ নাথ,
যাৰ ভয়ে দেবকুল আকুল সতত
থাটে লঙ্কাপুৰে ; দেখা ধৰোঁ নিজৰূপ।"

---

ধনীকা—যুবতী। কৱল—গ্ৰাস।

এত কহি নিজৰূপ ৰক্ষ প্ৰকাশিলা
—নীলবৰ্ণ ভীমকায় ; ৰাজ আভৰণ
শৰীৰে ; দ্বিপঞ্চ মুণ্ড, দুই দশ কৰ ;
বিংশতি লোচন যেন বিংশতি নক্ষত্ৰ
কৰে টল টল—। সীতা দেখি মহাকায়
ভয়ত বিহ্বল হুয়া মুদিলা নয়ন,
উত্তৰিলা আৰ্ত্তস্বৰে, "এৰি দে ৰাক্ষস,
নিৰ্দ্দোষী অবলা নাৰী কৰিছোঁ মিনতি ;
নহলে পাইবি শাস্তি মম নাথ হাতে।"
আসিলে ৰাঘবদ্বয় বন হন্তে ঘূৰি,
ঘটিব বিপদ ভাবি নিকষা তনয়,
তুলা তুল্যা লঘু সীতা তুলিলা তুৰন্তে
ৰথে। ৰথ চলিলেক, ৰথচক্ৰ ঘূৰি
ঘড়ঘড়ি, বায়ুবেগে এৰি পঞ্চবটী।
ছট্‌ফট কৰে সতী ৰথৰ ওপৰে ;
হইলা বাউলী প্ৰায় ; কৰি কৰাঘাত
আপোন ললাটে বক্ষে, কান্দে হুম হুমি,
"হা প্ৰভু ৰহিলা কৈত ? শ্ৰীচৰণ দাসী
নিয়ে ৰক্ষে বলে ধৰি, আসিও সত্বৰে।
হা দেব হৃদয়েশ্বৰ সীতা-চিন্তামণি
কৈত এই বিপদকালে ? তব অভাগিনী
তপস্বীৰ বেশে, নাথ, ছলিলে ৰাৱণে ;
হৰিলে ৰাৱণে ছলে ভিখাৰীৰ বেশে,
উদ্ধাৰা তুৰন্তে কান্ত। আসিও লক্ষ্মণ,
স্নেহৰ দেৱৰ মোৰ ; কৰিয়া কৰুণা,
কাতৰে বিনয় কৰোঁ উৰ্ম্মিলা-ৰমণ—,
কৰিয়া কৰুণা মোক নিস্তাৰা বিপদে।"
লঙ্কেশ্বৰ ! ৰাজা তুমি জগতে বিখ্যাত।

ইকি আচৰণ ? পৰ ৰমণীহৰণে
মুহিলা কুণ্ঠিত ? ছি ছি ৰক্ষকুলপতি !
ইহেন বিধান তব ৰক্ষ-ৰাজবিধি
লেখে কি ? চলে কি হেন পাপ আচৰণ
তব ৰাজ্যে ? ৰক্ষকুলে নাই কি বিচাৰ ?
ৰাজা তুমি, দণ্ডা প্ৰজা কৰে যদি দোষ ;
কৰিলে কি পাপ তুমি, দণ্ড বিধানিবে
নাই কোনো ? ৰক্ষোৰাজ, জানিবা নিশ্চয়
দণ্ডিবেক ভগবান ৰাজকুল-ৰাজা ।
কাতৰে বিনয় কৰোঁ ; এৰি দিয়া মোক ;
নাৰাখা অখ্যাতি তব সুবিখ্যাত কুলে ।”
সীতাৰ কৰুণ বাক্যে অচলিত চিত
উত্তৰিলা লঙ্কানাথ, “হে নাৰী-সুন্দৰি !
তব ৰূপে মুগ্ধ আমি । তব অনুনয়ে
বধিৰ শ্ৰৱণ মোৰ ; অন্ধ নেত্ৰ দ্বয়
ৰোদনে তোমাৰ । ৰূপে বিমোহিত মন,
বিমোহিত কুড়ি আখি ; অন্তৰে বাহিৰে
দেখিছোঁ কেৱল ৰূপ, হে ৰূপ-মাধুৰি !
ভাগ্যোদয় আজি তব ; ভাবা অমঙ্গল
কি হেতু ? ৰাঘব হেতু ফল মূলাহাৰী
জটাধাৰী, কিয় ধনি কান্দা অকাৰণ
হুইয়া বিহ্বলা ? তুমি হেন ৰূপবতী
সুভাষ-ভাষিণী দেব-দুৰ্ল্লভ কামিনী
শোভে কি সামান্য নৰে অৰণ্য-সন্ন্যাসী ?
আমি ৰাজা দশানন ত্ৰিলোক বিজয়ী,
—যাৰ ভয়ে সুৰ নৰ কিন্নৰ ভূধৰ
সাগৰ তৰসি কম্পে—, হেন লঙ্কেশ্বৰ
হবোঁ অনুগত তব ; চিত্ত-বিনোদিনী

হইবা আমাৰ প্ৰিয়া, হে প্ৰিয়ভাষিণি !
মন্দোদৰী আদি মম যতেক ম'হিষী
আছে লঙ্কাপুৰে ; সবে হইয়া কিঙ্কৰী
সেৱিব শ্ৰীপদ তব ; হইবোঁ কিঙ্কৰ,
হইবা ঈশ্বৰী মোৰ, মুখ্যা পাটেশ্বৰী ।"
 সুপ্তা ভুজগিনী যেন, জোকালে কোনোএ,
তুলি শিৰ ধৰি ফণা ফোঁপায় সকোপে ;
ধৰিত্ৰী-ধীলটী তথা ৰাৱণ বচনে,
মুখ দাঙ্গি চকু ৰাঙ্গি হইয়া কুপিতা,
বিকথিলা দৰ্ব্বনাথে ভৎ'সনা-বচনে,
"নীচাশয় নিশাচৰ বৰ্ব্বৰ পামৰ,
পাপ বাক্য মুখে তোৰ ? জ্বলোক পাৱক
তোৰ পাপ-দশাননে । বখানিছ নিজ
প্ৰতাপ বীৰত্ব বহু ; কিন্তু নগণিছোঁ
প্ৰভুৰ কনিষ্ঠ এক পদাঙ্গুলি সম
তোক, হে ৰমণী-চোৰ ! সামান্য মূষিক
তই ৰে' কৰ্ব্বুৰ ; মোৰ ৰাঘব কেশৰী ।
বিষ্ণু অবতাৰ নাথ ; তই অধৰমী
অগিৰ ; অন্তৰ বহু,—স্বৰ্গ মৰ্ত্ত্য যেন—,
তোত ৰাঘবত । পাপি, কহ কি সাহসে
কুবচন হেন জনে ? ভাবিছ ভিখাৰী ?
লঙ্কানাথ বুলি তই উচ্চ পৰিচয়
দিবে নাপাইলি লাজ ? হুয়া ৰক্ষোৰাজ
চোৰৰ প্ৰকৃতি ! পৰ ৰমণী হৰণ
ধৰ্ম্ম তোৰ ! নীচমতি হৰিলি অবলা

---

ধৰিত্ৰী ধীলটী—পৃথিবীৰ কন্যা অৰ্থাৎ সীতা । দৰ্ব্বনাথ—ৰাক্ষসৰ পতি অৰ্থাৎ ৰাৱণ । অগিৰ—ৰাক্ষস ।

অকলা গৃহত পাই ছদ্মবেশ ধৰি ;
ই তোৰ পৌৰুষ ? লাজ ! মোৰ্ প্ৰাণ প্ৰভু,
দেৱৰ লক্ষ্মণ কিম্বা থাকিলে গৃহত,
তোৰ এই দশ মুণ্ড মুকুট ভূষিত
ভূতলে পড়িয়া আজি লোটালে হতন ।
এৰি দে অধৰ্ম্মী মোক ; নহিলে সংহাৰ
হব তোৰ ৰক্ষকুল, ৰঘুমণি ৰোষে ।”
আকৰ্ণি ভৎ'সনা বাণী বৈদেহীৰ্ মুখে,
তৰ্জ্জিলা বৈদেহী-হৰ দন্ত কড়মড়ি
দশ মুখে কুড়ি পাটি, “অবোধ ৰমণি !
তিৰস্কাৰ কৰ তই অশ্ৰপ-ঈশ্বৰে ?
এতেক সাহস ? ভাগ্যে অবলা ৰমণী ;
নহলে মস্তক তোৰ ছেদিলোঁ হতন ।
কি গুণ শ্ৰীৰাম ধৰে ? ৰাজ্য হেৰুৱাই
কৰিছে কাননে বাস ; গৃহৰ অভাবে
কুটিৰ আশ্ৰয় তাৰ ; ভূতলে লুণ্ঠিত
দেহ সদা শয্যা বিনে ; বল্কল ধাৰণ
বস্ত্ৰাভাবে ; তৈলাভাবে বান্ধিয়াছে জটা
শিৰে, দেহে উড়ে ধূলি ; আহাৰ অভাবে
খায় কপি খাদ্য ৰাম ফল মূল আদি ;
এয়ে তো প্ৰণয়ী তোৰ যাৰ লাগি কান্দ !
ছি ছি সামান্যৰ প্ৰতি প্ৰেম তোৰ মনে !
বৃথা কষ্ট নাপাইবি, মুক্তি নাই তব ;
পাইবি স্বৰ্গৰ সুখ ভজিয়া আমাক
দ্বিতীয় ত্ৰিদিব তুল্য স্বৰ্ণ লঙ্কাধামে ।”
উত্তৰিলা ৰক্ষবাক্যে মৈথিলী সুন্দৰী,
“ৰাক্ষস ! তৰ্জ্জনে তোৰ নডৰে জানকী

---

অশ্ৰপ—ৰাক্ষস ।

স্নভুলে স্নেহৰ বাক্যে যত প্ৰলোভনে
জানিবি নিশ্চয়, পাপি, পতি-প্ৰাণা সীতা।
যি আশা কৰিয়া মোক হৰিলি পামৰ
নহব সি আশা পূর্ণ ; কিয় অকাৰণ
হবি নাৰীবধী ? মূঢ় কিয় অকাৰণ
ডুবাবি কনক লঙ্কা, ডুবিবি আপুনি ?”
“হে বিধাতা, মনে এয়ে আছিল তোমাৰ ?
চন্দ্ৰকুলোদ্ভবা আমি ; ৰাজর্ষি জনক
জনক আমাৰ ; হলোঁ সূর্য্যকুল-বধূ ;
ৰথীশূৰ দশৰথ নৰেন্দ্ৰ শ্বশুৰ ;
পতি ৰঘুকুলমণি ; হায় হে বিধাতা
লেখিলা কপালে মোৰ ইহেন দুর্গতি ?
সজ্ঞানে অজ্ঞানে যদি কৰিছোঁ অবলা
অপৰাধ তব পদে, ক্ষম চতুর্ম্মুখ !
দশমুখ গ্ৰাস হন্তে উদ্ধাৰা দাসীক।”
“হায় ৰবিকুল-মণি ! নামানি বাৰণ
গুৰুজন শাশুৰীৰ, বন্ধু বান্ধবৰ,
অৱহেলি সবজনে আসিলোঁ কাননে,
—কপোতৰ সঙ্গে যথা কপোতী বিহগী—,
তব সঙ্গে ; ৰক্ষ-ব্যাধ মায়াজাল পাতি
ধৰিলে কপোতী তব দীনা দুর্ভাগিনী ;
ৰাখিও কপোতী-কান্ত আসিয়া সত্বৰে।
সাদৰত যাক প্ৰভু শশিমুখী বুলি
মাতিছিলা ; নিপতিতা ৰাহুগ্ৰাসে আজি ;
উদ্ধাৰা হে বীৰবৰ তব শশিমুখী।
যাৰ নেত্ৰযুগে কৰ কমল বুলাই
বুলিছিলা কতবাৰ কুৰঙ্গ-নয়নী ;
কালচক্ৰে আজি সেই স্নেহৰ কুৰঙ্গী

তোমাৰ, লইলে ধৰি কৰ্ব্বুৰ-কৰ্ব্বৰে
পাইয়া সুযোগ ; শূৰ ৰাখাহি নিবাৰি ;
ৰাখাহি নৃমণি তব কুৰঙ্গী-নয়নী।
তুমি ৰবিকুল-ৰবি ; আমি কমলিনী
ৰবিগত-প্ৰাণা ; হেন কমলিনী তব
আদৰৰ আক্ৰমিলে আসিয়া মৰাল
দুষ্ট চোৰ ; কৈত কান্ত হেন অসময়ে ?”
“কৈতেবা ৰহিলা, বীৰ সুমিত্ৰা-নন্দন,
হে প্ৰিয় দেৱৰ ! ক্ষমা অপৰাধ মোৰ,
দুবুজি বুলিলোঁ কটু। নামানি বচন
তব, অভাগিনী আমি পড়িলোঁ বিপাকে।
প্ৰিয় ভ্ৰাতৃ ৰঘুপতি,—যাৰ সুখে সুখী,
যাৰ দুঃখে দুঃখী তুমি ; যাৰ স্নেহ বান্ধে
আসিলা কাননে বীৰ ৰাজ্য পৰিহৰি—,
তাৰ পত্নী নিয়ে ধৰি দুৰ্ম্মতি ৰাৱণে ;
কিহেতু উদাস ভাবে ৰহিলা, কেশৰি ?
সদা ধনুৰ্ব্বাণ ধৰি, কুটিৰ সম্মুখে,
—ৰাজগৃহ দ্বাৰে যেন প্ৰখৰ প্ৰহৰী,—
ৰাখিছিলা যাক সদা ; গৃহশূন্য কৰি
হৰিলে তাহাক চোৰে ; শূন্যগৃহে এবে
আৰু নো ৰখিবা কাক কোৱা কুল-মণি !
কাতৰে জনক-কনী প্ৰিয় বউ তব
ডাকিছে বিপদে পড়ি, মাতিছে কান্দিয়া ;
উদ্ধাৰা অবলা, শূৰ, নাৰী-চোৰে মাৰি।
অথবা নকৰা ক্ষমা যদি মোৰ দোষ,

কৰ্ব্বুৰে-কৰ্ব্বৰে—ৰাক্ষস ৰূপ বাঘে। জনক-কনী—জনক-কন্যা অৰ্থাৎ সীতা।

—দোষী আমি অভাগিনী, ভৎ'সিলোঁ তোমাক
বিনা দোষে—, যদি নোহে দয়া মোৰ প্ৰতি ;
তব প্ৰিয় ভ্ৰাতৃ নামে দিলোঁ, হে দেৱৰ
দোহায় ; আসিয়া শীঘ্ৰ, ভ্ৰাতৃ মুখ চাই,
নিস্তাৰাহি নিমাখিতা সীতা, বীৰবাহু !"
"হায় হায় ! ৰঘুমণি কিমতে জানিব
হৰিলে যে মোক দুষ্ট লঙ্কাৰ ৰাৱণে ;
কোনে দিব বাৰ্ত্তা ইটো, কোনে দিব হায়
প্ৰভুৰ চৰণে ? দেব সদাগতি ! তব
সদা গতি সৰ্ব্ব স্থানে ; 'লঙ্কাৰ ৰাৱণে
হৰিলে জানকী,' এই বাৰ্ত্তা কৃপা কৰি
পশোৱা প্ৰভুৰ কৰ্ণে ; জীৱৰ জীৱন
তুমি দেব, জানকীক কৰা জীৱ দান
এই উপকাৰ কৰি,—মিনতি চৰণে
বিহায়-বিহাৰী পক্ষি ! প্ৰাৰ্থিছোঁ কাতৰে,
যোৱা দ্ৰুতগতি উড়ি সীতাকান্ত যথা,
কোৱা ই সম্বাদ নাথে, 'লঙ্কাৰ ৰাৱণে
হৰিলে জানকী' । যত তৰু লতা বন
জীৱকুলাশ্ৰয়, যৱে লইব আশ্ৰয়
তোমাসাৰ ছায়াতলে জানকী-জীৱন
হুইয়া ভ্ৰমণশ্ৰান্ত, 'লঙ্কাৰ ৰাৱণে
হৰিলে জানকী,' সবে কবা ই বাতৰি
হে বন কুসুম ! তুমি আদৰৰ ধন
সীতাৰ ; তোমাক সীতা ধৰিছিলে শিৰে
সতত ; প্ৰভুৰ সঙ্গে যদি হয় দেখা
কহিবা কৰুণা কৰি, 'লঙ্কাৰ ৰাৱণে
হৰিলে জানকী,'—এই অভাগী প্ৰাৰ্থনা ।"
"হে ৰাক্ষস ! নাই কিবা ধৰ্ম্মভয় তোৰ ?

হুয়া লঙ্কাপুৰেশ্বৰ ৰাক্ষসৰ নাথ
হৰ পৰ নাৰী। নাই লাজ তোৰ মনে ?
এয়ে কি গৌৰব ? হায়, তোহেন পাপীক
কিমতে ধৰিছে বক্ষে জননী ধৰণী ?
ৰে' পাপি ! পড়োক তোৰ দশশিৰ ব্যাপি
অশনি আকাশ হন্তে। এৰি দে নির্ম্মম !
এৰি দে মিনতি কৰোঁ ; প্ৰভু কোপানলে
নহলে সকুলে তুষ্ট পাইবি পতন ;
অথবা, অনলে কিম্বা সলিলে প্ৰবেশি
অন্তিবোঁ ই দেহ মোৰ ; কদাপি পামৰ
নফলে যি আশা কৰি হৰিছ ছলেৰে।”
শুনিয়া নিৰাশ বাণী বিষাদিনী মুখে
বিষণ্ণ হৃদয় ময়-নন্দিনী-ৰমণ
লঙ্কেশ্বৰ মনে মনে স্তুতিলা মহেশে,
“ৰাৱণ তোমাৰ দাস বিদিত সংসাৰে
বিশ্বেশ্বৰ ! বিষধৰ ধৰিলা ভূষণ
দেহে, কিবা দিবে ফল তব ভক্তজনে,
হলাহল ? শক্তিনাথ, ভক্তিৰ সাগৰ
ভক্ত চিত্ত ; তুমি তথা মন্দৰ ভূধৰ ;
শৰীৰ ভুজঙ্গগণ ৰজ্জুৰ স্বৰূপ।
মথিলে সমুদ্ৰ এই, এই গিৰিযোগে,
এই ৰজ্জু ধৰি ; প্ৰভু, ফলে কিবা ফল
কালকূট ? যথা হায় সমুদ্ৰ মন্থনে
পুনৰ্ব্বাৰ তবাদেশে, ফলিল গৰল ?
নহলে কি, মহেশ্বৰ !—চিৰদাস আমি
তোমাৰ ; নাজানো আনে—, মোৰ খ্যাত কুলে

---

অশনি—বজ্ৰ।

ইহেন লাঞ্ছনা ঘটে ? যায় নাক কাণ
নৰ হাতে সোদৰীৰ ? হাসয় জগতে ?
থাকিলে কি কৃপা তব এই ভৃত্য প্ৰতি,
পশুপতি ! বনপতি বীৰ ভ্ৰাতৃদ্বয়
দ্বিৰদ সদৃশ, বন-ৰক্ষোবল সহ
হয় ক্ষয় ? শুনো পুনঃ গালি নাৰী মুখে ?
যদি নোহে কৃপা তব এই দাস হেতু,
বৃথা ভক্তি আৰাধনা পদম্বুজে তব
নিয়ত ভৃত্যৰ তবে ; বৃথা তেন্তে, প্ৰভু,
ভোলানাথ দাস মোক বোলে সৰ্ব্বজনে।
তব কোপানলে পুড়ি অনঙ্গ অনঙ্গ
হুইছিলে ; কি যে ভাগ্য, লভিয়া মৰণ,
পাইলে জীৱন পুনঃ। পীড়ে দাসে এবে
তব ৰিপু, ৰিপুঞ্জয় ! কৰিও কৰুণা
কিঙ্কৰক, কায়ে মনে শ্ৰীপদে অৰ্পিত
নিয়ত। হে নীলকণ্ঠ ! নীলকায়ে মম
শোভে যেন হেমময়ী ই নাৰী-মালিকা,
ভজে যেন তব ভৃত্যে সীতা সীমন্তিনী।"

---

মালিকা—মালা।

# লঙ্কাৰ সম্বাদ কি ?

বেনাৰ গাঁও আৰু কুমাৰী গাঁও নামে দুখন ওচৰাওচৰি গাঁও আছিল। গাঁও দুখনৰ মাজত মিল নাছিল ; সদাই ইখানে সিখানৰ, আৰু সিখানে ইখানৰ নিন্দা কুৎসা কৰি থাকে। দৈবাৎ বেনাৰ গাঁৱৰ দৰা এটালৈ কুমাৰী গাঁৱৰ কন্যা এজনী দিয়াৰ বন্দোবস্ত হ'ল। বিয়াৰ দিনা দৰা ঘৰীয়া মানুহৰ লগত কন্দল কৰিবৰ মনেৰে কুমাৰী ( অৰ্থাৎ কন্যাৰ ) গাঁৱৰ ডেকা কিছুমানে আলচ পাতিলে। বেনাৰ গাঁৱৰ মানুহ দৰাৰ লগত নিশা বিয়ালৈ আহোঁতে, বাটতে কুমাৰীগঞা ডেকাবিলাকে আগচি ধৰি সুধিলে, "লঙ্কাৰ সম্বাদ কি ?" বান্দৰবিলাক ৰামৰ লগত লঙ্কালৈ গৈছিল আৰু সেই নিমিত্তে লঙ্কাৰ সকলো কথা জানিছিল। কুমাৰীগঞাইঁতে "লঙ্কাৰ সম্বাদ কি"—এই প্ৰশ্নৰ দ্বাৰাই বেনাৰগঞাইঁতক প্ৰকাৰান্তৰে বান্দৰ বুলিছিল। বিয়াখনত বুঢ়া মানুহবিলাক আগত গৈছিল ; কুমাৰীগঞাৰ "লঙ্কাৰ সম্বাদ কি" প্ৰশ্ন শুনি বুঢ়াবিলাকে কলে, "আমাৰ পাছত আদহীয়াসকল আহিছে, তেওঁলোকক সুধিবা। আমাক বাট এৰি দিয়া।" কুমাৰীগঞাইঁতে তেওঁলোকক বাট এৰি দি আদহীয়াবিলাকক লগ পাই উক্ত প্ৰশ্ন কৰিলে। তেওঁলোকে উত্তৰ দিলে, "আমাৰ পাছত ডেকাসকল আহিছে, তেওঁলোকক সুধিবা।" ডেকা দলক লগ পাই কুমাৰীগঞাই পুনৰ প্ৰশ্ন কৰিলে, "লঙ্কাৰ খবৰ কি ?" ডেকা দলৰ এজনে উত্তৰ কৰিলে, "আমাক বিয়াৰ থললৈ এতিয়া যাব দিয়া ; সভাত তোমালোকৰ প্ৰশ্নৰ উত্তৰ দিম।" এই বুলি কোৱাত কুমাৰীগঞাইঁতে হেঙাৰ এৰি দিলে। দৰা ঘৰীয়া মানুহ যেতিয়া কন্যা ঘৰত বহিল, আৰু সভাস্থল স্থিৰ হ'ল তেতিয়া দৰা ঘৰীয়া উক্ত ডেকাজনে থিয় দি কলে, "বাইজসকল, আমি বাটত আহোঁতে কুমাৰীগঞা ডেকাইঁতে আগচি ধৰি আমাক প্ৰশ্ন কৰিছিল, "লঙ্কাৰ খৱৰ কি ?" পাছে মই কলোঁ যে তাৰ উত্তৰ সভাস্থলত দিম। এই বুলি কোৱাত আমাক বাট এৰি দিলে। সেই প্ৰশ্নটোৰ

উত্তৰ মোৰ প্ৰতিজ্ঞা মতে এতিয়া মই দিব লগীয়া হৈছে। আপোনাসকলে মোৰ কথালৈ যেন কাণ কৰে, এই প্ৰাৰ্থনা। মই এটা দুখীয়া মানুহ, খোৱা পিন্ধাত বৰ কষ্ট ; এসাজ খাই এসাজ লঘোণে থাকোঁ। মোৰ ঘৰৰ মানুহজনীয়ে দুঃখ সহিব নোৱাৰি মোক কলে, 'আমিনো সদাই ইয়াত কষ্ট পাই কিমান থাকিম, লঙ্কাখান বোলে সুবৰ্ণৰ, তুমি যদি তালৈকে গৈ এচপৰা সোণ আনিলাহেঁতেন, তেনেহলে আমাৰ কষ্ট গুচিলহেঁতেন।' তেওঁৰ কথাবাৰত মোৰ মন লাগিল, লঙ্কালৈ গৈ কিছু সোণ আনিলেইতো দুঃখ দূৰ হয়। ইয়াকে ভাবি ঘৈণীয়ে বান্ধি দিয়া পিঠাগুৰি আৰু আঠিয়া কল কেইটামান বাটৰ সমল কৰি লৈ লঙ্কালৈ ৰাওনা হলোঁ। কেইবা দিনৰ মূৰত লঙ্কা পালোঁগৈ। লঙ্কাপুৰীলৈ সোমোৱা বাট-ঘৰতে দেখিলোঁ। বীৰ হনুমানক ডিঙিত শিকলি লগাই বান্ধি থৈছে ; মানুহৰ ঘৰত শিকলি লগাই বান্ধি থোৱা পোহনীয়া বান্দৰে যেনেকৈ ইফাল সিফালকৈ খোজ চলাই থাকে, সেইদৰে বীৰ হনুমানেও ডিঙিত শিকলিৰ সৈতে ইফাল সিফালকৈ টহলি আছে। মোক দেখা পাই তেওঁ আলহ-উলহকৈ মাতিলে, "আহা বোপাই আহা, তুমি নৰলোকৰপৰা আহিছা, তোমাক দেখি বৰ সন্তোষ পালোঁ। তুমি মোৰ প্ৰভু শ্ৰীৰামচন্দ্ৰৰ দেশৰপৰা আহিছা। মোৰ এই দুৰ্দ্দশা দেখিছাই ; ডিঙিত শিকলিৰ বান্ধ লৈ বন্দী হৈ আছোঁ ; মোৰ এই দুঃখৰ কথা মোৰ দেশৰ পো-নাতিহঁতক কবাগৈ।" এই কথা শুনি মই কলোঁ, আপোনাৰ পো-নাতিয়েকহঁত নো কোন আৰু ক'ত থাকে মই নাজানো। মই তেওঁলোকক বাতৰি কবলৈ কেনেকৈ চিনি পাম? মোৰ এই কথা শুনি হনুমান বীৰে কলে, "তাৰ নিমিত্তে তুমি চিন্তা কৰিব নালাগে। মোৰ পো-নাতিহঁতক তুমি বিচাৰিবও নালাগে, চিনি পাবও নালাগে ; তুমি লঙ্কাৰপৰা গলে সিহঁতে নিজেই তোমাক লগ ধৰি তোমাক "লঙ্কাৰ খবৰ কি?" বুলি সুধিব ; তেওঁবিলাকেই মোৰ পো-নাতি বুলি জানিবা। বাইজসকল, যিবিলাক ডেকাই আজি "লঙ্কাৰ খবৰ কি" বুলি আমাক বাটত প্ৰশ্ন কৰিছিল তেওঁলোকেই বোধকৰোঁ বীৰ হনুমানৰ পো-নাতি। যদি

সেয়েই হয়, তেন্তে তেওঁলোকক কওঁ যে তেওঁলোকৰ পিতা, পিতামহ বা প্ৰপিতামহ (যাৰ যেনে সম্বন্ধ) বীৰ হনুমানক লঙ্কাৰ ছুৱাৰত ছুৱৰী কৰি ডিঙিত শিকলি লগাই কোনোবাই বান্ধি থৈছে।"

ডেকাজনৰ এই বুদ্ধিৰ উত্তৰটি শুনি বেনাৰগঞ্জাইঁতে হাঁহিবলৈ ধৰিলে, আৰু কুমাৰী গাঁৱৰ প্ৰশ্ন কৰা ডেকাইঁত লাজ পাই মূৰ পৰিল।

# মণ্ডুৰ

নগাঁও জিলাৰ পাথৰিগাঁৱত মণ্ডুৰ নামে এটি মানুহ আছিল। এবছৰৰ পাছতে তেওঁৰ বাপেক ঢুকাল। বাপেকে অধিক সম্পত্তি ৰাখি যোৱা নাছিল। বাপেকৰ উপাৰ্জ্জিত ১০ জনী গৰু, আৰু ২০ জনী ছাগলী মাত্র মণ্ডুৰে পাইছিল; তেওঁৰ ভাল আপডালত সিহঁতৰ পৰাই বছৰে বছৰে সংখ্যা বাঢ়িবলৈ ধৰিলে। ৩০ বছৰৰ পাছত ২৫০ জনী গৰু আৰু ৫০০ জনী ছাগলী হ'ল। মণ্ডুৰে সিহঁতক চৰাবলৈ গৰখীয়া আৰু খীৰাবলৈ দোঁৱতী নিযুক্ত কৰিলে। গাখীৰৰপৰা চানা, মাখন আৰু ঘিউ প্রস্তুত কৰি বেচিবলৈ ধৰাত মণ্ডুৰ ক্রমে ধনী হবলৈ ধৰিলে। তেওঁৰ ঘৰত কোনো অনাটন নোহোৱা হ'ল। তেওঁৰ উন্নত অৱস্থাত গাঁৱৰ মানুহৰ ঈৰ্ষা উপজিল আৰু কবলৈ ধৰিলে, মণ্ডুৰ ভাগ্যৱান পুৰুষ, তেওঁৰ ঘৰ সকলো বস্তুৰে প্রতুস; সংসাৰ তেওঁৰ পক্ষে সুখময় হৈছে।

অৱস্থাপন্ন লোকসকলে মণ্ডুৰৰ কথা শুনি তেওঁৰ লগত চিনাকি হ'ল। দূৰ-দূৰান্তৰৰ মানুহো তেওঁৰ ঘৰলৈ আহিবলৈ ধৰিলে। তেওঁ অভ্যাগত লোকসকলক অতি সাদৰে ৰাখিছিল, আৰু তেওঁলোকৰ খোৱা-বোৱাৰ যত্ন কৰিছিল। যেয়ে যি সময়তে আহক বা নাহক, তেওঁৰ ঘৰত ভাল দৈ গাখীৰ, এৱাঁ গাখীৰ, মাখন, ক্ষীৰ ইত্যাদি আছেই আছে। কেতিয়াবা অতিথিৰ অৰ্থে পঠাটো খাহীটো, সৰহ অতিথি হলে দুটা তিনিটাকৈও মৰা হৈছিল।

মণ্ডুৰৰ দুটা ল'ৰা আৰু এজনী ছোৱালী আছিল; কেউটাৰে বিয়া হ'ল। মণ্ডুৰৰ অৱস্থা যেতিয়া বেয়া আছিল, তেতিয়া পুতেকহঁতে তেওঁৰ লগত কাম কৰিছিল, আৰু গৰু-ছাগলী ৰাখিছিল। কিন্তু যেতিয়াৰপৰা তেওঁ ধনী হবলৈ ধৰিলে, পুতেক দুটি নষ্ট হ'ল। ডাঙৰটো পুতেকে মদত ধৰি মহা মদপী হ'ল। লগৰীয়া মদপীৰ লগত মৰামৰি কৰি তেওঁ প্রাণ হেৰুৱালে। সৰুটো পুতেকৰ ঘৈণীয়েক

মইমতালি স্বভাৱৰ আছিল ; পুতেকে তাইৰ কথা শুনি শুনি বাপেকক নমনা হ'ল, আৰু লগে থাকিব নোৱাৰাত পৰিল।

মঞ্জুৰে গৰু-ছাগলী আৰু অন্যান্য সম্পত্তিৰ ভাগ দি আৰু অইন ঘৰ-দুৱাৰ দি পুতেকক বেলেগ কৰিলে। এই বিভাগত মঞ্জুৰৰ সম্পত্তিৰ পৰিমাণ কমি গ'ল। ইয়াৰ পাছতে মৰক হৈ তেওঁৰ বহু গৰু ছাগলী মৰিল, খেতিও সেই বছৰ গোটেই বেয়া হ'ল। তেওঁৰ বহু মাটি আছিল, তাৰ খাজানাৰ বাবে তেওঁৰ ভাল ভাল গৰু আৰু গাই ক্রোকত গ'ল। তেওঁৰ অৱস্থা ক্রমে হীন হবলৈ ধৰিলে ; তেতিয়া তেওঁৰ বয়স ৭০ বছৰ ; পৰিশ্রম কৰিবলৈকো তেওঁৰ শৰীৰত সিমান শক্তি নাছিল। যি অলপ গৰু-ছাগলী কানি-কাপোৰ আৰু আন সম্পত্তি আছিল তাকে বেচি কেই বছৰমান জীৱন নির্ব্বাহ কৰিলে। কেনিনো কেনেকৈ তেওঁৰ বিপুল সম্পত্তি গ'ল তাৰ যেন তেওঁ গমকে নাপালে। শেহত চাকৰি নকৰিলে কোনোৰূপে গা নোৱোৱাত পৰিল। তেওঁৰ থকাৰ ভিতৰত, তেওঁৰ ঘৈণীয়েক মালতী আৰু গাত লোৱা কাপোৰ কেই ডোখৰমান। তেওঁৰ বেলেগ হোৱা পুতেকটি দূৰ দেশলৈ উঠি গ'ল আৰু জীয়েক মৰিল।

মঞ্জুৰ আৰু মালতীৰ অৱস্থা দেখি, তেওঁলোকৰ ওচৰ-চুবুৰীয়া নীলকান্তৰ মনত দয়া উপজিল। নীলকান্ত দুঃখীয়াও নহয় ধনীও নহয় ; কষ্ট নোহোৱাকৈ সংসাৰ চলাই আছিল। মঞ্জুৰৰ পূর্ব্বৰ আতিথ্য আৰু বদান্যতা সুঁৱৰি, আৰু বর্ত্তমান অৱস্থাত দুঃখ লাগি তেওঁ কলে, "মঞ্জুৰ, আহাঁ, তুমি ঘৈণীয়েৰাৰ সৈতে আমাৰ লগতে থাকাঁহি। জহকালি মোৰ তিয়ঁহ-চিৰালৰ খেতিতে তোমাৰ শক্তিমতে যি হয় কাম কৰিবা আৰু জাৰকালি মোৰ গৰু-গাইবিলাক চৰাবা। মালতীয়ে গাইবিলাক খীৰাব, আৰু গাখীৰৰপৰা মাখন ঘিউ ইত্যাদি কৰিব। তোমালোকক মই খাব পিন্ধিবলৈ দিম। তোমাক কোনো বস্তু লাগিলে মোক কবা, মই দিম।"

মঞ্জুৰে নীলকান্তৰ কথাত বৰ বাধিত হৈ, ঘৈণীয়েকৰ সৈতে তেওঁৰ ঘৰত কাম কৰিবলৈ মান্তি হ'ল। কিছুমান দিনলৈ এই অৱস্থা তেওঁ-

লোকৰ মনত কষ্টকৰ যেন লাগিছিল; কিন্তু অভ্যাসত সি সহনীয় হৈ উঠিল; আৰু তেওঁলোকে সামৰ্থ্য অনুসাৰে কাম কৰিবলৈ ধৰিলে। তেওঁলোকে পূৰ্ব্বে নিজে প্ৰভুত্ব কৰি অহা মানুহ, সেই নিমিত্তে কোন কাম কেনেকৈ চলাব লাগে তাক জানি নীলকান্তৰ ঘৰত আসোঁৱাহ নোহোৱাকৈ কাম চলাইছিল আৰু কাম কৰিছিল। এনে গুণৰাকী মানুহ পাই নীলকান্ত বৰ আনন্দিত হলেও, সুখৰ অৱস্থাৰপৰা নামি আহি মানুহ যে ইমান হীন অৱস্থাত পৰিব পাৰে এই কথা ভাবি তেওঁৰ মনত কষ্ট লাগিছিল। এদিন নীলকান্তৰ ঘৰলৈ তেওঁৰ সম্বন্ধীয়া কেইজনমান আলহী আহিল। নীলকান্তই এটা পঠা মাৰিবলৈ মঞ্জুৰক আদেশ কৰিলে। মঞ্জুৰে পঠা এটা মাৰি কাটি-বাছি মাংসৰ আঞ্জা ৰান্ধি অতিথিসকলৰ নিমিত্তে পঠাই দিলে। অতিথি কেইজনে নানা কথা-বাৰ্ত্তা পাতি খাই থাকোঁতে মঞ্জুৰক সেই পোনে যোৱা দেখি নীলকান্তই অতিথি এজনক সুধিলে, "এতিয়া যে এই পিনে মানুহটো গ'ল মন কৰিলে নে?"

অতিথিয়ে কলে, "মন কৰিলোঁ, কিয়নো? কিবা বিশেষত্ব আছে নেকি?"

নীলকান্তই কলে, "আছে। আমালোকৰ ভিতৰত তেওঁ এজন বৰ ধনী মানুহ আছিল। তেওঁৰ নাম মঞ্জুৰ। তেওঁৰ বিষয়ে বোধ কৰোঁ শুনিব পোৱা।"

অতিথি—"তেওঁৰ কথা শুনিছোঁ; তেওঁক আগেয়ে দেখা নাই, কিন্তু তেওঁৰ যশ বহুদূৰলৈকে ফুটি-ফাটি গৈছিল।"

নীলকান্ত—"হয়; এতিয়া কিন্তু তেওঁৰ একো সম্পত্তিয়ে নাইকিয়া হ'ল। এতিয়া তেওঁ মোৰ ঘৰতে চাকৰ কাম কৰে; আৰু ঘৈণীয়েকে গাই খীৰায় আৰু অইন কাম কৰে।"

অতিথি এই কথা শুনি অতি আচৰিত হ'ল। তেওঁ দুখ প্ৰকাশ কৰি মূৰ লৰাই জিভাৰে টকলিয়াব ধৰিলে আৰু কলে, "ভাগ্য চক্ৰবৎ; ই কাকো তোলে, কাকো পাৰে। তেওঁৰ যথা সম্পত্তি নষ্ট হোৱাত তেওঁ দুখ নকৰে নে?"

নীলকান্ত—"কব নোৱাৰোঁ। তেওঁ শান্তভাৱে ভালৰূপে কাম-বন কৰি থাকে।"

অতিথি—"তেওঁৰ লগত কথা হব পাৰোঁ নে? তেওঁৰ জীৱন সম্বন্ধে তেওঁক কথা সুধিবলৈ মোৰ মন গৈছে।"

"কথা হব নোৱাৰিবা কিয়?" এই বুলি নীলকান্তই বুঢ়াটিক 'বাপ' বুলি মাত দিলে। চাকৰ কাম কৰিলেও মঞ্জুৰক নীলকান্তই সম্ভ্ৰম কৰি 'বাপ' বুলি মাতিছিল।

মতা শুনি মঞ্জুৰ ঘৈণীয়েকৰ সৈতে ঘৰৰ ভিতৰলৈ গ'ল। তেওঁ ঈশ্বৰক স্মৰণ কৰি দুৱাৰৰ গুৰিতে বহিল; আৰু ঘৈণীয়েক আঁৰ-কাপোৰৰ সিফালে গৃহিণীৰ ওচৰত বহিলগৈ।

এপিয়লা চাহ মঞ্জুৰক দিয়া হ'ল। মঞ্জুৰে পিয়লাটি লৈ অতিথি সকললৈ সৎ ইচ্ছা জনাই অলপ চাহ খাই পিয়লাটি মাটিত থলে।

যি জন অতিথিয়ে কথা হব খুজিছিল তেওঁ মঞ্জুৰক কলে, "মোমা, আমাক দেখি তোমাৰ চাগৈ দুখ লাগিছে; তোমাৰ আগৰ সুচল অৱস্থা আৰু এতিয়াৰ দুঃখাৱস্থা বোধ কৰো মনত পৰিছে।"

মঞ্জুৰে মিচিকিয়াই হাঁহি উত্তৰ কৰিলে, "সুখ নো কি আৰু দুখ নো কি? মই যদি তোমাক কওঁ, তুমি মোক নপতিয়াবা। এতেকে মোৰ ঘৈণীক সোধা। তেওঁ তিৰোতা মানুহ; তেওঁৰ পেটে মুখে একে; তেওঁ সকলো কথা সঁচাকৈ কব।"

অতিথিয়ে ভিতৰৰ ফালে চাই কলে, "মামী, তোমালোকৰ আগৰ অৱস্থা বৰ্ত্তমান অৱস্থাৰ লগত তুলনা কৰিলে মনত কেনে ভাব হয়?"

মালতী—"মই ইয়াকে ভাবোঁ, ৫০ বছৰ আমি দুয়োৱে সুখ বিচাৰিয়েই আছিলোঁ, কিন্তু সুখ নাপালোঁ। যোৱা এই দুবছৰ মাথোন, যেতিয়াৰপৰা এই চাকৰ চাকৰণীৰ কামত সোমাইছোঁ আমি প্ৰকৃত সুখ অনুভৱ কৰিছোঁ; এই বৰ্ত্তমান অৱস্থাতকৈ আমি একো ভাল নিবিচাৰোঁ।"

এই কথা শুনি গৃহস্থ আৰু অতিথি কেইজনে আচৰিত মানিলে। কথা কোৱা অতিথি কেইজনে বুঢ়াটীক চাবৰ মনেৰে আঁৰকাপোৰখান

আঁতৰাই দিলে। বুঢ়ীয়ে হাতযোৰকৈ থিয় হ'ল; গিৰিয়েকৰ ফালে হাঁহিমুখে চালে, আৰু গিৰিয়েকেও তেওঁৰ ফালে সেইভাৱে চালে। পাছত বুঢ়ীয়ে কলে, "মই ধেমালি বা কপটতা কৰা নাই, সঁচা কথা কৈছোঁ। ৫০ বছৰ আমি ধনী আছিলোঁ, কিন্তু ইমান কালৰ ভিতৰত সুখ নাপালোঁ। এতিয়া আমাৰ একো নোহোৱা হৈ পৰৰ চাকৰি কৰাতেই সুখ লাভ কৰিছোঁ। ইয়াতকৈ ভাল আমাক একো নালাগে।"

অতিথি—"তুমি নো কিহত সুখ পাইছা?"

মালতী—"যেতিয়া আমি দুয়ো ধনী আছিলোঁ, আমি সকলো বিষয়ে ইমান চিন্তা কৰিব লাগিছিল যে দুয়ো অলপ বহি কথা পাতিবলৈ, নিজ আত্মা সম্বন্ধে ভাবিবলৈ, বা ঈশ্বৰচিন্তা কৰিবলৈকো আজৰি নাপাইছিলোঁ। আলহি আহিলে তেওঁলোকক কি খুৱাম-খুৱাম আৰু কি বস্তু দান স্বৰূপে দিম, কিবাজানি তেওঁলোকে আমাৰ অপযশ ৰটনা কৰে এই বিলাককে ভাবি থাকোঁ। আলহী গলে, চাকৰ-বন্ধাবিলাকৰ কামলৈ মন কৰিব লগীয়া হয়; সিহঁতে কামত ক্ৰুটি কৰে, কিন্তু খাবলৈ বিচাৰে ভাল; আমি যিমান পাৰোঁ সিহঁতক মৰি-মুজি কামত খটুৱাবলৈ বিচাৰোঁ। এইদৰে পাপ আৰ্জ্জিলোঁ। আকৌ বাঘে গৰু-ছাগলী মাৰে বুলি, চোৰে চুৰকৈ নিয়ে বুলি মনত সদায় ভয়। নিশা সাৰে থাকোঁ; গোহালিত অলপ শব্দ হলেই বাৰে বাৰে উঠি আহি চাওঁ। এটা চিন্তা আঁতৰ হলে আন এটা চিন্তা আহি পৰে, যেনে খৰালি ঘাঁহ-বন শুকাই গলে গৰু ছাগলীক কি খুৱাম, বা বাৰিষা পানী উঠিলে সিহঁতক ক'ত থম, ক'ত চৰাম ইত্যাদি। ইয়াৰ বাহিৰে, স্বামীৰ লগত মোৰ মতভেদ হয়; তেওঁ একৰূপ কৰিব খুজিলে মই অন্যৰূপ কৰিব খোজোঁ, তাতে দ্বন্দ হয় আৰু দ্বন্দৰ ফল—পাপ। এইদৰে আমি এটা জঞ্জালৰপৰা অইন এটাত পৰোঁ; এটা পাপৰ পাছত অইন এটা কৰোঁ; সুখ কিন্তু নাপালোঁ।"

অতিথি—"এতিয়া একা?"

মালতী—"এতিয়া স্বামী আৰু মই পুৱা উঠি দুইকো দুয়ো

ভাল মুখে মতা-বোলা কৰোহঁক; শান্তিৰে থাকোহঁক; দন্দ-খৰিয়াল কৰিবৰ নিমিত্তে এতিয়া একো হেতু নাই। আমালোকৰ গৰাকীক শুশ্ৰূষা কৰাৰ বাহিৰে আমি একো ভাবিব নালাগে। আমাৰ শক্তিৰ জোখাই কাম কৰোঁ আৰু তাক এনে ইচ্ছাৰে কৰোঁ যেন আমাৰপৰা গৰাকীৰ হানি নহৈ লাভ হয়। কামৰপৰা আহি সুপৰীয়া আৰু গধূলি খোৱা বস্তু সকলো প্ৰস্তুত পাওঁ। জাৰকালি জুই পুৱাবলৈ খৰি পাওঁ, গাত লবলৈ কাপোৰ পাওঁ। কথা-বাৰ্ত্তা পাতিবলৈ, আত্মা সম্বন্ধে ভাবিবলৈ, আৰু ঈশ্বৰৰ নাম-কীৰ্ত্তন কৰিবলৈও সময় হৈছে। আঠৈকুড়ি বছৰ সুখ বিচাৰোতে এতিয়াহে পাইছোঁ।”

আলহী কেইজনে হাঁহিবলৈ ধৰিলে।

মঞ্জুৰে কলে, “বন্ধুসকল, নাহাঁহিবা। এইটি উপলুঙা কৰিব লগা বিষয় নহয়, জীৱনৰ ইয়েই সাৰ আৰু সত্য কথা। আমি বৰ মুৰ্খ যে সম্পত্তি নষ্ট হোৱাত প্ৰথমে বেজাৰ কৰিছিলোঁ। যি সত্য, তাকে ভগৱানে এতিয়া আমাক দেখুৱাইছে। এই কথা নিজক প্ৰবোধাবলৈ বুলি কোৱা নাই। তোমালোকৰ ভালৰ অৰ্থে কৈছোঁ।

আলহীসকলৰ মুখৰ হাঁহি মাৰ গ’ল; তেওঁলোক ভাবযুক্ত হৈ ৰ’ল।

# মেতোৰৰ সাধু

এজন ৰজাৰ এটা মেতোৰ আছিল। মেতোৰে তাৰ দৰমহা বৃদ্ধিৰ কাৰণে ৰজাক প্ৰাৰ্থনা জনাবলৈ বহু দিনৰপৰা ছল চাই ফুৰিছিল। দৈবাৎ এদিন ৰজাক সি অকলশৰীয়াকৈ বাৰীৰ ভিতৰত লগ পালে। দীঘল হৈ পৰি কৰযোৰ কৰি সি কলে, "মহাৰাজ স্বৰ্গদেৱ! মই বন্দীয়ে বৰ দুঃখ পাইছোঁ, স্বৰ্গদেৱে কৃপা নকৰিলে মোৰ উপায় নাই।"

ৰজা—"তোৰ কি হৈছে?"

মেতোৰ—"মই যি দৰমহা পাওঁ তাৰে মোক খাবলৈ নাটে। অনুগ্ৰহ কৰি যদি বন্দীৰ দৰমহা—" মেতোৰৰ কথা নৌ শেষ হওঁতেই ৰজাই কলে, "তোৰ দৰমহা বঢ়াই দিব লাগে? তই এতিয়া কিমান পাৱ?"

মেতোৰ—"মহাৰাজ! ১২ টকা পাওঁ।"

ৰজা—"১২ টকা দৰমহাই তোক নাটে? কিহত খৰচ কৰ?"

মেতোৰ—"মহাৰাজ! মোৰ দৰমহা চাৰিভাগ কৰোঁ; এভাগ ঋণ পৰিশোধ কৰাত খৰচ হয়, এভাগ ঋণ লগাওঁতে যায়, এভাগ অতিথি সেৱাত যায়, আৰু বাকী ভাগ দুষ্‌মনক (শত্ৰুক) খুৱাওঁতে খৰচ হয়; মোলৈ একো নেথাকে।"

ৰজাই মেতোৰৰ কথা শুনি মনে মনে ভাবিলে যে তাৰ ধাৰ আছে সেই কাৰণে এভাগ টকাৰে সেই ধাৰ মাৰে, ভবিষ্যৎ আয়ৰ নিমিত্তে এভাগ টকা ধাৰত লগাই সুদ আৰ্জ্জে, এভাগ টকাৰে অতিথি বা দুখীয়া মানুহক খুৱায়। এইখিনি ভাল কথাই। কিন্তু সি এভাগ টকাৰে শত্ৰুক খুৱায় কিয়? মনত সন্দেহ হৈ ৰজাই সুধিলে, "মেতোৰ! তোৰ কথাৰ অৰ্থ মই ভালকৈ বুজিব নোৱাৰিলোঁ, তই মোক ভাঙি কচোন।"

মেতোৰ—"মহাৰাজ! মোৰ আয়ে সৰুৰেপৰা মোক খুৱাই বুৱাই ডাঙৰ দীঘল কৰিলে, মই সেই নিমিত্তে তেওঁৰ ওচৰত ধৰুৱা।

সেই কাৰণে মোৰ এভাগ টকাৰে তেওঁক এতিয়া পোহপাল দি সেই ঋণ পৰিশোধ কৰি আছোঁ। মোৰ এটা ল'ৰা আছে ; তাৰ প্ৰতিপালনত এভাগ টকা খৰচ হৈছে, সেই টকা যেনিবা তাক ঋণ লগাইছোঁ। ঘৰলৈ কোনো আলহী আহিলে খুৱাব লাগে বা মগনীয়া আদি আহিলে অলপ ভিক্ষা দিব লাগে, তাত এভাগ টকা খৰচ হয়। মোৰ এজনী তিৰোতা আছে ; বাকী ভাগ টকা তাইৰ খোৱা পিন্ধাত যায় ; তিৰোতা মহা দুষ্‌মন ; সেই নিমিত্তে সেই ভাগ টকা দুষ্‌মনক খুৱাওঁতে যায় বুলি ধৰিছোঁ। মোৰ কথাৰ এয়ে অৰ্থ মহাৰাজ।"

ৰজা—"মই তোৰ কথাৰ অৰ্থ বুজিলোঁ, কিন্তু নিজৰ তিৰোতাজনী যে দুষ্‌মন এই কথা পতিয়াব নোৱাৰিলোঁ। যিহক তোৰ দৰমহা মই কুৰি টকালৈ বৃদ্ধি কৰি দিলোঁ ; কিন্তু কি বাবে বৃদ্ধি কৰিলোঁ, আৰু তোৰ মোৰ ভিতৰত যি কথা-বাৰ্ত্তা হ'ল এই কথা কাকো নকবি ; যদি এই কথা প্ৰকাশ পায় তেন্তে তোক শূলত দিম, নিশ্চয় জানিবি।"

"ভাল মহাৰাজ! মই এই কথা গুপুতেতে ৰাখিম ; কাকো নকওঁ।" এই বুলি মেতোৰে ৰজাক দণ্ডৱত কৰি বিদায় হ'ল। দৰমহা বৃদ্ধি হোৱাত মেতোৰৰ বৰ আনন্দ। সি সেই দিনা ডাঙৰ মাছ এটা কিনি ঘৰত বৰ আনন্দেৰে খালে। তাৰ বৰ আনন্দ দেখি ঘৈণীয়েকে সুধিলে, "তোমাৰ দেখোন আজি বৰ আনন্দ দেখিছোঁ, কি হৈছে?" মেতোৰে কলে, "ৰজাই মোৰ দৰমহা কুৰি টকালৈ বঢ়াই দিছে, কোন মেতোৰে ইমান দৰমহা পায়?"

মেতোৰক নিশা শুবৰ সময়ত ঘৈণীয়েকে সুধিলে, "তোমাৰ দৰমহা ৰজাই কিয় বঢ়াই দিলে?"

মেতোৰ—"সেইবিলাক কথা নুসুধিবি, ৰজাই মোক কবলৈ হাক দিছে।"

মেঃ ঘৈণী—"কোৱাচোন কিনো কথা ; মই কাকো নকওঁ।"

মেতোৰ—"মই কব নোৱাৰোঁ, সেইবিলাক কথা প্ৰকাশ হলে ৰজাই মোক শূলত দিব, ৰজাই মোক দঢ়াই দঢ়াই হাক দিছে।"

ঘৈণীয়েকে নেৰা নেপেৰাকৈ সুধি থকাত মেতোৰে উপায় নাপাই

তাইক সকলো কথা কলে, আৰু তাইক সেই কথা প্ৰকাশ কৰিবলৈ মানা কৰিলে, "তই যদি এইবিলাক কথা প্ৰকাশ কৰ, তেন্তে মোৰ প্ৰাণ যাব।" ঘৈণীয়েকে উত্তৰ কৰিলে, "মোক তেনে যেন দেখিছা নে? মোৰ জীৱটো থাকে মানে ই কথা ক'তো মুলিয়াওঁ।"

মেতোৰৰ লগত কথা-বাৰ্ত্তা হোৱাৰ পাছ দিনা ৰজাই সভাত বহি মন্ত্ৰীক কলে, "মন্ত্ৰী! মোৰ এটা প্ৰশ্ন আছে; তুমি তাৰ উত্তৰ ৭ দিনৰ ভিতৰত দিব লাগে; ঠিক উত্তৰ দিব নোৱাৰিলে তোমাক মন্ত্ৰী পদৰপৰা অবসৰ দিয়া যাব।"

মন্ত্ৰী—"কিবা প্ৰশ্ন মহাৰাজ?"

ৰজা—"এটা মানুহৰ দৰমহাৰ চাৰি ভাগৰ এভাগ ঋণ পৰিশোধ কৰাত খৰচ হয়; এভাগ দৰমহা ঋণ লগাওতে যায়; এভাগ অতিথি সেৱাত যায়; আৰু বাকী ভাগ দুষ্‌মনক (শত্ৰুক) খুৱাওতে খৰচ হয়; তালৈ একো নাথাকে। এই কথাৰ অৰ্থ ভাঙি মোক ৭ দিনৰ ভিতৰত তুমি কব লাগে; নহলে তুমি মন্ত্ৰী পদ হেৰুৱাবা।"

মন্ত্ৰীয়ে কথাটো শুনি প্ৰথমতে উজু হেন ভাবি কলে, "মহাৰাজ, এই কথাৰ উত্তৰ মই যথা সময়ত দিম।"

মন্ত্ৰী ঘৰলৈ গৈ কথাটোৰ উত্তৰ ভাবি চিন্তি একো থিৰ কৰিব নোৱাৰিলে। তেওঁৰ মন বিমৰ্ষ দেখি ঘৈণীয়েকে সুধিলে, "আপোনাৰ আজি মনটো মৰা কিয়?" মন্ত্ৰীয়ে ৰজাৰ প্ৰশ্নটো ঘৈণীয়েকক কলে; তাৰ উত্তৰ দিব নোৱাৰিলে ৭ দিনৰ মূৰত তেওঁ মন্ত্ৰী ভাগিব সেই কথাও কলে। মন্ত্ৰীৰ ঘৈণীয়েকে কলে, "আপুনি মহা বুদ্ধিমান, বুদ্ধিৰ বলতে আপুনি ইমান দিন মন্ত্ৰী হৈ আছে। এই প্ৰশ্নৰো উত্তৰ আপুনি উলিয়াব পাৰিব, ৭ দিন সময় আছে ভাবি গুণি চাওক।"

মন্ত্ৰীয়ে ভাবি ভাবি প্ৰশ্নৰ উত্তৰ ঠিক কৰিব নোৱাৰিলে। যেতেকতে দুই চাৰি দিনকৈ সময় যাব ধৰিলে, জোৰ পুৰি হাত পোৱাৰ নিচিনা মন্ত্ৰীৰ গাত তৰণি নোহোৱা হ'ল। তেওঁৰ ঘৰখনত আমোদ-আহ্লাদ নোহোৱা হ'ল। ঘৈণীয়েকৰ মন নিৰানন্দ, তেওঁ আগৰদৰে বেশ-ভূষা কৰিবলৈ এৰিলে।

ওপৰত কৈ অহা মেতোবৰ ঘৈণীয়েকে মন্ত্ৰীৰ ঘৰত চোতাল সাৰে আৰু পাইখানাৰ কাম কৰে। তাই মন্ত্ৰীৰ ঘৈণীয়েকক কেইদিনমানৰপৰা বৰ বিমৰ্ষ দেখি সুধিলে, "আই আপোনাৰ কি হৈছে? আগৰদৰে আপোনাক চাফ-চিকুন নেদেখোঁ; মুখত হাঁহি নাই; মন বিমৰ্ষ। আপোনাৰ কি হৈছে?" মন্ত্ৰীৰ ঘৈণীয়েকে আচল কথা নকৈ মুঠতে কলে যে মন ভাল লগা নাই।

মেতোবৰ ঘৈণীয়েকে আকৌ এদিনা অৰ্থাৎ ৰজাৰ খাটিকৰ ৬ দিনৰ দিনা মন্ত্ৰীৰ ঘৈণীয়েকক চকু লো টোকা দেখি সুধিলে, "আই, আপুনি কিয় সদায় দুঃখ কৰি আছে? আপোনাৰ কি হৈছে? সিদিনাও সুধিছিলোঁ আপুনি ভাঙি একো নকলে। আমি তিৰী মানুহ, তিৰী মানুহে শোক কৰি থকা দেখিলে মনে নসহে; সেই নিমিত্তেহে সুধিছোঁ; বিশেষ মই আপোনাৰ চাকৰণী; আপোনাৰ ঘৰত চাকৰি কৰি পেট প্ৰবৰ্ত্তাই আছোঁ।"

মন্ত্ৰীৰ ঘৈণীয়েকে দেখিলে যে মেতোৰণীজনীয়ে বাস্তৱিকেই তেওঁৰ দুঃখ দেখি মনত দুঃখ পাইছে। তেওঁ তেতিয়া ৰজাই মন্ত্ৰীক সোধা প্ৰশ্নটো মেতোৰণীক জানিবলৈ দি কলে, "এই প্ৰশ্নৰ উত্তৰ ৭ দিনৰ মূৰত অৰ্থাৎ কালিলৈ দিব নোৱাৰিলে মন্ত্ৰীৰ মন্ত্ৰীপদ যাব। মই আজি মন্ত্ৰীৰ ঘৈণী, কালিলৈ ভিখাৰিণী হব লাগিব।"

মেতোৰণী—"এ আই, এইটো মোৰ ঘৰৰে কথা দেখোন। ইয়াৰ উত্তৰ দিয়াত কি চিন্তা আছে? সেই কথা কৈয়েই মোৰ মানুহটোৱে ৰজাৰপৰা দৰমহা বঢ়াই পালে।"

মন্ত্ৰীয়নী—"কি কলি মেতোৰণী! তোৰ হাততে দেখোন মোৰ জীৱনটো! প্ৰশ্নৰ অৰ্থ মোক বুজাই কচোন।"

"মোৰ মানুহটোৱে এই কথাৰ অৰ্থ কাকো কবলৈ হাক দিছে; যিহক আপোনাক নকৈ নোৱাৰিলোঁ।" এই বুলি মেতোৰণীয়ে প্ৰশ্নৰ অৰ্থ ভাঙি কলে।

মন্ত্ৰীয়নীয়ে মেতোৰণীক উপযুক্ত বক্‌ছিছ্ দি বিদায় দিলে আৰু কলে, "মন্ত্ৰীয়ে যদি প্ৰশ্নৰ এই অৰ্থ ৰজাক কৈ মুক্তি পায় তেন্তে তোক আৰু ধন দিম।"

মন্ত্ৰীৰ আগত ঘৈণীয়েকে মেতোৰণীয়ে কোৱা কথা কলে ; দুইবো মনত বৰ আনন্দ হ'ল।

পিছদিনা মন্ত্ৰী ৰাজসভালৈ যোৱাত ৰজাই সুধিলে, "কি মন্ত্ৰী! মোৰ প্ৰশ্নটোৰ অৰ্থ পাইছা নে নাই? আজি শেষ দিন।"

মন্ত্ৰী—"মহাৰাজ, অৰ্থ ঠিক কৰিছোঁ। মাতৃৰ ওচৰত পুত্ৰ ধৰুৱা, সেই নিমিত্তে পুত্ৰই ডাঙৰ হৈ মাক-বাপেকক পোহপাল দিয়া অৰ্থে ঋণ পৰিশোধ কৰা। বাপেকে পুত্ৰক প্ৰতিপালন কৰাত যি টকা খৰচ হয় সেইখিনি জানিবা পুত্ৰৰ গাত ঋণ লগায়। গৃহস্থে অতিথি সেৱাত কিছু খৰচ কৰে ; সেইটি সাধাৰণ কথা, সকলোৱে বুজি পায়। স্বামীয়ে ঘৈণীয়েকক পোহপাল দিয়ে, সেইখিনি খৰচ দুষ্‌মনক খুৱাওতে খৰচ হোৱাৰ সমান ; তিৰোতাত বিশ্বাস নাই, সেই নিমিত্তে তাইক শত্ৰু-স্থলত ধৰা হৈছে।

ৰজাই প্ৰশ্নৰ উত্তৰ শুনি আচৰিত হ'ল। তেওঁ মনে মনে ভাবিলে, "এই কথা মই জানো আৰু মেতোৰটোৱে জানে ; মেতোৰে নকলে মন্ত্ৰীয়ে জানিবৰ উপায় নাই। মই হাক দিয়ালৈ ভয় নকৰি মেতোৰে অৱশ্যে সকলো কথা মন্ত্ৰীক ভাঙি কৈছে।" ৰজাই তেতিয়াই মেতোৰক ধৰাই আনি কলে, "যি কথাৰ নিমিত্তে তোৰ দৰমহা বৃদ্ধি কৰা হ'ল সেই কথাৰ অৰ্থ অন্যক প্ৰকাশ কৰিলে তোৰ প্ৰাণদণ্ড কৰিম বুলি কৈছিলোঁ ; তথাপি তই মোৰ কথালৈ ভয় নকৰি প্ৰকাশ কৰিলি। নহলে মন্ত্ৰীয়ে কেনেকৈ জানিলে? এতেকে তোক শূলত দিবৰ আজ্ঞা কৰিলোঁ।" এই কথা কোৱা মাত্ৰে কটোৱালে মেতোৰৰ হাতত হাতকড়া লগাই নিব খোজাত মেতোৰে কলে, "মহাৰাজ, মোৰ উপযুক্ত শাস্তি হৈছে ; মহাৰাজৰ হুকুম নামানি মোৰ তিৰোতাই বৰকৈ ধৰাত তাইক সেই কথা কৈছিলোঁ, কথা প্ৰকাশ পালে মহাৰাজ মোৰ প্ৰাণদণ্ড কৰিব এই বুলি তাইক বুলিয়াবলৈ দোহাই দোহাই মানা কৰিছিলোঁ ; তথাপি তাই প্ৰকাশ কৰি মোৰ মৰণ মিলালে। তিৰোতাক মই দুষ্‌মন বোলাত মহাৰাজে নপতিয়াইছিল। তিৰোতা দুষ্‌মন হয় নে নহয় মহাৰাজে এতিয়া ভাবি চাওক।"

ৰজাই ভাবিলে, "মেতোৰে যে তিৰোতা পোহা দুষ্‌মন পোহাৰ সমান বুলিছিল, আজি তাৰ গাতে ফলিয়ালে। মেতোৰৰ সিদ্ধান্ত বাস্তৱিকতে সঁচা।" তেওঁ তেতিয়া মেতোৰক প্ৰাণদণ্ডৰপৰা মুক্তি দিলে, আৰু মন্ত্ৰীবো মন্ত্ৰীপদ থাকিল।

# হোজা বেঙাসিং

এজন ধনী খেতিয়কৰ তিনিটা ল'ৰা আৰু এজনী ছোৱালী আছিল। ল'ৰা তিনিটাৰ নাম দিলীপসিং, খৰ্গসিং আৰু বেঙাসিং। ছোৱালীজনী আঁকৰী আছিল দেখি তাইক সকলোৱে আঁকৰী বুলি মাতিছিল। দিলীপে ৰাজ ঘৰত চিপাহী সোমাই যুদ্ধ কৰিবলৈ গ'ল; খৰ্গই এজন মুদৈৰ লগত বেপাৰ আৰম্ভ কৰিলে। বেঙা মূৰ্খ আছিল; সি নিজ মাটিত হাল বাই খেতি কৰিবলৈ ধৰিলে।

দিলীপৰ ক্ৰমে উন্নতি হৈ, সৈনিক বিভাগত তেওঁ ডাঙৰ কাম পালে। তেওঁ এজনী ভাল মানুহৰ ছোৱালী বিয়া কৰালে। তেওঁৰ দৰমহা সৰহ, সম্পত্তিও অধিক; তত্ৰাচ আয়-ব্যয় সমান; ৰাখিব নোৱাৰে। তেওঁ যি উপাৰ্জ্জন কৰে, ঘৈণীয়েকে খৰচ কৰি পেলায়, সেই নিমিত্তে তেওঁ টকা সাঁচিব নোৱাৰিছিল।

দিলীপে পাছে পিতাকৰ ঘৰলৈ গৈ কলে, "পিতা, তুমি ধনী, কিন্তু মোক একো দিয়া নাই। তোমাৰ যি আছে, তাক তিনি ভাগ কৰি, এভাগ মোক দিয়া; মোৰ খাট-পামৰ উন্নতি কৰোঁ।

বুঢ়াই কলে, "তই তোৰ উপাৰ্জ্জনৰ মোক একো দিয়া নাই, মই নো কিয় দিম? তোক দিলে বেঙা ভায়েৰা আৰু আঁকৰী ভনীয়েৰাই কেনেকৈ খাব?"

দিলীপ—"বেঙা মহামূৰ্খ, সি সম্পত্তিৰে কি কৰিব?"

বুঢ়া—"বাৰু তেন্তে বেঙাই কি কয় শুনা যাওক।"

বেঙা—"ককাইক যি লাগে নিয়ক।"

দিলীপে বাপেকৰ সম্পত্তিৰ ভাগ লৈ নিজ ঠাইলৈ গ'ল, আৰু পুনৰ ৰজাৰ তলত চাকৰি আৰম্ভ কৰিলে।

খৰ্গয়ো বহু ধন গোটাইছিল আৰু মুদৈ এজনৰ ছোৱালী বিয়া কৰাইছিল। তেওঁৰো ইমান খৰচ যে, ধনে নাটে। সেই নিমিত্তে তেওঁ পিতাকৰ ওচৰ চাপি কলে, "মোৰ ভাগ সম্পত্তি মোক দিয়া।"

বুঢ়াৰ কিন্তু খৰ্গকো ভাগ দিবৰ মন নাছিল। তেওঁ কলে, "তই তো এইখন ঘৰলৈ একো দিয়া নাই। এইখন ঘৰৰ সকলো বস্তু বেঙাৰ উপাৰ্জ্জন। মই তাৰ অন্যায় কৰিব নোৱাৰোঁ।"

খৰ্গ—"তাক কি লাগিছে? সি তো এটা গোট গৰু। তাৰ বিয়াও নহয়, তালৈ নো কোনে বিয়া সোমাব? বেঙা, মোৰ ফালে চা; শস্যৰ সমানে এভাগ মোক দে। মোক কোৰ, কটাৰী, হাল, গৰু একো নালাগে; কেৱল সেই বগী ঘোঁৰাজনী দে।"

বেঙাই হাঁহিবলৈ ধৰিলে আৰু কলে, "তোমাক যি লাগে নিয়া; মই হালবাই, কোৰ মাৰি আকৌ উপাৰ্জ্জন কৰিম।"

খৰ্গই শস্যৰ ভাগ পাই গাৰীবে কঢ়িয়াই লৈ গ'ল আৰু ঘোঁৰাজনীও নিলে।

বেঙাই নিজৰ আৰু মাক বাপেকৰ পোহপালৰ নিমিত্তে পুনৰ মনপুতি খেতিত ধৰিলে।

( ২ )

তিনিটা ককাইভাই দন্দ-হাই নোহোৱাকৈ এইদৰে বেলেগ হোৱা দেখি কলিৰ মনে নসহিলে; তেওঁ তিনিজনী যক্ষিনীক মাতি আনি কলে, "চাইঁকচোন, দিলীপ, খৰ্গ আৰু বেঙা এই তিনিটা ককাইভাইৰ ভিতৰত দন্দ কাজিয়া একো নাই। এই হেন কলিকালত সিহঁতৰ ভিতৰত সম্পত্তিৰ অৰ্থে কটাকট মৰামৰি হব লাগিছিল; সেয়ে নহৈ সিহঁতৰ ভিতৰত মিলাপ্ৰীতিয়ে হে দেখা দিছে। মই ভালপোৱা সকলোখিনি কথা বেঙায়ে নষ্ট কৰিলে। তহঁতে সিহঁতৰ পাছ ধৰ; যেতিয়ালৈকে ইটোৱে সিটোৰ চকু ঘুকি মুলিয়াই তেতিয়ালৈকে সিহঁতক নেৰিবি। মই যি কৈছোঁ কৰিব পাৰিবিহঁক নে?"

সিহঁতে কলে, "পাৰিম।" এই বুলি সিহঁতে এখন বিলৰ কাষলৈ গৈ তাত মন্ত্ৰণা কৰিবলৈ ধৰিলে। কোন্‌জনীয়ে কোন্‌টোক ধৰিব, আৰু তিনিও যি কাম কৰিলে তাক পৰস্পৰক জনাবলৈ কিমান দিনৰ মূৰত আকৌ বিলৰ কাষত গোট খাব তাক ঠিক কৰি ললে।

নিৰ্দ্দিষ্ট দিনত বিলৰ কাষত তিনিওজনী যক্ষিনী একেলগ হৈ কোনে কি কাম কৰিলে কবলৈ ধৰিলে। যি জনীয়ে দিলীপক ধৰিছিল তাই কলে, "মোৰ কাম ভালেই চলিছে; কালিলৈ দিলীপ বাপেকৰ কায চাপিবহি।"

লগৰীয়া দুজনীয়ে সুধিলে, "তই কি কৰিলি?"

প্ৰথম যক্ষিনী—"মই দিলীপক ইমান সাহী কৰি তুলিলোঁ যে তেওঁ ৰজাৰ নিমিত্তে সমুদায় সংসাৰ জয় কৰিবলৈ আগ বাঢ়িল। ৰজাই তেওঁক সেনাপতি বৰণ কৰি ভাৰতবৰ্ষৰ ৰজাৰ লগত যুদ্ধ কৰিবলৈ পঠালে। তেওঁ সেনাপতি হৈ যুদ্ধলৈ গ'ল; যুদ্ধৰ আগদিনা সৈন্যবিলাকৰ বাৰুদবিলাক মই সেমেকাই থলোঁ; আৰু ভাৰতবৰ্ষৰ ৰজাৰ ফালে অসংখ্য খেৰৰ সেনা সাজি দিলোঁ। যেতিয়া দিলীপৰ সেনাই দেখিলে যে শত্ৰুপক্ষৰ খেৰৰ সেনাই সিহঁতক আগুৰি ধৰিছে তেতিয়া সিহঁতে ভয় পালে। দিলীপে বন্দুক চলাবলৈ আদেশ কৰিলে; সেনাবিলাকে সেমেকা খাৰেৰে খঁজা বন্দুক টিপেহে টিপে, বন্দুক নচলে। দিলীপৰ সেনাবোৰ ভয়তে ভেড়াৰ দৰে পলাবলৈ ধৰিলে। বহুতে বিপক্ষৰ হাতত প্ৰাণ হেৰুৱালে। ৰজা-ঘৰত দিলীপৰ দুৰ্ণাম হ'ল; ৰজাই তাৰ সম্পত্তি কাঢ়ি ললে, আৰু কালিলৈ তাৰ প্ৰাণদণ্ড হব। মোৰ এতিয়া কেৱল এদিনৰ কাম বাকী আছে; বাপেকৰ ঘৰলৈ পলাই আহিবলৈ দিলীপক ফাটেকৰপৰা মুক্ত কৰিব পাৰিলেই হ'ল। তহঁতৰ কোনোবাজনীক সহায় কৰিব লাগিলে কালিৰপৰা মই সহায় কৰিব পাৰিম।"

খৰ্গৰ পাছ ধৰা যক্ষিনীয়ে কবলৈ ধৰিলে, "মোক সহায় নালাগে। মোৰ কাম সুচাৰুৰূপে চলিছে। খৰ্গই সাত দিনৰ অধিক আৰু চলিব নোৱাৰে। তাৰ লোভ ইমান বেছি হ'ল যে সি যিহকে দেখে তাকে কিনে। এইৰূপে বহুত বস্তু কিনোতে কিনোতে তাৰ সমুদায় ধন খৰচ হ'ল, তথাপি সি বস্তু কিনিবলৈ এৰা নাই। এতিয়া সি ধন ধাৰ কৰি খৰচ কৰিব লাগিছে। ধাৰ কাণে-মূৰে হৈছে; তাৰপৰা সি মুক্তি নাপায়। সপ্তাহ দিনৰ ভিতৰত ধৰুৱাবিলাকৰ ধন সি দিব লগা হব; তাৰ আগতেই তাৰ সমুদায় ধন নষ্ট কৰি থম। ধন দিব নোৱাৰি সি বাধ্য হৈ বাপেকৰ গুৰি পাবহি।"

সিহঁতে পাছে বেঙাৰ যক্ষিনীক সুধিলে, "তই কৰিছ কি ?" তাই কলে, "মোৰ সকলো চেষ্টা ভ্ৰষ্ট হৈছে। বেঙাৰ পেট কামোৰণি উঠিবলৈ তাৰ খোৱা পানীত মই থুই পেলাই দিছিলোঁ; আৰু পথাৰলৈ গৈ পথাৰৰ মাটি খুন্দি পিটি শিলৰ দৰে টান কৰি থৈছিলোঁ; ভাবিছিলোঁ যে সি তাত নাঙল টোৱাবই নোৱাৰিব। কিন্তু সি তাতেই হাল যুৰি মাটি চাহ কৰিবলৈ ধৰিলে। সি পেটৰ কামোৰত নেথাই আছিল, তেও হাল নেৰিলে। মই পাছে তাৰ নাঙলটো ভাঙি দিলোঁ; সি ঘৰলৈ গৈ আৰু এটা নাঙল আনি হাল বাবলৈ ধৰিলে। মই মাটিৰ তলত সোমাই নাঙলৰ ফালত ধৰিলোঁ, কিন্তু ৰাখিব নোৱাৰিলোঁ। ধাৰাল ফালে মোৰ হাত কাটিলে। তাৰ সমুদায় মাটি চাহ কৰা হ'ল; এছিটাহে বাকী আছে। বাইহঁত, পাৰ যদি মোক সহায় কৰ। বেঙাই যদি এইদৰে খেতি কৰে, তেন্তে তাৰ ককায়েকহঁতৰ একো অভাব নাথাকিব; সিয়েই সিহঁতক খুৱাব।"

দিলীপৰ যক্ষিনীয়ে পিছ দিনালৈ সহায় কৰিবলৈ গাত ললে, আৰু যক্ষিনী কেইজনী দিহা-দিহি গ'ল।

( ৩ )

বেঙাই সমুদায় মাটি চাহ কৰিলে; কেৱল এধাৰি বাকী আছিল। সেই ধাৰিও শেষ কৰিবলৈ সি পেট-কামোৰণি নামানি হাল বাবলৈ ধৰিলে। এক সিৰল দি ঘূৰি আহোঁতে তাৰ নাঙল গছৰ শিপাত লগাৰ দৰে লাগি ৰ'ল। কিন্তু সি শিপা নাছিল, যক্ষিনীয়ে মাটিৰ তলত সোমাই নাঙলৰ ফালত ভৰি দুটাৰে পাক্ দি ধৰি ৰাখিছিল। বেঙাই ভাবিলে, "কি আচৰিত! ইয়াত দেখোন কোনো শিপা নাই, তেও শিপাৰ দৰে কিহে ধৰিলে।" সি সিৰলৰ ভিতৰলৈ হাত ভৰাই খপিয়াওঁতে কোমল কিবা এটা যেন পাই টানি উলিয়ালে আৰু দেখিলে যে দুটা সৰু ঠেং; সি আকৌ টান মাৰি দিওঁতে যক্ষিনীজনী ওলাই পৰিল। সি তাইক নাঙলত আছাৰি মাৰিবৰ উপক্ৰম কৰা দেখি,

তাই কাওঁবাওঁ কৰি কলে, "মোক নামাৰিবা, তুমি যিহকে কোৱা মই তাকে কৰিম।"

বেঙা—"তই মোক কি কৰি দিব পাৰ?"

যক্ষিনী—"তুমি যি আদেশ কৰা, তাকে কৰিম।"

বেঙাই মূৰ খজুৱাই খজুৱাই কলে, "মোৰ পেট কামোৰণি আছে; গুচাই দিব পাৰ নে?"

যক্ষিনী—"অৱশ্যে পাৰোঁ।"

বেঙা—"তেন্তে মোৰ পেট কামোৰণি ভাল কৰি দে।"

যক্ষিনীয়ে তেতিয়া সিৰলৰ ভিতৰত খপিয়াই তিনি ডোখৰ শিপা আনি বেঙাক দি কলে, "যি বেমাৰেই হওক, ইয়াৰ এডোখৰ খালেই ভাল হব।"

বেঙাই শিপা তিনি ডোখৰ লৈ, এডোখৰ খোৱা মাত্ৰকে তাৰ পেট কামোৰণি ভাল হ'ল। যক্ষিনীয়ে কলে, "মোক এতিয়া যাবলৈ দিয়া; মই মাটিৰ তলত সোমাম, আৰু কেতিয়াও নাহোঁ।" বেঙাই যাবলৈ অনুমতি দি কলে, "যা, ঈশ্বৰে তোক সুমতি দিয়ক।"

ঈশ্বৰৰ নাম শুনি যক্ষিনীজনীয়ে পানীত এডোখৰ শিল পৰি টুপকৈ তললৈ যোৱাৰ দৰে সোমাই গ'ল; কেৱল এটি বিন্ধাহে থাকিল।

বেঙাই বাকী শিপা দোডোখৰ গামোছাত বান্ধি থৈ, আকৌ হাল বাবলৈ ধৰিলে। মাটি ছিটা হাল বাই উঠি সি ঘৰলৈ গৈ দেখিলে যে তাৰ ককায়েক দিলীপে তাৰ ঘৈণীয়েকৰ সৈতে খাবলৈ বহিছে। দিলীপৰ সমুদায় সম্পত্তি ৰাজ ঘৰৰপৰা আটক কৰিলে; সি কোনো ৰূপেহে ফাটকত নপৰাকৈ সাৰিল। সেই নিমিত্তে সি বাপেকৰ ঘৰত থাকিবলৈ আহিছিল।

দিলীপে বেঙাক দেখা পাই কলে, "মই তোৰ লগত থাকিবলৈ আহিছোঁ; যেতিয়ালৈকে মই এটা ৰোজগাৰ কৰিব নোৱাৰোঁ, তেতিয়ালৈকে তই মোক আৰু মোৰ ঘৈণীক প্ৰতিপাল কৰিব লাগিব।"

"বাৰু আমাৰ লগত থাকিব পাৰিবা", এই বুলি বেঙা ওচৰতে বহিল। দিলীপৰ ঘৈণীয়েকে গোন্ধ পাই গিৰিয়েকক কলে, "মই এনে গেন্ধেলা চহাৰে সৈতে খাব নোৱাৰোঁ।"

দিলীপে বেঙাক কলে, "ঘৈণীয়ে কৈছে তোৰ গাটো গোন্ধায়। তই বাহিৰত খা গৈ যা।"

বেঙা—"বাৰু। যেনেতেনেই আজি নিশাটো মই বাহিৰত কটাবই লাগিব, কাৰণ মোৰ হালোৱা গৰু দুটাই আজি চাৰ পোৱা নাই, সিহঁতক চৰাব লাগে।" এই বুলি বেঙাই বাহিৰতে খাই বৈ গৰু চৰাবলৈ গ'ল।

( ৪ )

দিলীপৰ যক্ষিনীয়ে তাইৰ কৰিব লগা কাম সমাধা কৰি, বেঙাৰ যক্ষিনীক সহায় কৰিবলৈ আহিল। বেঙাৰ যক্ষিনীক বিচাৰি বিচাৰি নাপালে। পথাৰত গাঁতটো দেখি তাই ভাবিলে, "বেঙাৰ যক্ষিনীৰ কিবা এটা দুৰ্ঘটনা হ'ল। বেঙাৰ পথাৰত হাল বোৱা হলেই, তাৰ হোৱা খেতিতহে ধৰিব লাগিল। ইয়াকে ভাবি তাই আহুধানৰ খেতিত পানী তুলি দিলে।

বেঙাই আহু খেতিত পানী উঠা দেখি, দাবলৈ ধৰিলে। কিন্তু তুবাৰ এবাৰ কাচি চলালেই তাৰ ধাৰ পৰে, আৰু দাঁৰবিলাক মোটোকা খায়। সি মনে মনে ভাবিলে, "ই কথাই কথা নহয়। ঘৰলৈ গৈ দাঁৰ পোনাবৰ নিমিত্তে কিবা এটা আনো গৈ, আৰু খাবলৈকো অলপ কি হয় লৈ আহোঁ গৈ। ইয়াতে এসপ্তাহ লাগিলেও থাকিম। তেও ধান দোৱা নোহোৱাকৈ নাযাওঁ।"

যক্ষিনীয়ে এই কথা শুনি মনে মনে ভাবিলে, "ই বেঙা কম নহয়; বৰ টান মানুহ। এইদৰে ইয়াক বলে নোৱাৰো; আন এটা উপায় হে কৰিব লাগিব।"

বেঙাই ঘৰৰপৰা ঘূৰি আহি কাঁচিখানৰ দাঁৰ পোনাই-পজবাই ধাৰ

দি ধান কাটিবলৈ ধৰিলে। যক্ষিনীয়ে ধাননিত সোমাই কাঁচিখান গেবোৱাৰে হেঁচা মাৰি তাৰ আগটো মাটিত বাৰে বাৰে পুতি ধৰিলে। বেঙাই সেই বাবে দাওতে টান পাইছিল, কিন্তু তথাপি ধান দাই শেষ কৰিলে।

যক্ষিনীয়ে ভাবিলে, "মোৰ ভৰিখনো কাঁচিৰে কটালোঁ, তেও বেঙাক বলে নোৱাৰিলোঁ। সি ধানবিলাক মাৰিবলৈ বুলি দ'মাই থৈছে, তাৰ মাজত সোমাই ধানবিলাককে পচাই দিওঁ গৈ।" এই বুলি যক্ষিনীয়ে কাটি থোৱা গছিধানৰ মুঠিবিলাকৰ মাজত সোমাল। বেঙাই ধান মাৰিবৰ মনেৰে চোতালত দ'মকৈ থোৱা ধানৰ মুঠিবিলাক ওখনেৰে বহলাবলৈ ধৰিলে। ধানৰ মাজত সোমাই থকা যক্ষিনীৰ পিঠিত ওখনৰ খোঁচ লাগি তেজ ওলাই ধানৰ মুঠিবিলাকত লাগিছিল। বেঙাই যক্ষিনীক টেপা মাৰি ধৰি কলে—"অ' নষ্টযাইতি, তই আকৌ ইয়াত?"

যক্ষিনী—"মই অইন এজনী; আগৰজনী মোৰ ভনী হয়। মই তোমাৰ ককায়েৰা দিলীপৰ লগত আহিছোঁ।"

বেঙা—"যেয়ে বা হোৱ নোহোৱ, একে প্ৰতিফল ল।" এই বুলি সি কাঠৰ মূঢ়া এডোখৰত আছাৰি মাৰিব খুজিছিল। এনেতে যক্ষিনীয়ে কান্দি কান্দি কলে, "মোক এৰি দিয়া। মই আৰু তোমাক লগ নধৰোঁ; আৰু তুমি যি কোৱা তাকে কৰিম।"

বেঙা—"তই কি কৰিব পাৰ?"

যক্ষিনী—যেই সেই বস্তুৰপৰা সেনা কৰিব পাৰোঁ।"

বেঙা—"সিহঁতে কি কৰি দিব?"

যক্ষিনী—"তুমি যি কৰিবলৈ কোৱা, সিহঁতে তাকে কৰিব।"

বেঙা—"সিহঁতে গীত গাব পাৰে নে?"

যক্ষিনী—"পাৰে; গীত গাব বুলিলে গীতকে গাব।"

বেঙা—"বাৰু তেন্তে কিছুমান সেনা কৰি দে।"

যক্ষিনী—"ইয়াৰে গছি ধানৰ মুঠি এটা লৈ মাটিতে থিয়ভাৱে ঠেকেচি দিয়া আৰু এই কথা কেই আষাৰ গোৱা—

"ধানৰ মুঠি অ, ধানৰ মুঠি !
কৰে আজ্ঞা মোৰ যক্ষিনী বেটী,
ধান খেৰ ডালে প্ৰতি, হবি সেনা এটি এটি,
ই বাক্য যদি কৰ অনাথিতি ।
দহিব তোক কালিকা পাৰ্ব্বতী ॥"

বেঙাই ধানৰ মুঠি এটা লৈ মাটিত ঠেকেচা মাৰি, যক্ষিনীয়ে কোৱা কথা কেইষ আষাৰ গালে। মুঠিটো ঠান ঠান হৈ পৰিল ; আৰু খেৰ ডালে পতি একোটা সেনা হ'ল। ঢাক ঢোল বিকুল আদি বাজানাৱালাৰে সৈতে এক ফৌজ সৈন্য হৈ আগত নাচিবলৈ ধৰিলে।

বেঙাই ঢেকৃঢেকৃ:ক হাঁহিবলৈ ধৰিলে আৰু কলে, 'বঢ়িয়া হৈছে, গাঁৱৰ ল'ৰা-ছোৱালীবিলাকে দেখিলে বৰ ৰং পাব ।"

যক্ষিনী—"মোক এতিয়া এৰি দিয়া ।"

বেঙা—"নিদিওঁ। মৰা ধান খেৰৰ চিপাহী কৰিব লাগে, নমৰা খেৰৰ ধানবিলাক এইদৰে নষ্ট কৰিব নোৱাৰোঁ। ইহঁতক আকৌ কেনেকৈ ধানৰ মুঠি কৰিব পাৰি শিকাই দে। ধান মাৰি উলিয়াব লাগে ।"

যক্ষিনী—তেন্তে তুমি এই বুলি গোৱা—

"প্ৰতিটো সেনা ধান খেৰ হবি,
আগৰ দৰে মুঠি হৈ ৰবি ।
ই কথাত যদি নকৰ কাণ,
যক্ষিনীয়ে লব সবাৰো প্ৰাণ ।"

বেঙাই এই মন্ত্ৰ গোৱা মাত্ৰকে সেনা গুচি ধানৰ মুঠিটো হ'ল।

যক্ষিনী—"মোক এতিয়া বিদায় দিয়া ।"

বেঙা—"বাৰু, এৰি দিলোঁ যা। ঈশ্বৰে তোক সুমতি দিয়ক ।"

ঈশ্বৰৰ নাম উচ্চাৰণ হোৱা মাত্ৰকে যক্ষিনীজনী মাটিত সোমাই গ'ল ; মাথোন বিন্ধা এটি ৰ'ল।

বেঙাই ঘৰলৈ আহি দেখিলে যে তাৰ সিটো ককায়েক, খৰ্গ, বৈণীয়েকৰ সৈতে খাবলৈ বহিছে খৰ্গই তাৰ ধাৰ পৰিশোধ কৰিব

নোৱাৰি পলাই আহি বাপেকৰ ঘৰ পালেহি। সি বেঙাক দেখি কলে, "চাচোন, মই পুনৰ এটা ব্যৱসায়ত ধৰিব নোৱাৰোঁ মানে, মোক আৰু ঘৈণীক তোৰ লগত ৰাখিব লাগে।" বেঙাই কলে, "থাকিব খুজিছা যদি থাকাঁ।"

বেঙাই কানি-কাপোৰ থৈ ওচৰতে খাবলৈ বহাত খৰ্গৰ ঘৈণীয়েকে মাত লগালে, "মই এই হজুৱাটোৰ সৈতে খাব নোৱাৰোঁ; তাৰ গাটো ঘাম ঘাম গোন্ধাইছে।" এই কথা শুনি খৰ্গই কলে, "হয়তো, বেঙা, তোৰ গাটো বৰ গোন্ধাইছে? তই বাহিৰলৈ যা, তাতে খা গৈ।"

বেঙাই চোতালতে খাই তাৰ হালোৱা গৰু দুটা নিশা চৰাবলৈ গ'ল।

( ৫ )

খৰ্গৰ যক্ষিনীয়ে সেই নিশা আজৰি পাই, পূৰ্ব্বৰ কথামতে তাইৰ লগৰীয়া দুজনীক সহায় কৰিবলৈ গ'ল। সিহঁতক বিচাৰি নাপাই ধাননিলৈ গৈ দেখিলে যে তাত এটা বিন্ধা আছে, আৰু তাৰপৰা ধান মৰা থলিলৈ আহি দেখিলে যে তাতো এটা বিন্ধাহে আছে। তাই মনতে ভাবিলে, "মোৰ লগৰীয়া দুজনীৰ কিবা দুৰ্ঘটনা ঘটিল; সিহঁতৰ সলনি ময়ে বেঙাক ছল কৰিব লাগিল।"

বেঙাৰ ভায়েকজন তিৰোতাৰে সৈতে একে ঘৰতে থাকিবলৈ ঠাইৰ নাটনি হোৱাত, সিহঁতৰ নিমিত্তে দুটা ঘৰ সাজিবলৈ বেঙাক কলে। সেই কাৰণে বেঙাই হাবিত বাঁহ কাঠ কাটিছিল। খৰ্গৰ যক্ষিনীয়ে তাক বিচাৰি হাবিত পাই বাঁহ কটাত বিঘিনি লগালে। বাঁহ কাঠ কাটিলেই এডালৰ ডাল-ডুল জেঙ-জেঙনি অইন এডালত লাগি জোঁট্‌পোট্‌ খাই ৰয়; অতি কষ্টেৰেহে বেঙাই একুৱাব পাৰিছিল। আঢ়ৈ কুৰি কৰাব বাঁহ কাটিব খুজি সি কেৱল দিনটোত কুৰিটাহে কাটি উলিয়াব পাৰিছিল। তাৰ ক্ৰমে ভাগৰ লাগি আহিল। শেষত গধূলি পৰত এডাল গছ কুঠাৰেৰে কাটিবলৈ ধৰিলে। তাৰ পিঠিখান বিষাবলৈ ধৰাত জিৰাবলৈ বুলি অলপ বহিল। তাৰ ভাগৰ লগা

দেখি যক্ষিনীয়ে বৰ আনন্দ পালে; আৰু নিজেও জিৰাওঁ বুলি সেই গছজোপাৰ ডাল এটাত বহিল। বেঙাই অলপ জিৰণি লৈ গছজোপা উধামুধাকৈ আকৌ কাটিব ধৰিলে। গছ মৰমৰকৈ পৰি গ'ল। যক্ষিনীয়ে ইমান সোনকালে পৰিব বুলি ভবা নাছিল। তাই যিটো ডালত বহি আছিল, সেই ডালটো মাটিত পৰি তাইৰ ঠেংটো চেপা মাৰি ধৰিলে। বেঙাই গছৰ ডালবিলাক কাটোতে এটা ডালৰ তলত যক্ষিনীজনী চেপা খাই থকা দেখি আচৰিত হ'ল।"

বেঙাই কলে, "এই বেটী বান্দুলি! তই আকৌ আছিছ ?"

যক্ষিনী—"মই অইন এজনী। মই খর্গৰ লগত আছিলোঁ।"

বেঙা—"যোনেই বা হোৱ, তোৰ মৰণ মিলিল।"

এই বুলি বেঙাই যক্ষিনীক ঘপিয়াবলৈ কুঠাৰ দাঙিলে। যক্ষিনীয়ে কাকুতি কৰিব ধৰিলে, "মোক নেকাটিবা, ক্ষমা কৰা; তুমি যিহকে কোৱা তাকে কৰিম।"

বেঙা—"তই কি কৰি দিব পাৰ ?"

যক্ষিনী—"তোমাক যিমান ধন লাগে, সিমান ধন কৰি দিব পাৰোঁ।"

বেঙা—"বাৰু, কিছুমান ধন কৰি দে।"

যক্ষিনী—"এই গছজোপাৰ পাত কেইটামান হাতত লৈ মোহাৰি দিয়া। তোমাৰ হাতৰপৰা সোণ সৰি পৰিব।"

এই কথা শুনি বেঙাই পাত কেইটামান লৈ দুই হাতে মোহাৰিবলৈ ধৰিলে, আৰু হাতৰপৰা সোণ পৰিবলৈ ধৰা দেখি কলে, "এইবিলাক লৈ ল'ৰা-ছোৱালীবিলাকৰ উমলিবলৈ ভাল হব।"

যক্ষিনী—"মোক এতিয়া এৰুৱাই দিয়া, মই যাওঁ।"

"বাৰু যা।" এই বুলি বেঙাই গছৰ ডালটো বাঁহ এডাল সুমুৱাই দাঙি ধৰিলে আৰু কলে, "তোক ঈশ্বৰে সুমতি দিয়ক।"

ঈশ্বৰৰ নাম শুনি যক্ষিনী ততালিকে মাটিৰ তললৈ সোমাই গ'ল; আৰু তাই যোৱা বিন্ধাটি মাটিত ৰ'ল।

( ৬ )

তিনিওটা ককাইভায়ে ঘৰ সাজি বেলেগে থাকিবলৈ ধৰিলে। বেঙাই তাৰ মাহ, ধান আদি শহবিলাক চপাই উঠি এটা ভোজ পাতি ককায়েকহঁতক খাবলৈ মাতিলে। কিন্তু ককায়েকহঁতে "হালোৱা চহাৰ ভোজ কোনে খায়" বুলি নাহিল। বেঙাই গাঁৱৰ মটা-তিৰোতা বিলাকৰ সৈতে ভোজটো খালে। পাছত সি পদূলিত ধেমালি কৰি থকা ল'ৰা-ছোৱালীবিলাকৰ ওচৰলৈ আহি কলে, "এটা গীত গা, মই তহঁতে কেতিয়াও নেদেখা বস্তু দিম।"

ল'ৰা-ছোৱালীবিলাকে এই কথা শুনি হাঁহিলে। আৰু গীত এটা গাই উঠি কলে, "তুমি কি দিব খুজিছিলা এতিয়া দিয়া।"

"বাৰু, মই এতিয়াই আনিম" এই বুলি বেঙাই হাতত খৰাহি এটা লৈ হাবিলৈ লৰ ধৰিলে। ল'ৰা-ছোৱালী আৰু তিৰোতাবিলাকে ই এটা পাগল এই বুলি হাঁহি পাছত আন কথা-বাৰ্ত্তা পাতিলে।

অলপ পৰৰ পাছতে বেঙাই খৰাহিটোত গধুৰ কিবা বস্তু লৈ হাবিৰপৰা ওলাই লৰি আহি কলে, "তহঁতক কিবা দিম নে?"

ল'ৰা-ছোৱালী আৰু তিৰোতাবিলাকে কলে, "কি দিব খুজিছা, দিয়া।" বেঙাই তেতিয়া খৰাহিৰপৰা এমুঠি সোণ লৈ সিহঁতৰ মাজত ছটিয়াই দিলে। ওচৰত থকা মানুহবিলাকেও তালৈ আহি কঢ়া আজোৰা লগালে। এজনী বুঢ়ী হেঁচাতে মৰিব লগা হৈছিল।

বেঙাই হাঁহিবলৈ ধৰিলে আৰু কলে, "অই অগিয়ানহঁত! বুঢ়ীজনীক চেপি মাৰিব খুজিছিলি কিয়? থিৰ হ, তহঁতক আৰু কিছু দিম।" এই বুলি বেঙাই আৰু কিছুমান সোণ দলিয়াই দিলে। মানুহবিলাক কেউফালে জমা লাগিল; বেঙাৰ হাতত যিমান সোণ আছিল এটাইখিনি সি ছটিয়াই দিলে। মানুহবিলাকে আৰু খুজিছিল। বেঙাই কলে, "এতিয়া আৰু নাই, কেতিয়াবাকৈ আৰু কিছু দিম। এতিয়া তহঁতে নাচ্ আৰু গীত গা।"

তিৰোতাবিলাকে গীত গাবলৈ ধৰিলে। বেঙাই কলে, "তহঁতৰ গীত ভাল নহয়।" সিহঁতে কলে, "ইয়াতকৈ ভাল ক'ত পাব?"

"বাৰু, মই দেখুৱাওঁ," এই বুলি বেঙাই ঘৰলৈ গৈ ভঁৰালৰপৰা ধানৰ মুঠি এটা উলিয়াই ভৰিৰে মাৰি খেৰখিনি মাটিত ঠেকেচি গাবলৈ ধৰিলে—

"ধানৰ মুঠি অ, ধানৰ মুঠি
কৰে আজ্ঞা মোৰ যক্ষিনী বেটী
ধানখেৰ ডালে প্ৰতি, হবি সেনা এটি এটি
ই বাক্য যদি কৰ অনাথিতি
দহিব তোক কালিকা পাৰ্ব্বতী।"

ধানখেৰবিলাক সিঁচৰতি হৈ পৰি, ডালে প্ৰতি একোটা সেনা হ'ল। ঢাক, ঢোল, বাঁহী আদি যন্ত্ৰ বাজিবলৈ ধৰিলে। বেঙাই সেনাবিলাকক গান গাবলৈ হুকুম দি সিহঁতক বাটলৈ লৈ গ'ল। মানুহবিলাকে দেখি বিচুত্তি খালে। গান গোৱা হ'লত বেঙাই সেনাবিলাকক পুনৰ ধানখেৰ কৰি ভঁৰালত পেলাই থলে।

( ৭ )

দিলীপে পাছদিনা পুৱা এইবিলাক কথা শুনি ভায়েকৰ গুৰিলৈ গ'ল।

দিলীপ—"তই সেই সেনাবিলাক ক'ৰপৰা পাইছিলি, আৰু সিহঁতক ক'লৈ নিলি?"

বেঙা—"তোমাক কিয়?"

দিলীপ—"কিয়! সেনাৰে যেই-সেই কাম কৰিব পাৰি। ৰাজ্য এখানো লাভ কৰিব পাৰি।"

বেঙা—"সঁচাই নে কি? তুমি আগেয়ে কোৱা নাছিলা কিয়? তোমাক যিমান লাগে সিমান সৈন্য কৰি দিব পাৰোঁ। মৰা ধান খেৰ আছেই।"

বেঙাই ককায়েকক ভঁৰালৰ ওচৰলৈ নি কলে, "ককাই! কিন্তু এটি কথা। মই তোমাক সেনা কৰি দিয়া মাত্ৰে সিহঁতক লৈ যাবা;

সিহঁতক খাবলৈ দিব লগীয়া হলে, সিহঁতে একে দিনে সমুদায় গাঁও-খান খাই পেলাব।"

দিলীপে সেনাবিলাক আন ঠাইলৈ লৈ যাবলৈ সম্মত হোৱাত, বেঙাই খেৰৰপৰা বহু সেনা কৰি দি সুধিলে, "এইখিনি সৈন্যই হব নে?"

দিলীপে বৰ আনন্দ পাই কলে, "হব।"

বেঙা—"বাৰু তেন্তে, যদি আৰু লাগে ঘূৰি আহি মোক কবা, মোৰ ঘৰত খেৰ আছে।"

দিলীপে সৈন্য চলাবৰ ভাৰ লৈ, যুদ্ধলৈ যাত্ৰা কৰিলে।

দিলীপ যোৱাৰ পাছতেই খৰ্গ আহি উপস্থিত হ'ল। যোৱা দিনৰ ঘটনা তেওঁও শুনিছিল। তেওঁ ভায়েকক কলে, "তই সোণ ক'ৰপৰা আন মোক দেখুৱাই দে। বেপাৰ চলাবলৈ মই কিছু পোৱা হলে, গোটেই সংসাৰখানৰ ধন আনিলোঁহেঁতেন।

বেঙা—"হয় নে। তুমি মোক ইমান দিনে কোৱা নাই কিয়? যিমান লাগে সোণ কৰি দিব পাৰোঁ।"

খৰ্গই বৰ হৰ্ষ পাই কলে, "কাম আৰম্ভ কৰিবৰ কাৰণে সম্প্ৰতি তিনি পাচি দে।"

বেঙা—"বাৰু, হাবিলৈ যাওঁ আঁহা। ঘোঁৰাজনী লৈ যাওঁ, তাইৰ ওপৰতে বোজা দি আনিম, তুমি অকলৈ ইমান সোণ কেনেকৈ আনিবা।"

দুয়ো হাবিলৈ গ'ল। বেঙাই নিৰ্দ্দিষ্ট গছ জোপাৰ পাত মোহাৰি মোহাৰি এক দ'ম সোণ কৰিলে আৰু ককায়েকক সুধিলে, "ইমানে হব নে?"

খৰ্গই অতি আনন্দিত হৈ কলে, "সম্প্ৰতিকৰ নিমিত্তে এয়ে হব। তোৰ মই বৰ শলাগ লৈছোঁ।"

বেঙা—"লাগিলে আকৌ আহিবা; আৰু সোণ কৰি দিম। গছত পাত বহু আছে।"

খৰ্গই সোণেৰে বহু টকা গোটাই, গাৰী ভাৰা কৰি বেপাৰলৈ ওলাল।

এইদৰে দুজন ককায়েক দিহাদিহি গ'ল ; দিলীপে যুদ্ধ কৰিবলৈ আৰু খৰ্গই বেচাকিনা কৰিবলৈ। দিলীপে এখান ৰাজ্য জয় কৰি ললে ; আৰু খৰ্গই বাণিজ্যত বহু টকা উপাৰ্জ্জন কৰিলে।

সিহঁত দুয়োৰে যেতিয়া দেখাদেখি হ'ল, দিলীপে কেনেকৈ সৈন্য পালে, পৰস্পৰ কোৱাকুই কৰিলে। দিলীপে কলে, "মই ৰাজ্য এখান জয় কৰি, ৰমৰমীয়া অৱস্থাত আছোঁ, কিন্তু সেনাবিলাক ৰাখিবৰ কাৰণে মোৰ যথেষ্ট ধন নাই।"

খৰ্গই উত্তৰ কৰিলে, "মই বহু ধন ঘটিছোঁ, কিন্তু তাৰ নিমিত্তে মোৰ ৰখীয়া নাই।" দিলীপে কলে, "আমি দুয়ো বেঙাৰ ওচৰলৈ যাওঁ ব'লা। তাৰ হতুৱাই কিছুমান সেনা কৰাই তোমাৰ ধন-ৰখীয়া কৰি দিম, আৰু তুমিও কিছুমান ধন কৰাই মোৰ সেনাবিলাকৰ পোষণৰ নিমিত্তে দিবা।" এই বুলি দুয়ো বেঙাৰ ঘৰলৈ গ'ল।

দিলীপ—"ভাই বেঙা, মোৰ সৈন্য কম হৈছে ; আৰু কিছুমান কৰি দে।"

বেঙা—"ওহোঁ, তোমাক আৰু সেনা কৰি দিব নোৱাৰোঁ।"

দিলীপ—"তই দেখোন কৈছিলি যে সেনা লাগিলে আৰু দিম।"

বেঙা—"কৈছিলোঁ, কিন্তু এতিয়া নিদিওঁ।"

দিলীপ—"নিদিয়াৰ কাৰণটো কি, বেঙা ?"

বেঙা—"কাৰণ তোমাৰ সেনাই এটা মানুহ মাৰিছে। সিদিনা মই হালবাই থাকোঁতে বাটেদি এটা মৰা মানুহ নিয়া আৰু পাছে পাছে এজনী তিৰোতাই কান্দি যোৱা দেখিলোঁ। তাইক সুধিলোঁ, 'কোন মৰিছে ?' তাই কলে, 'দিলীপ সিংহৰ সেনাই মোৰ গিৰিহঁতক যুদ্ধত বধ কৰিছে।' মই ভাবিছিলোঁ যে বাজানা বজাবৰ কাৰণে সেনা-বিলাক নিছিলা, এতিয়া জানিলোঁ সিহঁতে মানুহ মাৰিছে। তোমাক আৰু সেনা নিদিওঁ।"

বেঙাই তাৰ কথা নলৰালে, দিলীপৰ অনুৰোধ মতে তাক আৰু সেনা নিদিলে। তাৰ পাছত খৰ্গই কিছুমান (সোণ) কৰি দিবলৈ বেঙাক ধৰিলে ; কিন্তু বেঙাই মুৰ জোকাৰিলে।

বেঙা—"আৰু সোণ তোমাক নিদিওঁ।"

খৰ্গ—"তই দেখোন দিওঁ বুলিছিলি।"

বেঙা—"বুলিছিলোঁ, কিন্তু নিদিওঁ।"

খৰ্গ—"কিয় ?"

বেঙা—"কিয়। তোমাৰ সোণে নিচলীৰ গৰুজনী নিলে।"

খৰ্গ—"কেনেকৈ ?"

বেঙা—"নিলে আৰু, কেনেকৈ কি ? নিচলীৰ এজনী গৰু আছিল। তাইৰ ল'ৰা-ছোৱালী কেইটাই সেই গৰুজনীৰেই গাখীৰ খাইছিল। সিদিনা ল'ৰা-ছোৱালী কেইটাই মোক গাখীৰ খুজিছিল। সিহঁতৰ গৰুজনী কি হ'ল বুলি সোধাত সিহঁতে কলে বোলে তোমাৰ চাকৰে সিহঁতৰ মাকক তিনিডোখৰ সোণ দি গৰুজনী কিনি নিলে, সেই নিমিত্তে সিহঁতৰ গাখীৰ নাইকিয়া হ'ল। মই ভাবিছিলোঁ তুমি সোণবিলাক ধেমালি কৰিবলৈ নিছিলা ; এতিয়া যে দেখোঁ তুমি সেই সোণৰে কেইডোখৰমান দি গৰুজনী কিনি ল'ৰা-ছোৱালী দুটীৰ মুখৰ গাখীৰ টোপা কাঢ়ি নিলা। তোমাক আৰু মই সোণ নিদিওঁ।"

বেঙাই ককায়েকহঁতক যি কথা কৈছিল তাৰ লৰচৰ নকৰিলে। ককায়েকহঁত নিৰাশ হৈ গ'ল ; যাওঁতে নিজ নিজ অসুবিধা কেনেকৈ গুচাব পাৰি তাৰে আলোচনা কৰিছিল। দিলীপে খৰ্গক কলে, "কি কৰা উচিত, মই কওঁ শুনা। সেনাবিলাকৰ খোৱা খৰচৰ বাবে তুমি মোক ধন দিয়া, আৰু মই মোৰ অৰ্দ্ধ ৰাজ্য সেনা সমন্বিতে তোমাৰ ধন ৰক্ষাৰ নিমিত্তে দিম।" খৰ্গ এই প্ৰস্তাৱত সম্মত হ'ল। দুয়ো নিজ নিজ বিষয় সম্পত্তি ভাগ কৰি ললে, আৰু দুয়ো ৰজা আৰু ধনৱান হ'ল।

( ৮ )

বেঙা খেতি-বাতি কৰি মাক বাপেকক পোহপাল দি ঘৰতে থাকিল। বেঙাৰ এটা কুকুৰ আছিল ; তাৰ কিবা এটা বেমাৰ হৈ লেলাই লেলাই মৰিব লগীয়া হৈছিল। তাৰে মৰম লাগি বেঙাই তাৰ

গামোচাখনত খোৱা বস্তু নি গামোচা মোকলাই দিওতে খোৱাবস্তুৰ লগতে পূৰ্ব্বে বান্ধি থোৱা ঔষধৰ শিপা এডোখৰো ওলাই পৰিল ; কুকুৰটোৱে শিপাডোখৰ খোৱা মাত্ৰে জপিয়াই ধেমালি কৰিবলৈ ধৰিলে, আৰু অলপ পাছতে তাৰ বেমাৰ সম্পূৰ্ণৰূপে ভাল হ'ল।

বেঙাৰ মাক-বাপেকে দেখি আচৰিত হৈ সুধিলে, "কুকুৰটো কেনেকৈ ভাল কৰিলি ?"

বঙাই কলে, "সকলো বেমাৰ ভাল কৰিব পাৰা মোৰ এডোখৰ শিপা দৰৱ আছিল ; তাৰে এডোখৰ কুকুৰটোৱে খাই ভাল হ'ল।"

এই সময়ত ৰজাৰ জীয়েকজনী নৰিয়া পৰিছিল ; কোনোৰূপে ভাল নোহোৱাত, ৰজাই গাঁৱে নগৰে ঢোল পিটাই শুনাই দিছিল যে যোনে আইদেউক ভাল কৰিব পাৰিব তেওঁক ৰজাই যথোচিত পুৰস্কাৰ দিব ; আৰু তেওঁ অবিবাহিত পুৰুষ হলে, তেওঁলৈকে আইদেউক বিয়া দিব।

বেঙাক মাতি মাক বাপেকে কলে, "ৰজাই কিহৰ ঢোল পিটাইছে তই শুনিছ নহয়। যেই সেই বেমাৰ ভাল কৰিব পাৰা তোৰ শিপা দৰৱ আছে বুলি কৈছিলি। ৰজাৰ ছোৱালীজনীৰ নৰিয়া ভাল কৰগৈ যা, তই জীৱনত সুখীয়া হৈ থাকিব ' াৰিবি।"

বেঙাই মাক বাপেকৰ কথা শলাগি, তাৰ যি ভাল কাপোৰ-কানি আছিল তাকে পিন্ধি ৰজাৰ ঘৰলৈ যাবলৈ ওলাল। ঘৰৰপৰা ওলাইয়েই বাটত এজনী হাত কোঙা মগনীয়া তিৰোতা লগ পালে। তাই বেঙাক দেখি কলে, "মই শুনিছোঁ তুমি বোলে মানুহৰ বেমাৰ ভাল কৰিব পাৰা ; মই তোমাক সেৱা এটি কৰিছোঁ মোৰ হাতখন ভাল কৰি দিয়া ; হাতখনেৰে মই একো তুলি ধৰিব নোৱাৰোঁ।"

বেঙাই 'বাৰু' বুলি ঔষধৰ শিপাডোখৰ তাইক দি খাবলৈ কলে। তাই খোৱা মাত্ৰে তাইৰ হাতখন ভাল হ'ল ; ইচ্ছামতে হাতখন লৰাব-চৰাব পাৰা হ'ল।

বেঙাৰ মাক-বাপেকো বেঙাৰ সৈতে ৰজাৰ ঘৰলৈ যাম বুলি পাছতে ওলাই আহিছিল ; শিপা দৰৱখিনি তিৰোতাজনীক দিয়া শুনি সিহঁতে

বেঙাক খং কৰি কলে, “মগনীয়াজনী লৈহে তোৰ মৰম লাগিল; ৰজাৰ জীয়েকৰ নিমিত্তে তোৰ দুঃখ নালাগিল ?”

বেঙাৰ মনত ৰজাৰ জীয়েকলৈকেও দুঃখ লাগিছিল। সি গৰু গাৰীখন জুৰি তাত খেৰ পাৰি বহি ৰজাৰ ঘৰলৈ যাবলৈ ধৰিলে।

মাক বাপেক—“কলৈ যাৱ, বেঙা ?”

বেঙা—“ৰজাৰ জীয়েকৰ নৰিয়া ভাল কৰিবলৈ।”

মাক বাপেক—“নৰিয়া ভাল কৰিবলৈ তোৰ দেখোন দৰৱ নাই।”

বেঙা—“বাৰু নহওক” এই বুলি বেঙাই গাৰী চলাই দিলে। সি গৈ ৰজাৰ ঘৰৰ দুৱাৰমুখ পাওঁতেই, ৰজাৰ জীয়েকৰ বেমাৰ ভাল হ’ল। ৰজাই বৰ সন্তোষ পাই তাক তেওঁৰ ওচৰলৈ নি সুন্দৰ কাপোৰ পিন্ধালে।

ৰজা—“তুমি মোৰ জোৱাঁই হোৱা।”

বেঙা—“বাৰু হম।”

বেঙাই ৰজাৰ জীয়েকক বিয়া কৰালে। কিছুদিনৰ পাছত ৰজা মৰিলত বেঙাসিং ৰজা হ’ল। তিনিওটা ককাই-ভায়েই এতিয়া একোখন ৰাজ্যৰ গৰাকী হ’ল।

( ৯ )

দিলীপসিং আৰু খৰ্গসিংয়ে নিজ নিজ ৰাজ্যত নানাৰূপ নিয়ম প্ৰণালী প্ৰৱৰ্ত্তাই আৰু কৰ-কাটল লগাই অতি সমৃদ্ধিশালী হৈ উঠিল। বেঙাসিঙৰ অৱস্থাও বেয়া নাছিল। শহুৰেক মৰাৰ অলপ দিনৰ পাছতে তেওঁ ৰাজ-সাজ সোলোকাই পেৰাৰ ভিতৰত থলে, আৰু পূৰ্ব্বৰদৰে চহাৰ কাপোৰ পিন্ধি কাম বন কৰিবলৈ ধৰিলে। তেওঁ কলে, “মোৰ ভাল নালাগে। কাম নকৰি নকৰি মই পেটাল হৈছোঁ, খাবৰ মন নাযায়, আৰু টোপনিও নাইকিয়া হৈছে।” তেওঁ মাক বাপেক আৰু আঁকৰী ভনীয়েকজনীক তেওঁৰ লগত থাকিবলৈ অনালে; আৰু তেওঁলোকৰ সৈতে পূৰ্ব্বৰদৰে খেতিবাতি কৰিবলৈ ধৰিলে।

মানুহে কলে, "তুমি ৰজা মানুহ।"

বেঙা—"হয় মই ৰজা। কিন্তু ৰজা হলেও খাব যে লাগিব।"

এজন মন্ত্ৰী আহি কলে, "দৰমহা দিবলৈ ৰাজ ভঁৰালত ধন নাইকিয়া হ'ল।"

বেঙা—"তেন্তে কাকো দৰমহা দিব নালাগে।"

মন্ত্ৰী—"তেনেহলে কোনেও খাটনি নকৰিব।"

বেঙা—"বাৰু, খাটনি নকৰক। সিহঁতে তেন্তে নিজৰ কাম বন কৰিবলৈ বহু সময় পাব। সিহঁতে নিজ নিজ পথাৰত সাৰ দিয়ক।"

কোনো কোনো প্ৰজা বেঙাৰ ওচৰলৈ বিচাৰৰ নিমিত্তে আহিছিল। এটাই কলে, "অমুকে মোৰ ধন চুৰ কৰি নিলে।" বেঙাই উত্তৰ দিলে, "নিলে নিয়ক; তাক ধন লগা হৈছিল কাৰণেহে সি চুৰ কৰিছে।"

প্ৰজাবিলাকে বেঙাসিঙক মূৰ্খ বুলি ঠাৱৰ কৰিলে। ঘৈণীয়েকে বেঙাক কলে, "মানুহে তোমাক মূৰ্খ বুলিছে।" বেঙাই উত্তৰ কৰিলে, "বুলিছে বোলক।"

বেঙাৰ ঘৈণীয়েকে এই বিষয়ে ভাবিবলৈ ধৰিলে; তেওঁ এজনী মূৰ্খ তিৰোতা আছিল। তাই মনতে কলে, "গিৰিহঁতৰ বিপৰীতে মই চলিম নে? বেজীটি যেনি যায় সূতাডালিও তেনি যায়।" মই তেওঁৰ অনুসৰণ কৰাহে উচিত, তেওঁ ৰাণীৰ পোছাক খহাই থৈ আঁকৰীৰ ওচৰত বন কৰি শিকিবলৈ ধৰিলে; আৰু অলপ দিনৰ পাছতে শিকি বুজি গিৰিয়েকক সহায় কৰিব পৰা হ'ল।

জ্ঞানী মানুহবিলাক বেঙাৰ ৰাজ্য এৰি গ'ল। কেৱল মূৰ্খবিলাকহে থাকিল। সিহঁতৰ কাৰো ধন নাছিল; সিহঁতে পৰিশ্ৰম কৰি খাইছিল আৰু আনকো খুৱাইছিল।

( ১০ )

যক্ষিনী তিনিজনীয়ে ককাই-ভাই তিনিটাৰ সৰ্ব্বনাশ কৰাৰ সম্বাদ পাম পাম বুলি কলিয়ে ইমান দিন বাট চাই আছিল। কিন্তু একো সম্বাদ নাপাই, কি হ'ল নহ'ল জানিবৰ নিমিত্তে তেওঁ নিজেই ওলাল। যক্ষিনীহঁতক বিচাৰি বিচাৰি নাপালে, কিন্তু গাঁত তিনিটা পাই ভাবিলে "সিহঁত কৃতকাৰ্য্য হব নোৱাৰিলে; মই নিজেই এবাৰ চাব লগীয়া হ'ল।"

কলিয়ে প্ৰথমতে দিলীপ আৰু খৰ্গৰ পাছ ধৰিলে; দুয়োৰে যথা সম্পত্তি আৰু ৰাজ্য নষ্ট কৰি সিহঁতক দৰিদ্ৰ কৰিলে। দুইৰো সৰ্ব্বনাশ সাধি, তেওঁ সেনাপতি বেশে পাছত বেঙাৰ ওচৰলৈ গৈ কলে, "সেনা নোহোৱাকৈ থকাটো ৰজাৰ পক্ষে শোভা নাপায়। মোক আদেশ দিলে প্ৰজাৰ ভিতৰৰপৰা চিপাহী গোটাই এদল সৈন্য গঠন কৰিব পাৰোঁ।"

বেঙাই শুনি থাকি মাত লগালে, "বাৰু, এদল সেনা গোট কৰা, আৰু সিহঁতক ভালকৈ গীত গাবলৈ শিকোৱা। সিহঁতৰ গীত শুনিবলৈ মই ভাল পাওঁ।"

কলি বেঙাৰ ৰাজ্যত ফুৰি ফুৰি প্ৰজাবিলাকক সেনাভুক্ত হবলৈ ধৰিলে, আৰু কলে, "যেয়ে চিপাহী হব সি এবটল মদ আৰু এটা ৰঙা টুপী পাব।" এই শুনি মানুহবিলাকে হাঁহিবলৈ ধৰিলে। সিহঁতে কলে, "আমাৰ মদৰ একো নাটনি নাই, আমি নিজেই ঘৰে ঘৰে মদ কৰি লওঁ, আৰু আমাৰ তিৰোতাবিলাকে সকলো ৰকমৰ ভাল ভাল টুপী প্ৰস্তুত কৰিব পাৰে।"

প্ৰজাবিলাকৰ ভিতৰত কোনেও সেনাভুক্ত হবলৈ মান্তি নোহোৱাত কলি বেঙাৰ ওচৰলৈ আহি কলে, "তোমাৰ প্ৰজাবিলাক বৰ মূৰ্খ; কোনেও নিজ ইচ্ছাৰে সেনা নহয়। সিহঁতক বল নকৰিলে নচলে।"

বেঙা—"বাৰু, বল কৰিয়েই চোৱা।"

কলিয়ে অনুমতি পাই ৰাজ্যৰ ভিতৰত জাননী দিলে যে, যেয়ে চিপাহী হবলৈ অমান্তি হব, বেঙাসিং ৰজাই তাৰ প্ৰাণ বধ কৰিব।

এই জাননী পাই প্ৰজাবিলাকে সেনাপতিৰ ওচৰলৈ আহি কলে, "তুমি কৈছা বোলে যেয়ে চিপাহী নহব, ৰজাই তাকে বধ কৰিব। চিপাহী হলে নো কি হব তাক তুমি কোৱা নাই। আমি শুনিছোঁ বোলে চিপাহী হলে প্ৰাণ হেৰুৱায়।"

কলি—"সেইটো হয়, কেতিয়াবা কেতিয়াবা মৰণ মিলে।"

এই কথা শুনি প্ৰজাবিলাক অবাধ্য হ'ল, আৰু কলে, "আমি চিপাহী নহওঁ। চিপাহী হলেও মৰণ, নহলেও মৰণ; মৰণৰ হাত এপিনেও এৰাব নোৱাৰি। ঘৰতে মৰাই ভাল।"

কলি—"তহঁত বৰ মূৰ্খ। চিপাহী হলে কেতিয়াবা মৰণ ঘটিবও পাৰে, নঘটিবও পাৰে। কিন্তু চিপাহী নহলে যে বেঙা ৰজাই প্ৰাণ বধ কৰিব ই একেবাৰেই নিশ্চয়।" এই কথা শুনি প্ৰজাবিলাকৰ মন খ্‌-ভুৰনি লাগি বেঙাসিং ৰজাৰ ওচৰলৈ গ'ল।

তেওঁবিলাকে কলে, "এজন সেনাপতি আহিছে; তেওঁ কৈছে যে আমি সকলোৱে সেনা হব লাগে। যদি সেনা হওঁ তেন্তে আমি মৰিবও পাৰোঁ, নমৰিবও পাৰোঁ; কিন্তু সেনা নহলে আপুনি বোলে নিশ্চয় আমালোকৰ প্ৰাণ বধ কৰিব। এই কথা সঁচা হয় নে?"

বেঙাই হাঁহিবলৈ ধৰিলে, আৰু কলে, "মই অকলৈ কেনেকৈ তোমালোকৰ আতাইবিলাকৰ প্ৰাণ বধ কৰিব পাৰোঁ? মই মূৰ্খ নোহোৱা হলে তাৰ উপায় বুজালোহেঁতেন; কিন্তু মই যেনে মূৰ্খ, মই নিজেই তাক বুজিব পৰা নাই।"

প্ৰজা—"আমি তেনেহলে সেনা হবলৈ নাযাওঁ।"

বেঙা—"বাৰু, নাযাবা।"

প্ৰজাবিলাক তেতিয়া সেনাপতিৰ ওচৰলৈ গৈ সেনা হবলৈ অসম্মতি জনালে। কলিয়ে দেখিলে যে তেওঁৰ ফন্দিটি মিছা হ'ল। তেওঁ অসন্তুষ্ট হৈ দৰঙ্গী ৰজাৰ ওচৰলৈ গ'ল, আৰু বহু কথা-বাৰ্ত্তাৰ পাছত তেওঁক কলে, "আমি যুদ্ধ কৰি বেঙাসিঙৰ ৰাজ্যখান জয় কৰোঁ দিয়ক। তাৰ ধন নহলেও, গৰু, মহ, শস্য আদি বহু বস্তু আছে।"

দৰঙ্গী ৰজাই যুদ্ধ কৰিবলৈ সম্মত হৈ তাৰ নিমিত্তে আয়োজন

কৃষিৰলৈ ধৰিলে। অস্ত্ৰ-শস্ত্ৰৰ সৈতে ডাঙৰ এদল সৈন্য লৈ বেঙাৰ ৰাজ্যত সোমালগৈ।

প্ৰজাবিলাক বেঙাৰ ওচৰলৈ গৈ কলে, "দৰঙ্গী ৰজাই যুদ্ধ কৰিবলৈ আহিছে।"

বেঙা—"বাৰু, আহিছে আহক।"

দৰঙ্গী ৰজাই বেঙাৰ ৰাজ্যত সোমাই সেই ৰাজ্যৰ সেনাবিলাক ক'ত আছে তাক থিৰ কৰিবলৈ চোৰাংচোৱা পঠালে। চোৰাংচোৱাইঁতে বিচাৰিলেহে বিচাৰিলে কিন্তু ক'তো সেনা নেদেখিলে। সেনা থকাৰ একো আঁটকাল নাপালে; যুঁজিব লগীয়া এনে কোনো মানুহ নাই। পাছে দৰঙ্গী ৰজাই গাঁওবিলাকক আক্ৰমণ কৰিবলৈ আদেশ দিলে। আদেশৰ মতে চিপাহীবিলাক এখান গাঁৱলৈ গ'ল; গাঁৱৰ মতা-তিৰোতা আতাইবিলাক ওলাই আহিল, আৰু ভেবা লাগি চিপাহীবিলাকক চাবলৈ ধৰিলে। চিপাহীইঁতে গৰু মহ ধান চাউল লুটি ললে। প্ৰজাবিলাকে একো আপত্তি নকৰিলে; চিপাহীবিলাকে দুদিনমান এইদৰে গাঁৱে গাঁৱে ফুৰিলে; সকলো গাঁৱতে একে কথা। সিহঁতে যিহকে নিব খুজিছিল, তাকে গাঁৱৰ মানুহবিলাকে দিছিল আৰু একো প্ৰতিবন্ধকতা নকৰিছিল। সিহঁতে বৰং চিপাহীবিলাকক সিহঁতৰ লগতে থাকিবলৈ মাতিছিল আৰু এইদৰে কৈছিল, "বোপাইঁত, তোমালোকৰ দেশত খোৱা লোৱাৰ বৰ কষ্ট যদি আমাৰ ইয়াতে নথকাহি কিয়?"

চিপাহীবিলাক এইদৰে ফুৰি ফুৰি আমনি লাগি দৰঙ্গী ৰজাৰ ওচৰলৈ আহি কলে, "ইয়াত যুঁজিব লগীয়া একো নাই; আমাক অইন ঠাইলৈ যাত্ৰা কৰাওঁক। যুদ্ধহে ভাল লাগে।"

দৰঙ্গী ৰজাৰ খং উঠি চিপাহীবিলাকক আদেশ কৰিলে, "সমুদায় ৰাজ্যখান একাকাৰ পথাৰ মহটিয়াই যা, গাঁওবিলাক নষ্ট কৰ, ঘৰ আৰু শস্যত জুই লগাই দে, আৰু গৰু, মঁহ, ছাগলী যি পোহনীয়া জন্তু আছে পুৰি পেলা। এই আজ্ঞা নাপালিলে, তহঁতৰ আতাইবিলাকক কাঁচি দিম।"

সৈন্যবিলাকে ভয় পাই, ৰজাৰ আদেশ মতে কাম কৰিবলৈ ধৰিলে। সিহঁতে ঘৰ আৰু ধান মাহ সৰিয়হ আদি শস্যবিলাকত জুই লগাই দিলে, আৰু গৰু, ম'হ আদি জন্তুবিলাক বধ কৰিবলৈ ধৰিলে; কিন্তু তথাপি হোজা প্ৰজাবিলাকে একো প্ৰতিবন্ধকতা নকৰিলে; সিহঁতে কান্দিবলৈ ধৰিলে। বুঢ়াই কান্দিলে, বুঢ়ীয়ে কান্দিলে, ডেকা গাভৰু সকলোৱে কান্দিলে। সিহঁতে কলে, "তোমালোকে আমাৰ কিয় অপকাৰ কৰিছা? লাগতিয়াল বস্তুবোৰ নষ্ট কৰা কিয়? যদি সেইবোৰ বস্তু তোমালোকক লাগে তেনেহলে লৈ যোৱা।"

প্ৰজাবিলাকৰ করুণ কথা শুনি সেনাবিলাকে পাছে সহিব নোৱাৰা হ'ল। সিহঁতে আৰু অপকাৰ কৰিবলৈ অস্বীকাৰ হৈ দিহা-দিহি পলাই গ'ল।

( ১১ )

কলিৰ মন্ত্ৰণা সিদ্ধি নহ'ল। সৈন্যেৰে বেঙাক ছলিব নোৱাৰি তেওঁ এজন ভদ্ৰ মানুহৰ বেশ ধৰি সেই ৰাজ্যত থিতাপি হ'ল। তেওঁ ধনেৰে বেঙাক চলিব মন কৰিলে। তেওঁ বেঙাক কলে, "মই তোমাৰ উন্নতি কৰিবলৈ ইচ্ছা কৰিছোঁ; তোমাক জ্ঞান আৰু বুদ্ধি শিকাম। মই তোমাৰ ইয়াতে এটা ঘৰ কৰিম, আৰু বেপাৰ চলাম।"

বেঙাই কলে, "ভাল কথা; তোমাৰ ইচ্ছা হৈছে যদি মোৰ ৰাজ্যতে ঘৰ কৰি থাকিব পাৰা।"

পিছদিনা এই ভদ্ৰলোকজনে এমোনা সোণৰ মোহৰ আৰু এখন কাগজ লৈ গাঁৱলৈ গৈ মানুহবিলাকক কলে, "তহঁতে গাহৰিৰদৰে দিন নিয়াইছ কেনেকৈ ভাল মতে থাকিব লাগে মই তহঁতক শিকাব খোজোঁ। এই নক্‌ছাখনৰ আৰ্হি মতে মোক এটা ঘৰ সাজি দে, তহঁতক সোণৰ মোহৰেৰে দৰমহা দিম।" এই বুলি তেওঁ মোহৰবিলাক সিহঁতক দেখুৱালে।

হোজাহঁত আচৰিত হ'ল। সিহঁতৰ ভিতৰত টকা কড়িৰ ব্যৱহাৰ নাই। সিহঁতে বস্তু সলনা সলনি কৰে, নাইবা পৰস্পৰে পৰস্পৰৰ কাম

কৰি দিয়ে। চকচকীয়া সোণৰ মোহৰ দেখি সিহঁতে আচৰিত মানিলে, আৰু কলে, "এই সৰু সৰু বস্তুবোৰ দেখিবলৈ কেনে চিকুণ।"

সিহঁতে পাছে বস্তু দি বা কাম কৰি দি, মোহৰ লবলৈ ধৰিলে। কলিয়ে সোণৰ মোহৰ দিয়াত হাত মুকলি কৰি দিলে, আৰু গাঁৱলীয়াইঁতেও মোহৰৰ নিমিত্তে সকলো প্ৰকাৰৰ বস্তু সদাবলৈ আৰু সকলো কাম কৰিবলৈ ধৰিলে ।

কলিৰ মনত বৰ আনন্দ হ'ল, আৰু তেওঁ ভাবিলে, "এইবাৰ বৰশীত মাছ লাগিছে; কাম ভাল চলিছে; এইবাৰ মূৰ্খ বেঙাক দেহে প্ৰাণে কিনি লম।"

গাঁৱৰ মানুহবিলাকে এইদৰে সোণৰ মোহৰ লৈ তিৰোতাহঁতক ডিঙিত পিন্ধিবলৈ দিলে। ল'ৰা-ছোৱালীবিলাকে বাটত মোহৰ লৈ উমলি থাকে। ঘৰে ঘৰে ইমান মোহৰ হ'ল যে গাঁৱৰ মানুহে আৰু মোহৰ নোলোৱা হ'ল। ভদ্ৰলোকজনৰ ঘৰটি ইমান দিনে আধা আধিহে হ'ল। তেওঁ জাননী দিলে যে মানুহবিলাক আহি ঘৰটো উলিয়াই দিয়ক, সিহঁতক যিমান লাগে সিমান মোহৰ দিয়া যাব। কিন্তু কোনো মানুহ কাম কৰিবলৈ নাহিল, আৰু একো বস্তু মোহৰৰ বাবে নসলোৱাত পৰিল। কাচিৎ ল'ৰা-ছোৱালীবিলাকে লৰি গৈ কণীটো বা বেঙেনাটো দি ধেমালি কৰিবলৈ মোহৰ আনিছিল; তাৰ বাহিৰে কোনো নগৈছিল। ভদ্ৰলোকজনৰ শেহত খোৱা বস্তু নোহোৱাত পৰিল। ভোকত থাকিব নোৱাৰি তেওঁ কিবা বস্তু কিনিব পাৰে বুলি গাঁৱলৈ গ'ল। এঘৰত এটা মোহৰ দি এটা হাঁহ কিনিব খুজিলে; ঘৰৰ ঘৈণীজনীয়ে নিদিলে আৰু তাই কলে, "আমাৰ বহুত মোহৰ আছে।"

তেওঁ এজনী বাঁৰী তিৰোতাক এটা মোহৰ যাচি পাৰ এটা কিনিবলৈ বিচাৰিলে। তাই কলে, "মোক নালাগে দেউতা! মোহৰেৰে উমলিবলৈ মোৰ ল'ৰা-ছোৱালী নাই; মোৰ তিনিটা মোহৰ আছেই।"

তেওঁ পাছে এটা হালোৱাৰ ঘৰলৈ গৈ কলে, "মই মোহৰ দিওঁ,

মোক খাবলৈ দে।" হালোৱাই উত্তৰ দিলে, "মোহৰ-টোহৰৰ মোৰ আৱশ্যক নাই। যদি তুমি ভিক্ষা খোজা, তেন্তে ঈশ্বৰৰ সৃষ্ট জীৱৰ উপকাৰ হক বুলি ভিক্ষা দিব পাৰোঁ। অলপ অপেক্ষা কৰা, মই কি হয় আনো।"

ঈশ্বৰৰ নাম শুনি ভদ্ৰবেশী কলিয়ে থু থু কৰি গুচি গ'ল। ঈশ্বৰৰ নামে তেওঁৰ কাণত বেজীয়ে বিন্ধা দৰে বিন্ধিছিল। তেওঁ খাবলৈ নাপালে। সকলোৰে ঘৰে ঘৰে সোণৰ মোহৰ; তেওঁ যেনেকৈ কৈছিল, কোনেও সোণৰ সলনি বস্তু দিবলৈ সম্মত ন'হ'ল। প্ৰত্যেক-জনে কলে, "হয় আন কিবা বস্তু সলনিলৈ আনা, নাইবা আমাৰ লগত কাম কৰা, নহলে ঈশ্বৰৰ নাম কৰি ভিক্ষা দিওঁ লোৱা।"

কলিৰ সোণৰ ব্যতিৰেকে আন বস্তু নাছিল; কাম কৰিবলৈও ভাল নাপাইছিল; ঈশ্বৰৰ নামে ভিক্ষা লবও নোখোজে। বৰ খং কৰি তেওঁ কলে, "তইঁতক ধন দিছোঁ, তাতকৈ কি বেছি লাগে? ধনেৰে যি লাগে তাকে কিনিব পাৰিবি; তাৰে দৰমহা দি কাম কৰিবলৈ মানুহ লগাবও পাৰিবি।"

কিন্তু গাঁৱৰ মানুহে তাক কথা যেনকে নেদেখিলে। সিহঁতে কলে, "নাই নাই, আমাক ধন নালাগে; আমি কাকো ধন দিব লগা নাই, মাটিৰ খাজানা কৰ-কাটল একো দিবলৈ নাই; এনেস্থলত আমি ধনেৰে কি কৰিম?"

কলিয়ে সেইদিনা পেটৰ ভোকেৰেই শুই থাকিলগৈ।

এই বৃত্তান্ত বেঙাৰ কাণত পৰিল। মানুহবিলাকে আহি তেওঁক সুধিলে, 'আমি কি কৰোঁ? এজন ভদ্ৰ মানুহ ওলাইছেহি; তেওঁ ভাল খাব পিন্ধিবলৈ বিচাৰে। কিন্তু কাম বন কৰিব নোখোজে, ঈশ্বৰৰ নামে ভিক্ষাও নলয়, কেৱল সোণৰ মোহৰ দি বস্তু নিবলৈ ইচ্ছা কৰে। পোনে পোনে মানুহে মোহৰৰ সলনি বস্তু দিছিল; এতিয়া ঘৰে ঘৰে যথেষ্ট মোহৰ হোৱাত মানুহে আৰু বস্তু দিব নোখোজে, মানুহজনৰ কি দিহা কৰা যায়? তেওঁ এতিয়া খাবলৈ নাপায়েই মৰিব।"

ধেঙাই কথাবিলাক শুনি থাকি পাছে কলে, "বাৰু, আমি তেন্তে তেওঁক খাবলৈ দিওঁহক। তেওঁ পাল পাতি প্ৰতি মানুহৰ ঘৰত খাওক।" অন্য উপায় নথকাত কলিয়ে বাধ্য হৈ গাঁও ফুৰি ঘৰে ঘৰে খাবলৈ আৰম্ভ কৰিলে। কালক্ৰমে এদিন বেঙাৰ ঘৰলৈ খোৱাৰ পাল পৰিল। কলিয়ে খাবলৈ গ'ল; বেঙাৰ ভনীয়েক আঁকৰীয়ে খোৱাৰ যোগাৰ কৰিলে।

আঁকৰীক অনেক সময়ত এলেহুৱা মানুহে ঠগিছিল, অৰ্থাৎ সিহঁতে নিজৰ ভাগৰ কাম শেষ নকৰাকৈ আগ ধৰি খাবলৈ গৈ ভাল ভাল বস্তু-খিনি খাইছিল। সেই নিমিত্তে তাই হাত চাই এলেহুৱা মানুহ থিৰ কৰিব ধৰিলে; যিবিলাকৰ হাতত কাঠ বান্ধিছিল, সিহঁতক আগ ধৰি খাবলৈ দিছিল, তাৰ পাছত আন আন বিলাকক সিহঁতৰ বোৱা খাবলৈ দিছিল।

কলিয়ে যেতিয়া খাবলৈ বহিল, আঁকৰীয়ে আহি তেওঁৰ হাতখনত ধৰি চালে, হাতত কাঠ বন্ধা নাই; দুইখন হাত কোমল আৰু মিহি; নখবিলাকো ক্ষয় যোৱা নহয়। আঁকৰীয়ে বেঙ্‌বেঙাই কলিক টানি নি আঁতৰাই থলে। বেঙাৰ ঘৈণীয়েকে তেওঁক কলে, "হেৰা মানুহটি, তুমি বেয়া নাপাবা। মোৰ ননন্দীয়ে যাৰ হাতত কাঠ বন্ধা নাই তেনে মানুহক খাবলৈ নিদিয়ে। তুমি বাৰু অলপপৰ থাকা; আন মানুহে খাই উঠি যি ৰয় তাকে খাবলৈ পাবা।" কুকুৰক উচ্ছিষ্ট খাবলৈ দিয়াৰ দৰে ৰজাঘৰত কলিক আনৰ বোৱা খাবলৈ যচাত তেওঁ বেজাৰ পাই বেঙাক কলে, "তোমাৰ ৰাজ্যত প্ৰত্যেক মানুহে নিজ হাতে কাম কৰিব লগীয়া বিধিটো বেয়া, তাৰ কোনো অৰ্থ নাই। তোমাৰ মূৰ্খালিৰ পৰাহে এনে বিধি হৈছে। মানুহে কি অকল হাতেৰেহে কাম কৰে নে? জ্ঞানী মানুহে কিহেৰে কাম কৰে বুলি ভাবিছা?"

বেঙা—"আমি হোজা মানুহে সেইটো কেনেকৈ বুজিম? আমি হাত আৰু পিঠিৰে কাম কৰিব লাগে বুলিহে জানো।"

কলি—"তোমালোক মূৰ্খ দেখিহে তাকে জানিছা। মূৰেৰে

"কেনেকৈ কাম কৰিব লাগে মই তোমালোকক শিকাম। তেতিয়া জানিবা যে হাততকৈ মূৰৰ কাম কৰাতহে অধিক লাভ।"

বেঙাই শুনি আচৰিত হ'ল। তেওঁ কলে, "সেইটোৱেই যদি হয়, তেন্তে আমাক মূৰ্খ বুলিবই পোৱা।"

কলি—"কিন্তু এটা কথা; মূৰেৰে কাম কৰা সহজ নহয়। মোৰ হাতত কাঠ বন্ধা নাই দেখি মোক খাবলৈ নিদিয়া। কিন্তু মূৰেৰে কাম কৰা যে এশ গুণে টান তাক তুমি নাজানা। কেতিয়াবা মূৰ ফাটি যায়।"

বেঙাই কথাখিনি অলপ গমি চাই কলে, "তেনেহলেনো তোমালোকে নিজকে নিজেই ইমান কষ্ট দিয়া কিয়? মূৰটো ফাটি গলে ভাল পোৱা নে কি? তাতকৈ হাত আৰু পিঠিৰে সহজ কাম কৰাটো ভাল নহয় নে?"

কলি—"তোমালোকে মূৰ্খ, গতিকে মোৰ দয়া হৈছে। মই যদি কষ্ট সহ্য কৰি নিশিকাওঁ, তোমালোকে চিৰকাল মূৰ্খ হৈ থাকিবা। সেই নিমিত্তে মূৰেৰে কাম কৰি শিকনি দিব খুঁজিছোঁ।"

বেঙা—"বাৰু তেন্তে শিকোৱাঁ। কাম কৰোঁতে কৰোঁতে হাত জঠৰ বা ঠেৰেঙা লাগিলে, মূৰৰ কাম কৰিম।"

কলিয়ে শিকাবলৈ মান্তি হ'ল। বেঙাই ৰাজ্যত জাননী দিলে যে এজন ভদ্ৰলোকে মূৰেৰে কেনেকৈ কাম কৰিব লাগে সকলোকে শিকাব, হাততকৈ মূৰেৰে অধিক কাম কৰিব পাৰি; এতেকে সকলো প্ৰজাই আহিব লাগে আৰু শিকিব লাগে।

বেঙাৰ ৰাজ্যত খট্‌খটি থকা এটা বৰ ওখ স্তম্ভ আছিল। সকলো প্ৰজাই দেখাকৈ ভদ্ৰলোকটিক তাৰ ওপৰত তুলি দিলে। তেওঁ স্তম্ভৰ ওপৰত উঠি বক্তৃতা কৰিবলৈ ধৰিলে, আৰু তেওঁক চাবলৈ বহুত মানুহ তাত গোট খালে। মানুহবিলাকে ভাবিছিল যে ভদ্ৰলোকটিয়ে হাতৰ পৰিবৰ্তে মূৰেৰে কেনেকৈ কাম কৰিব পাৰি দেখুৱাব। কিন্তু কলিয়ে কাম নকৰাকৈ মানুহে কেনেকৈ চলিব পাৰে তাক মাথোন শুদা কথাৰে কবলৈ ধৰিলে। মানুহবিলাকে একো

বুজিব নোৱাৰিলে। কিছুমান পৰ চাই থাকি মানুহবিলাক ভাগি নিজৰ কামলৈ যাবলৈ ধৰিলে।

সমুদায় দিন কলিয়ে স্তম্ভৰ ওপৰত থিয় দি আছিল। ভোকত তেওঁৰ গা অথিৰ-অবিৰ হবলৈ ধৰিলে। তেওঁ খাবৰ নিমিত্তে স্তম্ভৰ ওপৰত কিবাকিবি নি দিব লাগি বুলি কোনেও নাভাবিলে। সকলোৱে ভাবিছিল যে তেওঁ যদি হাততকৈ মূৰেৰে ভাল কাম কৰিব পাৰে, তেন্তে যেনেতেনে তেওঁৰ খোৱাৰ যোগাৰটি তেওঁ নিজে কৰিব পাৰিব।

কলিয়ে এইৰূপে স্তম্ভৰ ওপৰতে তিনি দিন বক্তৃতা কৰি থাকিল। মানুহবিলাক কিছুপৰ চাই থাকি গুচি গৈছিল।

বেঙাই মানুহবিলাকক সুধিলে, "ভদ্ৰলোকজনে মূৰেৰে কাম কৰিবলৈ আৰম্ভ কৰিছে নে?"

প্ৰজা—"নাই কৰা; কিবা বকৃবকাই হে আছে।"

কলি আৰু এদিন স্তম্ভত থিয় হৈ থাকিল; তেওঁ বৰ দুৰ্ব্বল হ'ল। গা অথিৰ হৈ তেওঁ খুটা এটাত মূৰত খুন্দা খালে। মানুহ-বিলাকে মূৰত খুন্দা খোৱা দেখি বেঙাৰ ঘৈণীয়েকক সম্বাদ দিলে; তাই গিৰিয়েকক কবলৈ পথাৰলৈ লৰ ধৰিলে।

তাই কলে, "আহাঁচোন আহাঁ; মানুহজনে বোলে মূৰেৰে কাম কৰিবলৈ ধৰিছে।"

বেঙাই আচৰিত হৈ কলে, "সঁচাই নে?"

এই বুলি তেওঁ স্তম্ভৰ ওচৰলৈ বেগ দিলে। তেওঁ আহি দেখিলে যে মানুহটিয়ে চলিব লাগিছে; ইটো খুটাত মূৰ লাগি খুন্দা খায় এবাৰ, আকৌ সিটো খুটাত খায় এবাৰ। চাই থাকোঁতেই মানুহ-জন পৰি গ'ল, আৰু খট্‌খটিয়েদি বাগৰি মূৰত খুন্দা খাই খাই মাটি পালেহি।

বেঙাই মাত লগালে, "ভালেতো হে তেওঁ কৈছিল বোলে কেতিয়াবা কাম কৰোঁতে মূৰ কাটি যায়। সঁচা কথা, ইমান কাম কৰোঁতে কৰোঁতে ঘা লাগি মূৰ উথহিল।"

কিমান কাম কৰা হ'ল চাবলৈ বুলি বেঙা ওচৰ চাপি যাওঁতেই

পৃথিবীয়ে ফাট মেলিলে, আৰু কলি ফাটেদি সোমাই গ'ল। গাঁওটি ৰ'ল মাথোন।

বেঙাই মুখ খজুৱাবলৈ ধৰিলে আৰু কলে, "কি আপদ! এইটো যক্ষিনীহঁতৰ বাপেক হবলা!"*

* কাউণ্ট টলষ্টয়ৰ গল্পৰ ছাঁ লৈ।

# মোৰ জীৱন-স্মৃতিৰ টোকা*

১৮৫৮ খৃষ্টাব্দৰ জুলাই মাহত নগাঁও নগৰত মোৰ জন্ম হয়। মোৰ পিতৃৰ নাম বাপিৰাম দাস আৰু মাতৃৰ নাম পদ্মাৱতী আছিল। মোৰ পিতৃ বিখ্যাত বাখৰ বৰাৰ বংশৰ হোৱা সত্বেও তেওঁ নামৰ শেষত 'বৰা' নেলেখি 'দাস' লিখিবলৈহে ভাল পাইছিল। তেওঁৰ সাংসাৰিক অৱস্থা বৰ ভাল নাছিল। তেওঁ নগাঁও দেৱানী চিৰস্তাদাৰ নাজিৰ আছিল আৰু মাহে ২৫ টকাকৈ দৰমহা পাইছিল। ইমান অলপীয়া দৰমহাৰেও তেওঁ বৰ বেছি অভাৱত নপৰাকৈ চলিব পাৰিছিল; কাৰণ সেই কালত আৱশ্যকীয় বস্তুবোৰ সস্তাতে পোৱা হৈছিল আৰু মানুহবিলাকে খোৱা-লোৱা, পিন্ধা-উৰা আদি সকলো বিষয়তে পোন-পটিৰে চলিছিল। তেতিয়াৰ সমাজত লাসবিলাসৰ ছায়াটোও নাছিল।

মোৰ পিতৃ-মাতৃৰ ময়ে একমাত্ৰ সন্তান আছিলোঁ। মই নগাঁও হাইস্কুলতে পঢ়ি-শুনি তাৰেপৰাই ১৮৭৯ খৃষ্টাব্দত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ পোন্ধৰ টকীয়া বৃত্তি এটা লাভ কৰিছিলোঁ। সেই কালত উচ্চ শিক্ষাৰ কাৰণে আমাৰ দেশত কোনো কলেজ নথকাত আমাৰ মানুহৰ উচ্চ শিক্ষালৈ বৰ ধাউতি নাছিল। কলিকতা বা আন কোনো ঠাইত পঢ়িবলৈ গলেও বহুত খৰচ লাগিছিল; ৰেলগাড়ী নোহোৱা বাবে সেইবিলাক ঠাইলৈ যোৱাও কষ্টকৰ আছিল। মন্থৰগামী মাল জাহাজেৰে শিলঘাটৰপৰা গোৱালন্দলৈ যাওঁতে সাত দিন লাগিছিল, এনেকুৱা ভ্ৰমণত কষ্টৰো অবধি নাছিল। একমাত্ৰ সন্তানক দূৰ দেশলৈ পঠিয়াই বিচ্ছেদ যাতনা সহ্য কৰিবলৈ অপাৰগ হোৱাৰ কাৰণেই হওক বা মই কলিকতালৈ গৈ জাতিভ্ৰষ্ট হোৱাৰ ভয়তে হওক মোৰ

---

* ভোলানাথ দাসৰ আত্ম-জীৱনী। ১৯২৯ চনত ১৭শ বছৰৰ ৪ৰ্থ সংখ্যা-বাহীত স্বৰ্গীয় জলতিৰাম লহকৰে সংগ্ৰহ কৰি প্ৰকাশ কৰাইছিল। (সম্পাদক)

পিতৃ-মাতৃয়ে, মোক কলিকতালৈ নপঠোৱাটোকে স্থিৰ কৰিছিল। পাছত জানিবা আমাৰ হিতাকাঙ্ক্ষী বন্ধুসকলৰ সুপৰামৰ্শৰ সুফল ফলিল, আৰু মই কলিকতালৈ যাবলৈ অনুমতি পালোঁ। মই কলিকতাৰ মেট্ৰোপলিটান কলেজত নাম লগালোঁগৈ; কিন্তু বেছি দিন নৌহওতেই মোৰ মাতৃৰ বৰ নৰিয়া হ'লত মই ঘৰলৈ উভতিবলৈ বাধ্য হলোঁ, আৰু ইয়াতেই মোৰ উচ্চ শিক্ষাৰ অন্ত পৰিল।

এইদৰে শিক্ষা সাং কৰাৰ কিছুকাল পাছতেই মই মাহে ৫০ টকা দৰমহাত নগাঁওত ডিষ্ট্ৰিক্ট চাৰ্ভেয়েৰৰ পদত নিযুক্ত হলোঁ। কিন্তু এই কামত বৰ বেছিকৈ ঘূৰি ফুৰিব লগীয়া হোৱাত অত্যধিক শাৰীৰিক পৰিশ্ৰমৰ ফলত মোৰ ঘন ঘনকৈ নৰিয়া হবলৈ ধৰিলে। কিয়নো ইমান পৰিশ্ৰম কৰা মোৰ অভ্যাস নাছিল। অৱশেষত এই কামটো মই এৰি দিবলৈ বাধ্য হলোঁ।

ইয়াৰ পাছত ১৮৮০ খৃষ্টাব্দৰ ২৪ আগষ্ট তাৰিখে নগাঁও হাইস্কুলৰ লাষ্ট মাষ্টৰৰ পদত মই মাহে ১৫ টকা দৰমহাত মকৰল হৈছিলোঁ। এই সময়তে মৌজাদাৰী কাম আৰু জঙ্গলী বিভাগৰ চাৰ্ভেয়ৰ কামো মোক যচা হৈছিল; কিন্তু মই সেইবোৰ কাম নললোঁ আৰু লাষ্ট মাষ্টৰৰপৰা শিক্ষা বিভাগৰ কেৰাণী হলোঁ। ইয়াৰ পাছত নগাঁও আৰু শিৱসাগৰত থকা মণ্ডলী কাম শিকোৱা ছাৰ্ভে স্কুলৰ মাষ্টৰ হৈছিলোঁ আৰু মাহে ৪০ টকাকৈ পাইছিলোঁ।

মই ১৮৮৭ খৃষ্টাব্দত 'ছাবৰ্ডিনেট ছিভিল ছাৰ্ভিছ' পৰীক্ষাত উত্তীৰ্ণ হলোঁ, আৰু ১৮৮৮ খৃষ্টাব্দৰ ৩০ মেই তাৰিখে মাহে ১০০ টকা দৰমহাত ছুব ডিপুটী কলেক্টৰৰ পদ গ্ৰহণ কৰিলোঁ। এই কামত ক্ৰমোন্নতি কৰি অৱশেষত মই প্ৰথম শ্ৰেণীৰ কৰ্ম্মচাৰী হৈছিলোঁ আৰু মাহে ২৫০ টকা ভোগ কৰিছিলোঁ। নগাঁও, গোলাঘাট, যোৰহাট, শিৱসাগৰ, তেজপুৰ, ডিব্ৰুগড়, মঙ্গলদৈ আৰু গুৱাহাটীত মই এই কাজ কৰি ঘূৰি ফুৰোঁতে মাজে মাজে দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা প্ৰাপ্ত হৈ এছিষ্টেণ্ট্ ছেটেলমেণ্ট্ অফিচাৰো নিযুক্ত হৈছিলোঁ। অৱশেষত গুৱাহাটী নগৰৰ ৰি-ছাৰ্ভে আৰু ৰি-ছেটেলমেণ্ট কাম শেষ

কৰিয়েই ১৯১২ খৃষ্টাব্দৰ ১২ ডিচেম্বৰ তাৰিখে মই চৰ্কাৰী কামৰপৰা অৱসৰ লৈছিলোঁ।

১৯১৩ চনৰ এপ্ৰিল মাহত মই গুৱাহাটীৰ আদালতত দ্বিতীয় শ্ৰেণীৰ ক্ষমতাপ্ৰাপ্ত অনাৰেৰী মেজিষ্ট্ৰেট নিযুক্ত হৈছিলোঁ, আৰু ১৯২৫ চনত মোক অকলে বিচাৰ কৰাৰ ক্ষমতাও দিছিল। ১৯১৪ চনৰপৰা মই গুৱাহাটী মিউনিছিপেলিটিৰ কমিশ্যনাৰ হৈছিলোঁ। ১৯১৫ চনৰ অক্টোবৰ মাহৰপৰা ১৯১৯ চনৰ ডিচেম্বৰলৈকে উপৰোক্ত মিউনিছি-পেলিটিৰ ময়ে ভাইছ-চেয়াৰমেন আছিলোঁ আৰু ইয়াৰ পাছৰ আঠ মাহ কাল চেয়াৰমেন হৈছিলোঁ।

লতাশিল কো-অপাৰেটিভ বেঙ্কৰ মই প্ৰথম চেয়াৰমেন আছিলোঁ। এই বেঙ্ক ১৯১৪ চনত স্থাপিত হয়। মই জীৱনৰ বাকী কেইটা দিন গুৱাহাটীত কটাবলৈ ইচ্ছা কৰি ইয়াতে ঘৰবাৰী কৰি থাকিলোঁ।

মোৰ প্ৰথম আৰু দ্বিতীয় পত্নীৰ মৃত্যুৰ পাছত ইংৰাজী ১৮৮৭ চনত গোলাঘাটৰ ৰাজখোৱা বংশৰ যজ্ঞেশ্বৰীক মই বিয়া কৰাও। এওঁৰপৰা প্ৰথমতে এটি ল'ৰা আৰু এটি ছোৱালী উপজি মৰাৰ পাছত এওঁ আৰু তিনিটা সন্তানক জন্ম দি নিজে ১৯০০ চনত দেহত্যাগ কৰে। এই মাতৃবিহীন সন্তান তিনিটিৰ প্ৰথম শ্ৰীমান লক্ষ্মীনাথ ১৮৯৩ চনত আৰু দ্বিতীয় শ্ৰীমান কুমুদনাথ ১৮৯৫ চনত গুৱাহাটীত উপজিছিল। তৃতীয় সন্তান শ্ৰীমতী চন্দ্ৰবালা তেজপুৰত ১৮৯৭ চনত উপজিছিল। এই গৰাকী সহধৰ্ম্মিনীক হেৰুৱাই মই আৰু কেতিয়াও বিয়া নকৰাও বুলি স্থিৰ কৰিছিলোঁ। কিন্তু ১৯০৬ চনত মোৰ দ্বিতীয় পুত্ৰ শ্ৰীমান কুমুদনাথৰ মৃত্যু হোৱাত মই তুনাই বিয়া কৰাবলৈ মোৰ বৃদ্ধা মাতৃ আৰু বন্ধুসকলে মোক ইমান বলেৰে ধৰিলে যে মই তেওঁলোকৰ, বিশেষকৈ মোৰ স্নেহশীলা জননীৰ বচন অৱহেলা কৰিবলৈ একেবাৰে অপাৰগ হলোঁ, আৰু সেই চনতে উত্তৰ গুৱাহাটীৰ ৺তুলাৰাম মজুমদাৰ বৰুৱাৰ কন্যা শ্ৰীমতী ৰজনীগন্ধাক বিয়া কৰাও। এৱেঁই মোৰ বৰ্ত্তমান পত্নী। এওঁ পাঁচ কন্যা আৰু দুই পুত্ৰৰ, মুঠতে সাতোটি সন্তানৰ জননী। তাৰে ভিতৰত এটি পুত্ৰ আৰু এটি কন্যাই ইহলীলা সম্বৰণ কৰিছে; বাকী

কেইটি আছে। শেহতীয়া সন্তান শ্ৰীমতী প্ৰিয়বালা ১৯২০ চনত উপজিছিল। মোৰ কন্যা শ্ৰীমতী চন্দ্ৰবালাক উত্তৰ গুৱাহাটী ৰংমহলৰ শ্ৰীমান শশধৰ চৌধাৰী পেস্কাৰে বিয়া কৰিছে। দ্বিতীয় কন্যা শ্ৰীমতী কিৰণবালাক ভৰলুমুখৰ শ্ৰীমান চন্দ্ৰনাথ বৰাই বিয়া কৰিছে।

মোৰ স্বাস্থ্য বেয়া হোৱা গতিকে ১৯২৭ চনৰ জানুৱাৰী মাহত মই অনাৰেৰী মেজিষ্ট্ৰেটৰ কাম এৰি দিওঁ।*

*১৯২৯ চনৰ ২ জুলাই মঙ্গলবাৰে পুৱা ৯-৪০ মিনিটত গুৱাহাটীৰ উজান বজাৰৰ নিজ গৃহত এপ'প্লেক্সী ৰোগত ভোলানাথ দাসৰ মৃত্যু হয়। (সম্পাদক)

# প্ৰথমভাগ কবিতামালাৰ অৰ্থ পুস্তক

তলত লেখা সঙ্কেতবিলাক কবিতামালাত ব্যৱহাৰ কৰা হইছে·

| | | | | |
|---|---|---|---|---|
| বি | .. | ... | ... | বিশেষ্য |
| বিণ | ... | ... | ... | বিশেষণ |
| অ, ক্রি | ... | .. | ... | অসমাপিকা ক্রিয়া |
| স, ক্রি | ... | ... | ... | সমাপিকা ক্রিয়া |
| ক্রি, বিণ | ... | ... | ... | ক্রিয়া বিশেষণ |
| অং | ... | ... | ... | অব্যয় |
| কৰ্ত্তা | ... | ... | ... | কৰ্ত্তা কাৰক |
| কৰ্ম্ম | ... | ... | ... | কৰ্ম্ম কাৰক |
| কৰণ | ... | ... | ... | কৰণ কাৰক |
| অধি | ... | ... | ... | অধিকৰণ কাৰক· |
| সম্ব | ... | ... | ... | সম্বন্ধ |
| সম্বো | ... | ... | ... | সম্বোধন |

## উপদেশ

উপদেশ, ( বি ) শিক্ষাদান ।

শিক্ষক, ( কর্ত্তা ) যি জনে শিক্ষা দিয়ে, অধ্যাপক

পৰম, ( বিণ ) প্ৰধান, শ্ৰেষ্ঠ ।

বিদ্যা বিতৰণে, ( অধি ) বিদ্যা দানে, বিদ্যা দান কৰাত ।

কৰন্ত যতন, ( স, ক্ৰি ; গদ্যত "যত্ন" ) চেষ্টা কৰে, পুৰুষাৰ্থ কৰে ।

হিয়ে, ( অধি ) অন্তৰত ।

তিৰস্কাৰ, ( কৰ্ম্ম ) ভৎ´সনা, খং ।

সংশোধন হেতু—সংশোধনৰ নিমিত্তে, বেয়াৰ পৰা ভাল কৰিবৰ কাৰণে ।

সমস্ত, ( বিণ ) সমুদায় ।

তব, ( সম্ব ) তোমাৰ ।

মঙ্গল কাৰণ—শুভৰ নিমিত্তে ।

সম্পত্তি, ( বি ) ঐশ্বৰ্য্য ।

ফলাফল, ( কৰ্ত্তা, ফল+অফল ) ভাল বেয়া ।

"নপঢ়িয়া থাকা যদি সদা ধেমালিত ।

পেট ছিঁড়ি বিদ্যা দিব নোৱাৰে নিশ্চিত ॥

তোমাৰ শিক্ষকে ;"

যদি তুমি নপঢ়ি সদাই ধেমালি কৰি থাকা, তেন্তে তোমাৰ অধ্যাপকে পেট ফালি নিশ্চয় বিদ্যা দিব নোৱাৰে ।

বঞ্চন কৰা, ( স, ক্ৰি ) প্ৰতাৰণা কৰা ।

"কৰা নিজেক বঞ্চন ।

ল'ৰাকালে ধেমালিত লিপ্ত কৰি মন ।"

ল'ৰাকালত ধেমালিত মন লিপ্ত কৰি নিজকে মাথোন বঞ্চন কৰা ।

দৰ্শাই, ( অ, ক্ৰি ) দেখুৱাই ।

পৰিণামে, ( ক্ৰি, বিণ ) শেষত ।

স্মৰি, ( অ, ক্ৰি ) স্মৰণ কৰি, মনত পেলাই ।

মুৰখ, ( গদ্যত 'মুৰ্খ' ) অজ্ঞান ।

জঞ্জাল, ( কৰ্ত্তা ) আপদ, বিপদ ।

প্ৰফুল্লিত, ( বিণ ) আনন্দিত ।

অৰ্থ, ( কৰ্ম্ম ) ধন।
ব্যয় কৰে, ( স, ক্রি ) খৰচ কৰে।
মোহ, ( কৰ্ম্ম ) মায়া।
পৰিহৰি, ( অ, ক্রি ) এড়ি, ত্যাগ কৰি।
প্রশংসিবে, ( স, ক্রি ) প্রশংসা কৰিব, শলাগিব।
আদৰ কৰিব, ( স, ক্রি ) স্নেহ কৰিব, মমতা কৰিব।

## ঈশ্বৰলৈ সেৱা

সৃষ্টি, ( কৰ্ম্ম ) জগৎ।
নিৰমাণ, ( গদ্যত 'নির্ম্মাণ' ) সৃজন।
আদেশত, ( অধি ) আজ্ঞাত।
শীতলয়, ( স, ক্রি ) শীতল কৰে, জুড় কৰে।
শিৰে, ( অধি ) মস্তকত, মূৰত।
অবিশ্রামে ( ন+বিশ্রামে, ব্যঞ্জনবর্ণৰ আগত 'ন' থাকিলে 'অ' হয ) বিশ্রাম নলোৱাকৈ অর্থাৎ অলপো নৰই।
অহৰহ, ( অহঃ+অহ ) দিনে দিনে, প্রতিদিনে, নিতৌ।
মনোৰম, ( বিণ ) মনোহৰ, সুন্দৰ।
পক্ক, ( বিণ ) পকা।
কৃপাবলে, ( কৰণ ) দযাৰ বলত।
জীৱগণ, ( কৰ্ত্তা ) প্রাণীবিলাক।
সেৱিবা, ( স, ক্রি ) সেৱা কৰিবা।
আনন্দচিত্তে, ( ক্রি, বিণ ) হৰ্ষমনে।
দিবস শৰ্ব্বৰী, ( বি ) দিন ৰাত্তি।
ত্রাণ, ( কৰ্ম্ম ) ৰক্ষা।
লভিয়া, ( অ, ক্রি ) পাই।
নয়ন, ( কৰ্ম্ম ) চকু।
অপৰূপ, ( বিণ ) আশ্চর্য্য, আচৰিত।
দৰশন কৰা, ( স, ক্রি ) দেখা।
পদ, ( কৰ্ম্ম ) ভৰি।
বিচৰণ কৰা, ( স, ক্রিয়া ) ভ্রমণ কৰা, ফুৰা।

দ্বি, ( বিণ ) দুই।
শ্ৰৱণ, ( কৰ্ম্ম ) কাণ, কৰ্ণ।
নৰ, ( কৰ্ত্তা ) মনুষ্য, মানুহ।
নিৰন্তৰ, ( ক্ৰি, বিণ ; নিঃ+অন্তৰ ) সদাই।
উচ্চাৰে, ( স, ক্ৰি ) উচ্চাৰণ কৰে, মুখত লয়।
মহিমা, ( কৰ্ত্তা ) মাহাত্ম্য।
চৰাচৰে, ( অধি, চৰ+অচৰ ) সকলো ঠাইত।
দীন, ( কৰ্ত্তা ) দৰিদ্ৰ লোক।
মানামান, ( কৰ্ত্তা, মান+অমান ) মান অপমান।

"ভক্তজন যাৰ পাশে এড়ি এহি লোক।
ভক্তিৰ বলত লভে অনন্ত সুখক॥"

ভক্তজনে এই সংসাৰ এড়ি ভক্তিৰ বলত যাৰ ওচৰত অনন্ত সুখ লাভ কৰে।

## খল ব্যক্তি

খল, ( বিণ) দুৰ্জ্জন, টুটকিয়া।
ব্যক্তি, ( বি ) লোক।
অনিষ্ট, ( ন+ইষ্ট ) অহিত, অমঙ্গল, হানি।
বিবাদ, ( বি ) দ্বন্দ্ব।
অনল, ( কৰ্ম্ম ) অগ্নি, জুই।
বিবাদ অনল=বিবাদ ৰূপ অগ্নি।
মিষ্ট, ( বিণ ) মিঠা, সোৱাদ লগা।
ৰটে ( স, ক্ৰি ) ৰটনা কৰে, প্ৰকাশ কৰে।
ৰসনা, ( কৰ্ত্তা ) জিহ্বা।
অভীষ্ট, ( কৰ্ম্ম ) মনৰ বাঞ্ছা।
সাধিবাক চায়, ( স, ক্ৰি ) পূৰ্ণ কৰিবলৈ খোজে।
গৰল, ( কৰ্ত্তা ) বিহ।
দংশয়, ( স, ক্ৰি ) দংশন কৰে, ( অৰ্থাৎ ) অনিষ্ট কৰে।
সিদ্ধি—পূৰ্ণ।
সুহৃদ, ( কৰ্ম্ম ) মিত্ৰ, বন্ধু।

চৰণ, ( কৰ্ম্ম ) পদ, ভৰি।

অকৃতজ্ঞ, ( বিণ ) উপকাৰ নমনা।

অনৰ্থৰ, ( সম্ব ) অমঙ্গলৰ।

বচন, ( কৰ্ম্ম ) বাক্য।

## মানুহৰ শত্ৰু কোন্

ভীষণ, ( বিণ ) ভয়ানক, ভয় লগা।

আকাৰ—আকৃতি, মূৰ্ত্তি।

ক্ৰূৰাচাৰ, ( বিণ, ক্ৰূৰ+আচাৰ ) নিৰ্দ্দয়।

বিকট, ( বিণ ) ভয়ঙ্কৰ।

দশন, ( কৰ্ম্ম ) দন্ত, দাঁত।

"মনুষ্যৰ শত্ৰু ল'বা, হোৱে কোন জন ?"

ইত্যাদি

"উড়ে প্ৰাণ দেখি যাৰ বিকট দশন ?"

হে ল'বা ! মানুহৰ শত্ৰু কোন্ ? ভীষণ আকাৰ ম'হ সিংহ শত্ৰু নে ? নাই, অতি নিৰ্দ্দয় ভালুক ঘোং শত্ৰু, যাৰ ভয়ঙ্কৰ দাঁত দেখিলে প্ৰাণ উড়ি যায় ?

প্ৰকাণ্ড, ( বিণ ) বৃহৎ, ডাঙ্গৰ।

ধীৰগামী, ( বিণ ) যি লাহে খোজ কাঢ়ে।

গজপতি, ( কৰ্ত্তা ) হাতী।

বলী, ( বিণ ) বলৱন্ত।

শাৰ্দ্দূল, ( কৰ্ত্তা ) বাঘ।

কালকূট, ( কৰ্ত্তা ) বিষ।

"হোৱে কিবা শত্ৰু সিটো প্ৰকাণ্ড আকাৰ"

ইত্যাদি

"হোৱে কিবা সৰ্প, মুখে কালকূট যাৰ ?"

প্ৰকাণ্ড আকৃতিৰ ধীৰগামী মহাবলী হাতীয়েই।কবা মানুহৰ শত্ৰু নে ? কিম্বা বাঘেই শত্ৰু নে, যাৰ চকু বিজুলীৰ দৰে টল্‌টলিয়া ? নাই, সাপেই শত্ৰু নে, যাৰ মুখত বিষ থাকে ?

কুম্ভীৰ, ( কৰ্ত্তা ) ঘড়িয়াল।
হাঙ্গৰ, ( কৰ্ত্তা ) এক প্ৰকাৰ জল জন্তু।
ঘন, ( বিণ ) ডাঠ, গহীন, নিবিড়।
ঘন স্থিত, ( বিণ ) মেঘত থকা।
তাড়িতৰ মালা—বিজুলী সমূহ।
লৌহ বিনিৰ্ম্মিত—লৌহ ৰচিত, লোৰে কৰা।
তীক্ষ্ণ, ( বিণ ) ধাৰাল, চোকা।
ৰিপুগণ, ( কৰ্ত্তা ) শত্ৰুবিলাক।
জ্ঞান অস্ত্ৰ—জ্ঞান ৰূপ অস্ত্ৰ।

"যিটো অস্ত্ৰে জ্ঞানী, সৰ্ব্বে পেলায়ে ধ্বংসিয়া॥"

যি অস্ত্ৰৰ দ্বাৰাই জ্ঞানীজনে সকলোটিকো ( অৰ্থাৎ শৰীৰত থকা কাম, ক্ৰোধ আদি ৰিপুবিলাকক ) ধ্বংসি পেলায়।

দমি ৰব, ( স, ক্ৰি ) দমন কৰিব, শাসন কৰিব।
দুৰ্দ্দম, ( বিণ ) দমন কৰিব নোৱৰা।
অমূল্য, ( বিণ, ন+মূল্য ) ধন দিও যি বস্তু পাব নোৱাৰি।
সুখালয়, ( সুখ+আলয় ) সুখৰ ঘৰ।

## সদ্‌গুণৰ আদৰ

তৃপ্তিকৰ, ( বিণ ) সন্তোষ লগা।
কদাকাৰ, ( বিণ ) কুৎসিত, দেখিবলৈ বেয়া।
অসিত, ( বিণ ) ক'লা।
আবৰি, ( অ, ক্ৰি ) আবৰণ কৰি, ঢাকি।
অকালে, ( অধি ) অসময়ত।
বৰষি, ( অ, ক্ৰি ) বৰ্ষণ কৰি।
ভুঞ্জি, ( অ, ক্ৰি ) খাই, ভক্ষণ কৰি।
সদ্‌গুণ, ( বি ) ভাল গুণ।
কৃষ্ণ, ( বিণ ) ক'লা।
উজ্জ্বল, ( বিণ ) চক্‌চকিয়া।
মণি মুক্তাৰূপ—মণি মুকুতাৰ নিচিনা।
অধিকাৰী, ( বিণ ) গৰাকী।

অগম্য, ( বিণ ) যাব নোৱৰা।

অৰণ্য, ( কৰ্ম্ম ) হাবি, বন।

বনচৰ, ( কৰ্ম্ম ) হাবিত ফুৰা জন্তু।

সুৰম্য, ( বিণ ) সুন্দৰ।

যান, ( কৰ্ত্তা ) যিহৰ ওপৰত মানুহ উঠি যায়, যেনে গাড়ী নাও ইত্যাদি।

চয়—সমূহ, বিলাক।

নিৰমিত হয়, ( স, ক্রি ) সজা হয়।

কলেবৰ, ( বি ) শৰীৰ।

বিৰূপ, ( বিণ ) কুৰূপ, দেখিবলৈ বেয়া।

আদৰে, ( স, ক্রি ) আদৰ কৰে, স্নেহ কৰে।

বিগুণ, ( কৰ্ম্ম ) বেয়া গুণ।

সমীৰে, ( অধি ) বতাহত।

ৰব, ( কৰ্ম্ম ) বাও, শব্দ।

"নিন্দা কৰে সেহি স্বৰে বীণাৰ সুস্বৰ।"

অৰ্থাৎ বীণাযন্ত্ৰৰ স্বৰতকৈও কুলিৰ মাত ভাল শুনি।

## হিংসা

অপ্রিয়, ( বিণ ) ভাল নোপোৱা।

বাঢ়য়, ( স, ক্রি ) বৃদ্ধি পায়, বাঢ়ে।

ক্রূৰ, ( বিণ ) নিৰ্দ্দয়, কঠিন।

অহিত, ( কৰ্ম্ম ) অমঙ্গল।

সুঘোৰ, ( বিণ ) দাৰুণ, ভয়ঙ্কৰ।

আত, ( অপা ) ইযাৰ পৰা।

নোপজয় ( স, ক্রি ; ন+উপজয় ) উৎপন্ন নহয়।

ৰক্ষপতি, ( কৰ্ত্তা ) ৰাক্ষসৰ পতি অৰ্থাৎ ৰাৱণ।

হৰিয়া, ( অ, ক্রি ) চুৰ কৰি।

চ্যুত, ( বিণ ) ভ্রষ্ট।

ভীমাঘাতে, ( কৰণ, ভীম+আঘাতে ) দাৰুণ প্রহাৰেৰে।

সংহাৰ, ( কৰ্ত্তা ) নাশ।

হিংসানল, ( কৰ্ত্তা, হিংসা+অনল ) হিংসা ৰূপ অগ্নি।

## এক ব্যক্তিৰ মনভাব

অবনী, ( বি ) পৃথিবী।

হুইবেক সম্পাদন, ( স, ক্রি ) সম্পন্ন হব।

অগণিত, ( বিণ ) অসংখ্য।

হীন, ( বিণ ) নিকৃষ্ট।

"কি লাভ আমাৰ হস্তে" ইত্যাদি "কুনীতি দমন।"

মোৰ পৰা কি লাভ আছে ? মই হীন, যি বিদ্যাৰ গুণেৰে অলঙ্কৃত হই জ্ঞানী জনে কুনীতি দমন কৰে, সেই বিদ্যাৰ বল মোৰ নাই।

কুনীতি, ( কৰ্ম্ম ) বেয়া ৰীতি, কুসংস্কাৰ।

অতুল, ( বিণ ) অসদৃশ, যাৰ তুলনা নাই অৰ্থাৎ অতি অধিক।

স্বদেশ, (সম্ব ) নিজ দেশৰ।

নিদাঘ, ( কৰ্ম্ম ) গ্ৰীষ্ম, জহৰ কাল।

অৱহেলি, ( অ, ক্রি ) তুচ্ছ ভাবি, টান নাভাবি।

উৎকীৰয়, ( স, ক্রি ) চাহ কৰে, চহায়।

"হাতত লাঙ্গল ধৰি কৃষক সজ্জন"

ইত্যাদি।

"উৎকীৰয় ক্ষেত্ৰ ভূমি কৰিয়া যতন।"

অৰ্থাৎ

কৃষকে হাতত লাঙ্গল ধৰি ৰ'দ বৰষুণ আৰ একোকে নামানি ক্ষেতিৰ মাটি চাহ কৰে।

সাধে, ( স, ক্রি ) সিদ্ধি কৰে। ( এই ক্রিয়াৰ কৰ্ত্তা "কৃষক" )

কল্যাণ, ( কৰ্ম্ম ) মঙ্গল।

পুচ্ছধাৰী, ( বিণ ) অৰ্থাৎ যি সকলে কলম চলাই খায়।

"শ্ৰমফলে সাধে নিজ আনৰো কল্যাণ ;"

ইত্যাদি

"দেখনীয়া, কৃষকৰ অন্নে ধৰে প্ৰাণ।"

কৃষকে পৰিশ্ৰমৰ ফলেৰে নিজৰ আৰু অন্যৰো মঙ্গল সাধন কৰে ; বিশেষকৈ কলম চলাই খোৱা দেখনীয়াৰ যিমানবিলাক বাবুলোক আছে, সেই সকলে কৃষকৰ অন্নেৰে প্ৰাণ ধাৰণ কৰে।

ভুলি, ( অ, ক্রি ) পাহৰি।

'বিঁনে, ( অং ) অভাবে, নহলে।
অধম, ( বিণ ) নিকৃষ্ট, হীন।
সৰলান্তৰে, ( সৰল+অন্তৰে ) অকপট মনেৰে।
দ্ৰব্য, ( কৰ্ম্ম ) বস্তু।
বণিক, ( কৰ্ত্তা ) বেপাৰী।
পৰাভৱ কৰি, ( অ, ক্রি ) জয় কৰি, দূৰ কৰি।

"বিদেশৰ দ্রব্য আনি কৰয় মিলন"

ইত্যাদি

"কৰি, কৰে লোক হিত ; সাৰ্থক জীৱন।"

বণিকসকলে বিদেশৰ বস্তু নিজ দেশলৈ আনে ; আৰু তাৰ দ্বাৰাই অভাব দূৰ কৰি লোকৰ হিত কৰে ; তেওঁলোকৰ জীৱন সাৰ্থক।

সাহায্য, ( কৰ্ম্ম ) সহায়।
বিহগগণ, ( কৰ্ত্তা ) পক্ষীগণ, চড়াইবিলাক।
মধুৰ, ( বিণ ) সুললিত।
মুগ্ধ কৰি, ( অ, ক্রি ) মোহিত কৰি।
শ্ৰৱণ, ( সম্ব ) কৰ্ণ, কাণ।
'বিবৰে, ( অধি ) গৰ্ত্তত, গাঁতত।
প্ৰস্ফুটিত, ( বিণ ) বিকশিত, ফুলি থকা।
মনোহৰ, ( বিণ ) মনোৰম, সুন্দৰ।
আমোদিত কৰে, ( স, ক্রি ) সন্তুষ্ট কৰে, আহ্লাদিত কৰে।
ন্যূনাধিক ( বিণ ) অলপ অধিক।
উদ্দেশ্য, ( কৰ্ত্তা ) লক্ষ্য।
ব্যথা, ( কৰ্ত্তা ) কষ্ট, দুঃখ।
তমোময়, ( তমঃ+ময় ) আন্ধাৰময়।
ক্ষীণ, ( বিণ ) কৃশ, দুৰ্ব্বল।
অহৰ্নিশি, ( অহঃ+নিশি ) দিন ৰাতি।
শশী, ( কৰ্ত্তা ) চন্দ্ৰ, জোন।
অলক্ষিতৰূপে, ( ক্রি, বিণ ) অজ্ঞাতৰূপে, গম নোপোৱাকৈ।
জীৱনৰ লক্ষ্য—জীৱনৰ উদ্দেশ্য।
জীৱন, ( সম্ব ) জল, পানী।

মীন, ( বি ) মাছ।
কূপে, ( অধি ) গাঁতত।
অন্তৰে—দূৰৈত।

## সুখী কোন্

সংসাৰত, ( অধি ) পৃথিবীত, জগতত।
অন্তে, ( অধি ) অন্তকালত, অৰ্থাৎ মৃত্যু হলে।
ধামে, ( অধি ) ঠাইলৈ।
তথাত, ( অধি ) তাত।
সন্তোষি, ( অ, ক্ৰি ) সন্তুষ্ট কৰি।
বিবেকৰ, (সম্ব) যি আন্তৰিক গুণৰ দ্বাৰাই ভাল বেয়া বিবেচনা কৰিব পাৰি।
কদাপি, ( অং ) কদাচ, কেতিয়াও।
অপবাদ, ( কৰ্ম্ম ) নিন্দা, কুযশ ৰটনা।
শ্ৰৱণে নধৰে—সুশুনে।
বস্ত্ৰ, ( কৰ্ম্ম ) কাপোড়।
পুণ্যভাগী, ( কৰ্ত্তা ) পুণ্যশালী, ধাৰ্ম্মিক।
অঙ্গীকৃত, ( বিণ ) প্ৰতিশ্ৰুত, কৰোঁ বোলা।
প্ৰতিজ্ঞা, ( কৰ্ম্ম ) অঙ্গীকাৰ।
প্ৰবঞ্চনা, ( কৰ্ম্ম ) প্ৰতাৰণা, ঠগ।
বিচলিত নোহে, ( স, ক্ৰি ) চঞ্চল নহয়, লৰ নহয।
অৰ্পিয়া, ( অ, ক্ৰি ) অৰ্পণ কৰি, দান কৰি।
কৰয় সেবন, ( স, ক্ৰি ) ভোগ কৰে।
তিয়াগিয়া, ( অ, ক্ৰি ) ত্যাগ কৰি, এড়ি।

## বৰ্ষাকাল

ধীৰে ধীৰে, ( ক্ৰি, বিণ ) লাহে লাহে।
আঁতৰিল দূৰে—দূৰৈলৈ আঁতৰিল, অৰ্থাৎ অতীত হ'ল, গত হ'ল।
ভীত, ( বিণ ) সভয়।
ভীষণ, ( বিণ ) ভয়ানক।

ৰব, ( কৰ্ম্ম ) শব্দ।
নিপাতিছে, ( স, ক্রি ) নাশ কৰিছে।
সমীৰণ, ( কৰ্ত্তা ) বায়ু, বতাহ।
অন্তৰীক্ষে, ( অধি ) শূন্যত।
অবিৰল, ( ক্রি, বিণ ) অনবৰত, সদাই।
পৰিপূৰ্ণ, ( বিণ ) পুৰ।
পঙ্কময়, ( বিণ ) বোকাময।
অসুচল, ( কৰ্ম্ম ) অসুবিধা।
বৰষায়, ( অধি ) বৰ্ষাকালত।

## মনুষ্য শ্রেষ্ঠ জীৱ কিয়

সুচতুৰ, ( বিণ ) টেঙৰ।
শৃগাল, ( কৰ্ত্তা ) শিয়াল।
বৰ্ব্বৰ, ( বিণ ) হীন, নীচ, অধম।
ভক্ষোঁহোঁ, ( স, ক্রি ) খাওঁ।
ভক্ষে, ( স, ক্রি ) ভক্ষণ কৰে, খায।
ময়ূৰ, ( কৰ্ত্তা ) ম'ৰা চড়াই।
মধুমাখি, ( কৰ্ত্তা ) মৌ মাখি।
বিবেক শক্তি, ( কৰ্ত্তা ) বিবেচনা শক্তি।
সসীম, ( বিণ ) সীমা বিশিষ্ট।

"দিনে দিনে বাঢ়ে বুদ্ধি যত্নত অসীম ॥"

যত্নত দিনে দিনে অসীম বুদ্ধি বাঢ়ে।

বিৰুদ্ধে—বিপৰীতে।

## অহঙ্কাৰী লোক

অহঙ্কাৰি, ( বিণ ) যি অহঙ্কাৰ কৰে, গৰ্ব্বী। সম্বোধনত 'ই' হইছে।
দৰিদ্ৰ, ( বিণ ) দুখীয়া, কঙ্গাল।
চূড়া, ( কৰ্ত্তা ) শিখা, অগ্ৰভাগ।

চূৰ্ণ হয়, ( স, ক্ৰি ) ভগ্ন হয়, ভাগে।
স্মৰা, ( স, ক্ৰি ) স্মৰণ কৰা, মনত কৰা।
যিকালে, ( অধি ) যি সময়ত।
গ্ৰাসিবেক, ( স, ক্ৰি ) ধ্বংস কৰিব।
কাল ( কৰ্ত্তা ) যম, মৃত্যু।
ঐশ্বৰ্য্য, ( কৰ্ত্তা ) সম্পত্তি।
পতন পাইবা—ধ্বংস পাবা, নষ্ট পাবা।
ধনৰাশি, ( কৰ্ত্তা ) ধনবিলাক।
অলঙ্কাৰ, ( কৰ্ম্ম ) ভূষণ।
মৰণ লভিলে, (স, ক্ৰি ) মৰিলে।
গৰ্ব্বি, ( সম্বো ) হে অহঙ্কাৰি।
অপাৰ, ( বিণ ) অসীম।

## মানৱ জীৱন

মানৱ, ( বি ) মনুষ্য।
বাণিজ্যৰ, ( সম্ব ) বেপাৰৰ।
স্নেহা, ( স, ক্ৰি ) স্নেহ কৰা।
ব্যৱহাৰ, ( কৰ্ত্তা ) আচৰণ।
কুবাক্য, ( কৰ্ত্তা ) বেয়া কথা।
ৰসনা, ( কৰ্ত্তা ) জিহ্বা।

বেপাৰৰ ঠাইত যেনেকৈ ধন দিলেহে বস্তু পায়, ধন বা বস্তু নিদিয়াকৈ অন্তৰ বস্তু নাপায়, সেইৰূপ মানুহৰ জীৱনতো স্নেহ দিলে স্নেহ পায়, ভক্তি কৰিলে ভক্তি পায়, আৰু গালি পাৰিলে গালিও খাব লাগে।

অভিনয়, ( সম্ব ) ভাওনা।
নটনটী, ( কৰ্ত্তা ) ভাৱৰীয়া।
ভাণ, ( কৰ্ম্ম ) ভাও।
বিদৰয়, ( স, ক্ৰি ) বিদীৰ্ণ হয়, ফাটি যায়।
হিয়া, ( কৰ্ত্তা ) অন্তৰ।
ভীত, ( বিণ ) ভয়াতুৰ।

দুৰন্ত, বিণ ) দুষ্ট ।

"দুৰন্ত বা কোনো জন বজ্ৰ সম চিত ॥"

কোনো জন বা দুষ্ট, তাৰ অন্তৰ বজ্ৰৰ নিচিনা, অৰ্থাৎ সি নিৰ্দ্দয় ।

নগণয়, ( স, ক্ৰি৹) নগণে, গণনা নকৰে ।

ভূষিত, ( বিণ ) অলঙ্কৃত ।

নম্ৰ, ( বিণ ) সিজা ।

ভৱন ( বি ) ঘৰ ।

## মাতৃ স্নেহ

দুকপোল, ( কৰ্ম্ম ) দুই গাল ।

জননী, ( বি ) মাতৃ ।

সুললিত, ( বিণ ) শুনিবলৈ ভাল লগা ।

"কোনেনো দোলায় মোক কৰিয়া যতন
অতি ধীৰে ধীৰে যাতে নকৰোঁ ক্ৰন্দন ?"

নকন্দাকৈ ৰাখিবৰ নিমিত্তে মোক অতি লাহে লাহে যত্নৰ সইতে কোনে দোলায় ?

শিৰে, ( অধি ) মূৰত ।

অশ্ৰুজল, ( কৰ্ম্ম ) চকু পানী ।

ৰোদন কৰয়, ( স, ক্ৰি ) কান্দে ।

উপদেশ, ( কৰ্ম্ম ) শিক্ষা, শিকনি ।

সতত, ( ক্ৰি, বিণ ) সদাই ।

"নকৰি থাকিব পাৰোঁ প্ৰাণ কি থাকোঁতে,"
ইত্যাদি

"এত স্নেহ এত প্ৰেম কৰিলা যতনে—।"

হে আই ! যি তুমি সন্তান ভাবি মোৰ নিমিত্তে যত্নৰ সইতে ইমান স্নেহ আৰু প্ৰেম কৰিলা, তেনেকুৱা তোমাৰ প্ৰতি যথোচিত প্ৰেম প্ৰাণ থাকোত কি নকৰাকৈ থাকিব পাৰোঁ ।

ক্ষয় হব, ( স, ক্ৰি ) হানি হব ।

সুস্থ, ( বিণ ) ৰোগহীন, নীৰোগী ।

"তব দুঃখ দূৰ হেতু কৰিবোঁ যতন।
—যি কাৰ্য্য কৰিবে হৰ্ষ পাবে মোৰ মন—।"
তোমাৰ কষ্ট গুচাবৰ নিমিত্তে মই যত্ন কৰিম, আৰু এই কাৰ্য্য কৰাত, মোৰ মনে হৰ্ষ পাব। (অৰ্থাৎ তোমাৰ দুখ গুচাবলৈ মই আনন্দৰ সইতে যত্ন কৰিম।)

অৱনত, (বিণ) তললৈ হলা।
সুকাম, (কৰ্ম্ম) শুশ্ৰূষা আদি কাৰ্য্য।
স্নেহাশ্ৰু, (কৰ্ম্ম) স্নেহৰ চকু পানী, অৰ্থাৎ যি চকুপানী স্নেহত ওলায়।
বিসৰ্জ্জি, (অ, ক্ৰি) ত্যাগ কৰি।
স্নেহাশ্ৰু বিসৰ্জ্জি—স্নেহেৰ চকুলো টুকি।
বদন তিতাম—মুখ তিয়াম।

## প্ৰাৰ্থনা

অখিল, (বিণ) সমস্ত, সমুদাই।
ব্ৰহ্মাণ্ড, (সম্ব) জগত।
স্বামি, (সম্বো) কৰ্ত্তা, গৰাকি।
সৰ্ব্বময়, (বিণ) সকলো স্বৰূপ।
দীনাশ্ৰয়, (সম্বো) যি দুঃখীক আশ্ৰয় দিয়ে।
দেহ, (কৰ্ম্ম) শৰীৰ।
মনোহৰ, (বিণ) যিহে মনক হৰণ কৰিব পাৰে, মনোৰম।
অমৰ, (বিণ) নমৰা।
অভয় চৰণে, (অধি) যি চৰণত আশ্ৰয় ললে ভয় নাথাকে।
শৰণ, (কৰ্ম্ম) আশ্ৰয়।
আকিঞ্চন কৰোঁ, (স, ক্ৰি) চেষ্টা কৰোঁ, যত্ন কৰোঁ।
অকিঞ্চন, (বিণ) দুঃখীয়া, দৰিদ্ৰ।
সম্পদে বিপদে, (অধি) সুখে দুঃখে।
শিবময়, (সম্বো) মঙ্গলময়।
প্ৰতিক্ষণ, (ক্ৰি বিণ) ক্ষণে ক্ষণে, সদাই।

"সংসাৰ অনিত্য বোলোঁ মুখে প্ৰতিক্ষণ।
কাৰ্য্যে কিন্তু কৰোঁ তৃণ লাগি প্ৰাণপণ॥"

' মুখেৰে সদাই সংসাৰক অনিত্য বোলোঁ, কিন্তু কাৰ্য্যত হলে এডালি তৃণৰ নিমিত্তেও প্ৰাণপণ কৰোঁ।

অৰ্থাৎ "আমি সংসাৰত সদাই নাথাকোঁ, এদিন নহয় এদিন মৰিম, এতেকে আমাক ধন বস্তু কেলেই লাগিছে" এই কথা আমি মুখেৰে সদাই কই থাকোঁ, কিন্তু তেও কাৰ্য্যত হলে সামান্য এটা বস্তুৰ নিমিত্তে প্ৰাণ পৰিশ্ৰমে যত্ন কৰোঁ।

অসাৰ, ( বিণ ) সাৰ নোহোৱা, মিছা।

সদ্‌গতি, ( কৰ্ত্তা ) ভাল গতি, সজ্‌গতি।

চঞ্চল, ( বিণ ) যাৰ মন থিৰ নাথাকে, পুলুঙ্গা।

"চঞ্চল ভ্ৰমৰ যেনে কৰে প্ৰতিক্ষণ।
এক ফুল মধু খাই আন ফুলে মন॥"

যেনেকৈ চঞ্চল ভোমোৰাই এক ফুলৰ মৌ খাই প্ৰতিক্ষণে অইন ফুললৈ মন কৰে।

বোধহীন, ( বিণ ) নিৰ্ব্বোধ, অজ্ঞান।

অন্তে—শেষত।

কৰে অন্বেষণ, ( স, ক্ৰি ) বিচাৰে।

কুপথ্য, ( কৰ্ম্ম ) ৰোগত খাব নলগীয়া বস্তু।

কৰি আলিঙ্গন, ( অ, ক্ৰি ) কোলাকুলি কৰি।

হুইছো মগন, ( স, ক্ৰি ) ডুবিছোঁ।

প্ৰবল, ( বিণ ) বলৱান।

প্ৰতিকূলে, ( অধি ) বিপৰীতে।

স্ৰোত, ( কৰ্ত্তা ) সোঁত, ধাৰ।

ভাসি, ( অ, ক্ৰি ) ওপঙ্গ।

সদয়, ( বিণ ) দয়াশীল, সুপ্ৰসন্ন।

আশাহত, ( বিণ ) নিৰাশ।

কৃপাসিন্ধু, ( সম্বো ) দয়াৰ সাগৰ।

## সময়

অতুল, ( বিণ ) যাৰ তুলনা নাই, অসীম।

ৰাজ্যেশ্বৰ, ( বি, ৰাজ্য+ঈশ্বৰ ) ৰাজা।

হীৰক, ( সম্ব ) হীৰাৰ।
আকৰ, ( কৰ্ত্তা ) খনি।
কুবেৰ, ( সম্ব ) ধনৰ দেৱতা।
ভাণ্ডাৰ, ( কৰ্ম্ম ) ভঁৰাল।
অসাৰ নকৰি—ব্যৰ্থ নকৰি।

## এলেহুৱা মানুহ

আলাস, ( কৰ্ত্তা ) আলস্য, এলাহ।
আশ, ( কৰ্ত্তা ) আশা, ইচ্ছা, বাঞ্ছা।
বিশ্ৰাম, ( কৰ্ম্ম ) জুড়নি।
উৎকণ্ঠিত, ( বিণ ) উদ্বিগ্ন।
হইলে অতীত, ( স, ক্ৰি ) গত হলে, গলে।
অপাৰ, ( বিণ ) অসীম।

## কুলি ও ময়ূৰ

শিখী, ( কৰ্ত্তা ) যাৰ শিখা আছে, ( অৰ্থাৎ ) ময়ূৰ।
সম্বোধি, ( অ, ক্ৰি ) সম্বোধন কৰি।
পিকবৰ, ( সম্বো ) কুলি।
ধন্তবাদোঁ, ( স, ক্ৰি ) ধন্যবাদ দিওঁ।
অমিয়, ( বি ) অমৃত।
স্বৰ, ( কৰ্ম্ম ) মাত।
বসন ( কৰ্ম্ম ) বস্ত্ৰ, অৰ্থাৎ পাত।
নব পল্লবিত, ( বিণ ) নতুন পাত ধৰা।
প্ৰশংসয়, ( স, ক্ৰি ) প্ৰশংসা কৰে, শলাগে।
বিষৱৎ, ( বিণ ) বিষৰ নিচিনা, বিষতুল্য।
পাপিষ্ঠ, ( কৰ্ত্তা ) পাপী, দুষ্ট।
মনোৰম, ( বিণ ) মনোহৰ, মনত সন্তোষ লগাব পৰা।
অনিবাৰ, ( ক্ৰি, বিণ ) বাৰম্বাৰ, সদাই।
সনম্ৰ বচনে, ( কৰণ ) বিনয় বাক্যেৰে।

বঋানে, ( স, ক্রি ) শলাগে।

পুচ্ছে, ( অধি ) নেজত।

অঙ্কিত, ( বিণ ) চিত্রিত। ( ক্রিয়া "আছে" উহ্য )।

সুনীল, ( বিণ ) নীল বৰণীয়া।

ঘনপ্রিয়, ( বিণ ) মেঘ প্রিয়। ময়ুৰে মেঘ দেখিলে বড় আনন্দ পায়, এই কাৰণে তাক "ঘনপ্রিয়" বোলা হইছে।

শশী, ( কৰ্ত্তা ) চন্দ্র, অর্থাৎ ইয়াত ম'ৰা নেজৰ চকৰ।

প্রকাশয়, ( স, ক্রি ) প্রকাশিত হয়।

খগবৰ, ( সম্বো ) পক্ষিশ্রেষ্ঠ।

বিদৰে, ( সি, ক্রি ) বিদীর্ণ হয়, ফাটে।

কৃষ্ণ, ( বিণ ) ক'লা।

কলেৱৰ, ( কৰ্ম্ম ) দেহ, শৰীৰ।

"দিলা ধন্যবাদ মোক বুলি পুণ্যবান।
কিন্তু কি অসুখে দহে মোৰ ইটো প্ৰাণ॥
কিমতে জানিবা তুমি? বিদৰে অন্তৰ।
যৱে দৰ্শো, পক্ষি, মোৰ কৃষ্ণ কলেৱৰ॥"

মোক পুণ্যবান বুলি তুমি ধন্যবাদ দিলা, কিন্তু কি দুঃখে মোৰ এই প্ৰাণ দগ্ধ কৰিছে তুমি তাক কেনেকৈ জানিবা। হে পক্ষি! যেতিয়া মোৰ এই ক'লা গাটো দেখোঁ, মোৰ অন্তৰ ফাটি যায়।

নিন্দে, ( স, ক্রি ) নিন্দা কৰে।

নিৰদয়, ( কৰ্ম্ম ) নির্দ্দয়, দয়াহীন।

অবিধি, ( কৰ্ম্ম ) অনিয়ম।

কদাচিত, ( অং ) কেতিয়াও।

## নদী

দুহিতা, ( সম্বো ) জিয়াৰী। নদী পৰ্ব্বতৰপৰা ওলায়, এই কাৰণে নদীক "পৰ্ব্বত-দুহিতা" অর্থাৎ পৰ্ব্বতৰ জীয়েক বোলা যায়।

প্রবাহিনি, ( সম্বো ) যাৰ প্ৰবাহ অর্থাৎ স্রোত আছে, নদী।

গমনে, ( কৰণ ) গতিৰে।

নিৰলস, ( বিণ ) এলাহ নোহোৱা।

দুকূলে, ( অধি ) দুই পাৰে।
বুজোঁ, ( স, ক্ৰি ) বোধ কৰোঁ।
সম্ভাষি, ( অ, ক্ৰি ) সম্ভাষণ কৰি।
কৃতাৰ্থ, ( বিণ ) ধন্য।
মানয়, ( স, ক্ৰি ) মানে, জ্ঞান কৰে।
বিহঙ্গ, ( কৰ্ত্তা ) পক্ষী, চৰাই।
কুৰঙ্গ, ( কৰ্ত্তা ) হৰিণ, পহু।
মাতঙ্গ, ( কৰ্ত্তা ) হাতী।
তুৰঙ্গ, ( কৰ্ত্তা ) ঘোঁড়া।
অস্তাচল দিশে, ( অধি ) অস্তগিৰিৰ ফালে, ( অৰ্থাৎ ) পশ্চিম দিশলৈ।
সমাপন কৰি, ( অ, ক্ৰি ) শেষ কৰি।
শীতলিবে, ( অ, ক্ৰি ) শীতল কৰিবলৈ।
ভ্ৰমে, ( স, ক্ৰি ) ফুৰে, ভ্ৰমণ কৰে।
বণিক, ( কৰ্ত্তা ) বেপাৰী।
তৰণী, ( বি ) নৌকা, নাও।
প্ৰভঞ্জন, ( কৰ্ত্তা ) বতাহ, বায়ু।
তৰঙ্গ, ( কৰ্ত্তা ) ঢেউ।
তৰঙ্গিণি, ( সম্বো ) নদী।
অৱহেলি, ( অ, ক্ৰি ) তুচ্ছ জ্ঞান কৰি, নামানি।
ভূধৰ, ( কৰ্ম্ম ) পৰ্ব্বত।
গহ্বৰ, ( কৰ্ম্ম ) পৰ্ব্বতৰ মাজত থকা গাঁত বা খাল।
কানন, ( কৰ্ম্ম ) বন, অৰণ্য, হাবি।
অবিৰত, ( ক্ৰি, বিণ ) সদাই।

## পদুম কলি

কমল, ( সম্ব ) পদ্ম, পদুম।
সৰোবৰে, ( অধি ) সৰোবৰত, জলাহত।
মনোলোভা, ( বিণ ) মনোহৰ।
সম্মিলনে, ( কৰণ ) মিলনে, যোগে।

আকুল, ( বিণ ) ব্যস্ত, ব্যাকুল ।
আঘাত কৰে ( স, ক্রি ) প্রহাৰ কৰে ।
বিষম, ( বিণ ) দাৰুণ ।
পতন পায়, ( স, ক্রি ) নষ্ট পায়, নাশ পায় ।

## নীতি কথা

(১)

আচৰণে, ( অধি ) ব্যৱহাৰত ।

জন্মত কোনো বড় নহয়, ব্যৱহাৰতহে হয়, মাখীএ বিষ্ঠাত জন্মিও মধু পান কৰে। অর্থাৎ যেনেকৈ মাখীএ সামান্য স্থানত জন্মিও উচ্চভোগ পায়, মানুহেও সেইদৰে সামান্য বংশত জন্মি আচৰণৰ দ্বাৰাই প্রধান হব পাৰে ।

(২)

জুইত পুড়িলে যেনেকৈ সোণৰ ভাল বেয়া বুজিব পাৰি, বিপদতহে সেইৰূপে বন্ধুক মুখৰ বন্ধু নে প্রকৃত বন্ধু বুজিব পাৰি ।

(৩)

তৃষ্ণা, ( কর্ম্ম ) লোভ, আত্যন্তিক ইচ্ছা ।
ৰিপু, ( কর্ম্ম ) শত্রু ।

(৪)

নাশি, ( অ, ক্রি ) নাশ কৰি, দূৰ কৰি ।
প্রকাশয়, ( স, ক্রি ) পোহৰায় ।

বিদ্যায় মানুহৰ মনক পোহৰায় ; অর্থাৎ বিদ্যা শিকিলে মানুহৰ মনৰ পৰা কুসংস্কাৰ আদি কুৰীতি গুচে, আৰু মন নির্ম্মল হয় ।

(৫)

নিশ্চিতে, ( ক্রি, বিণ ) নিশ্চয়কৈ, সঁচা বুলি ।

(৬)

আলো, ( কৰ্ত্তা ) পোহৰ।
অন্ধকাৰ, ( কৰ্ত্তা ) এন্ধাৰ।
চিৰকাল হেতু—সদাই।
কাহাৰ, ( সম্ব ) কাৰো।

(৭)

এই মায়াৰ সংসাৰখান জঁাত ঘূৰাৰ দৰে ঘূৰিব লাগিছে, আৰু জঁাতত মাহ ভগা দৰে মানুহবিলাক সংসাৰৰ পিহনাত ছাৰখাৰ হব লাগিছে; কিন্তু জঁাতৰ শলখাৰ গুড়িত থকা মাহবিলাক যেনেকৈ নভগা হই থাকে, তেনেকৈ সংসাৰৰ শলখা স্বৰূপ ঈশ্বৰক ধৰি থাকিলে ( অৰ্থাৎ তেওঁত ভজিলে ) ঘোৰ মায়াৰপৰা নিস্তাৰ পাই থাকিব পৰা যায়।

# পৰিশিষ্ট

## স্বৰ্গীয় ভোলানাথ দাস

### ( ১৮শ বছৰৰ ৫ম সংখ্যা 'বাঁহী'ত প্ৰকাশিত )

অসমৰ এজন সুপ্ৰসিদ্ধ কবি, অসমীয়া সাহিত্য ক্ষেত্ৰত অমিত্ৰাক্ষৰ ছন্দৰ আদি প্ৰৱৰ্ত্তক, পাঠকবৃন্দে আজিও সুঁৱৰি সোৱাদ পোৱা সেই 'কবিতা মালা', 'চিন্তা-তৰঙ্গিণী', 'সীতাহৰণ কাব্য' আদিৰ ৰচয়িতা, সকলৰ সকলো কামতে তৎপৰ, সুচিত্ৰকৰ ভোলানাথ দাস আজি ইহজগতত নাই।

স্বৰ্গীয় ভোলানাথ দাসক কবি বুলিহে অসমীয়া সমাজে জানে। কিন্তু তেখেত যে এজন প্ৰথম শ্ৰেণীৰ চিত্ৰকৰ আছিল, তেখেত যে সুকবি আৰু সুচিত্ৰকৰ হোৱাৰ লগতে এজন বিচক্ষণ সূতাৰ দৰ্জ্জী আৰু বিহকৰ্ম্মী আছিল, সেই কথা বহুতে নাজানিব পাৰে। সুচিত্ৰকৰ হিচাপে তেখেতক আমি উত্তৰ গুৱাহাটীৰ স্বৰ্গীয় ৰত্নকান্ত বৰুৱা তহচিলদাৰৰ লগতহে মাথোন বিজাব পাৰোঁ। বনৰ ফুল বনতে ফুলি বনতে লয়প্ৰাপ্ত হোৱাৰ দৰে সুচিত্ৰশিল্পী ৰত্নকান্ত বৰুৱাকো আজি পৰিমিত অসমীয়াই নিচিনিলে; অথচ তেওঁ স্বৰ্গী হবৰ আজি কেইবাবছৰো হ'ল। 'অসমীয়া চিত্ৰশিল্পীৰ আখ্যান' নাম দি অসমীয়া সমাজত আপোনা-আপুনি উপজি আপোনা-আপুনি লয় হোৱা আৰু লয় হবলৈ ধৰা চিত্ৰকৰসকলক চিত্ৰকৰ হিচাপে আলোচনা কৰিলে অসমীয়া সুকুমাৰ শিল্পৰ এটা উজ্জলময় দিকৰ উদ্ঘাটন হব পাৰে।

ভোলানাথ দাসক চিত্ৰশিল্পী হিচাপে বুজিবলৈ বিশেষ আন একো নকৰিলেও তেখেতৰ নিজ ঘৰৰ বৈথকৰ বেৰত আঁৰি থোৱা বীণাপাণি সৰস্বতীৰ ছবি, অসমীয়া সতী বেউলাৰ ছবি, এক বীৰ ৰমণীৰ ছবি,—তাত এহাতে যুঁৰৰ কিৰীটিটো তুলি লৈছে, আন হাতেদি তেওঁৰ চাৰিওফালে আকাশত উৰা আৰু মাটিত পৰা ধুনীয়া চৰাইবোৰক 'ইছাৰা' কৰিছে, থিয় হৈ ফুল হাতত লৈ আউজি থকা এক ৰমণীৰ ছবি, ৰাম-লক্ষ্মণৰ ছবি—এই কেইখনলৈ মনোযোগেৰে লক্ষ্য কৰিলেই হব। ইয়াৰ ভিতৰত ১৩।৮।০৮ গোলাঘাটত আঁকা উপৰোক্ত সৰস্বতীৰ ছবিটো কেনে বিত্তোপন আৰু আদৰ্শমূলক হৈছে তাক নিজ চকুৰে চাওঁতাইহে ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিব। সতী-সাধ্বী বেউলাৰ হাতত বল্লম লৈ পৃথিৱী ধ্বংস কৰিবলৈ উন্মত্ত হোৱা, ক্ৰোধোদীপ্ত শৰীৰৰ পবিত্ৰ

মুখমণ্ডলৰ বিস্ফাৰিত চক্ষুযুৰিৰ প্ৰতি মনোযোগেৰে চালেহে আমাৰ চিত্ৰকলাবিদ বিচক্ষণ শিল্পীৰ কলাকৌশল কিছু পৰিমাণে বুজা যাব।

ভোলানাথ দাসে নিজ হাতে তৈয়াৰ কৰা মেজ, বেঞ্চ, চালপীৰা, পীৰা, জপা, পেটাৰী, চৰা, বিচনী, হাতীদাঁতৰ কাকৈ, ফণী, ম'হৰ শিঙৰ কাড়নী আদি দেখিলে অবাক হব লাগে। সেইবোৰ যিসকলৰ ইচ্ছা, বিশেষকৈ গুৱাহাটীৰ ছাত্ৰসকলে, তেখেতৰ উজানবজাৰৰ ঘৰত উপস্থিত হৈ নিজ চকুৰে চাব পাৰে আৰু এই কৰ্ম্মকুশল পুৰুষজনৰ দৰে হবলৈ নিজ নিজ অন্তৰত বলবতী ইচ্ছাৰ উদ্ৰেক কৰি লব পাৰে। আজিৰ এই ভাত-কাপোৰৰ দুখৰ দিনত অসম জননীক এনেকুৱা সুকৰ্ম্মী, সুপুত্ৰ বহুতো লাগে। কাঠ, বাঁহ, বেত, হাতীৰ দাঁত আৰু ম'হৰ শিং ভোলানাথৰ হাতত যেন পানীহে আছিল। ভোলানাথ কেনে বিচক্ষণ দৰ্জ্জী আছিল, সেইটো ভালকৈ বুজিবলৈ হলে, তেখেতে নিজহাতে বেজী ধৰি তেখেতৰ নিজ পৰিয়াল আৰু আত্মীয়স্বজনক তৈয়াৰ কৰি দিয়া খদ্দৰৰ সাজপাৰবোৰ চাব লাগে। যেই সেই চিৰা কাপোৰৰপৰা ভোলানাথে কাটি-কুটি কিবা এটা আৱশ্যকীয় সাজ তৈয়াৰ কৰি দিয়ে। তেখেতৰ কোনো বস্তুৰেই পেলনি নাযায়, নিজহাতে ভাটো কাটি আৰু নানা ৰকমৰ কাৰিকৰী কৰি তৈযাৰ কৰা ভোলানাথৰ বিচনাৰ তক্তাবোৰ চাবলগীয়া বস্তু। এই কৰ্ম্মী পুৰুষ কৰ্ম্ম অবিহনে বহি থাকিব নোৱাৰিছিল। মৃত্যুৰ আগদিনা সোমবাৰে আধাবোৱা কৰি এৰি যোৱা কৰ্ম্মী ভোলানাথৰ বিচনীখন চাই চাই ভাবি ভাবি কৰ্ম্মময় জগতত কৰ্ম্মী হবলৈ বহুত উদ্গনি পাব পাৰি। ভোলানাথে বিচনীখন শেষ কৰিব নাপালে। সেই দিনাখনেই আবেলি দুই বজাত অসংখ্যহস্ত মৃত্যু দেৱতাই তেওঁৰ এপেপ্লেক্সিৰূপ কঠিন হস্তেৰে ভোলানাথক স্পৰ্শ কৰিলে। মৃত্যুৰ সাতদিন পূৰ্ব্বে বং-লগোৱা দৈবে বুই শেষ কৰি থৈ যোৱা আঠকুলীয়া চৰাখনো ভোলানাথৰ ঘৰতে পৰি আছে।

কবি ভোলানাথৰ সাহিত্যিক জীৱনৰ কথা কবলৈ ওলালেই হৰ্ষ-বিষাদত হৃদয় উদ্বেলিত হৈ পৰে। তেখেতে লেখা কোনোখন কিতাপেই অথলে যোৱা বা অনাদৃত হোৱা নাছিল। প্ৰতিখন কিতাপৰ বাবেই তেখেতে হয় গবৰ্ণমেণ্টৰ পৰা, নহয় টেক্সট্ বুক কমিটিৰপৰা পুৰস্কাৰ পাইছিল। প্ৰতিখন কিতাপেই অসমৰ স্কুলবিলাকৰ পাঠ্য-পুথিৰূপে নিৰ্ব্বাচিত হৈছিল। সেই সময়ৰ অসমীয়াসকলে ভোলানাথৰ 'কবিতা মালা' প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ আৰু 'চিন্তা-তৰঙ্গিণী' প্ৰথম ভাগ, দ্বিতীয় ভাগ পঢ়িয়েই কবিতা-সাহিত্যৰ সোৱাদ লৈছিল, আৰু স্কুলীয়া জীৱনৰ জ্ঞানৰ পৰিপুষ্টি সাধন কৰিছিল। ভোলানাথৰ

কবিতা-সাহিত্য পঢ়ি শিক্ষিত হোৱাসকলৰ মুখত 'আলেকজেণ্ডাৰ ও পুৰু', 'যবনে' অসম আক্রমণ কৰাৰ সময়ত কোন এক বীৰ পুৰুষৰ উক্তি', 'জৰাসন্ধ বধ' 'মনুষ্য শ্ৰেষ্ঠ জীৱ কিয়', 'মনুষ্যৰ শত্রু কোন', 'অহঙ্কাৰ', 'প্রার্থনা', আদি কবিতাৰ আবৃত্তি শুনিলে আজিও হৃদয়-মন আপ্লুত হৈ উঠে।

"শুনা বীৰগণ সুসজ্জিত হোৱা
বণে শত্রুগণে পৃষ্ঠ নেদেখাবা।
স্মৰিয়া 'কামাখ্যা' ভুবন-ঈশ্বৰী
কেশৰী বিক্রমে শত্রুমুখে যাবা॥
আসাম গৌৰৱ আজি সংস্থাপিত
তোমাসাৰ স্কন্ধে জানিবা নিশ্চয়।
স্বাধীনতা কিম্বা পৰপদ সেৱা
তোমাসাৰ অস্ত্রে হুইব নিশ্চয়॥"

"দুগোট কেশৰী যেন ৰক্তাক্ত লোচনে,
কৰি নখ দন্তাঘাত গৰজি গভীৰ,
যুঁজে ক্রোধভৰে অতি ; যুঁজিলা সিমতে
ভীমসেন জৰাসন্ধ বলে মহাবলী,
চিৰ শত্রুৰূপে......আপুনি।"

"ভোজন সুমিষ্ট চাওঁ নাহি উপার্জ্জন।
লাভ চাওঁ বহু কিন্তু নাহি মূলধন॥
নাহি বল বোলাইতে চাহোঁ মহাবীৰ।
থৰথৰি হিয়া, মুখে বচন গম্ভীৰ॥"

কবি ভোলানাথৰ 'সীতাহৰণ কাব্য' অসমীয়া সাহিত্য ক্ষেত্ৰত এক অনুপম সৃষ্টি। কবিৰ এই কাব্যখন অসমীয়া নৰ্মাল স্কুলৰ পাঠ্যৰূপে ব্যৱহৃত।

ভোলানাথ দাসৰ ছপা হোৱা কিতাপ কেইখনৰ অন্যতম হৈছে—'পৰিমিতি ও জৰিপ'। এই কিতাপখন ১৮৮৩ চনত ছপা হৈ ওলাইছিল আৰু অসম গবৰ্ণমেণ্ট আৰু টেক্সট্ বুক কমিটি, উভয়ৰ দ্বাৰা প্রশংসিত আৰু পৰিগৃহীত হৈছিল। এই কিতাপখনৰ বাবে সেই সময়ৰ স্কুল ইন্সপেক্টৰ, জে. উইলছন এৰ.

এ. চাহাঁবৰ জৰিয়তে আসাম গবৰ্ণমেণ্টৰ দ্বাৰা লেখকে ১০০ টকা পুৰস্কাৰ পাইছিল। এই কিতাপখনো স্কুলত পাঠ্যৰূপে চলিছিল।

আসামৰ টেক্সট্ বুক কমিটিয়ে তেওঁক 'কবিতা মালা', প্ৰথম ভাগৰ বাবে ৫০ টকা আৰু দ্বিতীয় ভাগৰ বাবে ৫০ টকা, মুঠ ১০০ টকা পুৰস্কাৰ দিছিল। এই দুয়ো ভাগ কিতাপ ইংৰাজী ১৮৮৩ চনত প্ৰকাশিত হৈছিল। উপৰোক্ত কমিটিৰপৰাই পুনৰায় তেওঁ 'চিন্তা-তৰঙ্গিণী' ১ম ভাগৰ বাবে ১০০ টকা, আৰু দ্বিতীয় ভাগৰ বাবে ১০০ টকা, মুঠ ২০০ টকা পুৰস্কাৰ পাইছিল।

ভাষা বাকলিহে, ভাবহে শাহ। প্ৰকৃত কবি ভোলানাথৰ সাহিত্যৰ বিচাৰ কৰোঁতেও তেওঁৰ আদৰ্শ, তেওঁৰ শিক্ষা আৰু তেওঁৰ ভাবলৈহে প্ৰকৃত চকু ৰাখিব লাগে। ভাষাৰ প্ৰতি লক্ষ্য কৰোঁতেও লেখকে যি সময়ৰ ভাষা ব্যৱহাৰ কৰিছিল, সেই সময়ৰ আৰু তাৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ হুবহু চিত্ৰ এটা আগত ৰাখিহে আলোচনা কৰিব লাগিব, নহলে বহুত বিপৰ্য্যয় ঘটাৰ আশঙ্কা। ইংলণ্ডৰ উঠিবলৈ ধৰা ডেকা কবি কীটছে যে অন্যায় সমালোচকৰ লেখনী-বিষত জৰ্জ্জৰিত হৈ আত্মহত্যা কৰিছিল, তাৰ দ্বাৰা উচ্ছৃঙ্খল সমালোচকৰ প্ৰত্যবায় ঘটা নাছিলনে? কীটছক হেৰুৱাত ইংলণ্ডৰ অলপো হানি, অলপো অধঃ-পতন হোৱা নাছিলনে? তেনেকৈ কোনো অসমীয়া উচ্ছৃঙ্খল সমালোচকৰ উৎপীড়নত ভোলানাথৰ জীৱনৰ অন্ত পৰা নাছিলনে? আৰু যদিহে পৰিছিল তেন্তে তাৰ দ্বাৰা অসমীয়া সাহিত্যৰ এটা অপূৰণীয় হানি হোৱা নাইনে? আমাৰ এই বেদনা জৰ্জ্জৰিত কবিৰ এটি হৃদয়-মনৰ কাতৰোক্তি ধ্বনি এনেদৰে তেওঁৰ লেখাত প্ৰতিধ্বনিত হোৱা দেখা যায়—

"দুৰাশা—উচিত শাস্তি পালোঁ হাতে হাতে।
দেখি মোৰ চপলতা,
ক্ৰোধে বিলাসিনী মাতা,
কৰিলা গঞ্জনা; আমি ৰহিলোঁ অমাতে।
পুনঃ মোৰ দুৰাকাঙ্ক্ষা দিলো অধঃপাতে॥"

হাতেলিখা 'সুভদ্ৰা-হৰণ' কাব্যত কৈছে—

"অকাণ্ডাৰী আমি; বৈঠা-স্বৰূপ লেখনী
মোৰ হাতে; কিবা সাধ্য ৰচনা তৰণী
সমাজ তৰঙ্গ ঠেলি কৰিব গমন;
আমি যে কাণ্ডাৰী তাৰ অনভিজ্ঞজন!

হে মাতঃ ভাৰতী ! কৃপা হুহিলে তোমাৰ
বৈঠা-স্বৰূপিনী এই লেখনী আমাৰ
হুহিবেক কাৰ্য্যকৰী ; আলোচনাঘাতে
তুৰিব ৰচনা-তৰী মই অজ্ঞহাতে ।"

ইয়াৰ ফলত আমি কবি ভোলানাথৰপৰা পাবলগীয়া আৰু বহুতো কবিতা আৰু কাব্য হেৰুৱালোঁ বুলি কব নোৱাৰিনে ?

প্ৰবীণ অসমীয়া ভাষাবিদ, বুৰঞ্জীবিদ আৰু সেই সময়ৰ সৰ্ব্বপ্ৰধান সাহিত্যিক আসাম-বন্ধুৰ সম্পাদক ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাকে আদি কৰি সেই সময়ৰ অসমীয়া পুথি-বছা সমিতিৰ সভ্যসকলে চিন্তা-তৰঙ্গিণীৰ বিষয়ে ১৮৮৪ চনৰ ১৬ মাৰ্চ্চ তাৰিখে এনে অভিমত প্ৰকাশ কৰিছিল—'The language is sublime and the style good. It has been nicely written and the subjects are carefully selected'.

'ভাষা ওখ ধৰণৰ, লেখাৰ প্ৰণালী ভাল ; কিতাপখন বিত্তোপনকৈ লেখা হৈছে আৰু বিষয়বোৰো বিশেষ যতনেৰে সৈতে বাছি লোৱা হৈছে ।'

ইয়াৰপৰা সেই সময়ৰ অসমীয়া সাহিত্যৰ সমাজে লেখকক কিদৰে শ্ৰদ্ধা কৰিছিল তাক জানিব পাৰি ।

অসম সাহিত্য সভাই আজি কেইবাবছৰৰপৰা তেওঁক সভাপতিৰূপে বৰণ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল, আৰু গত বছৰত অলপৰ বাবেহে তেখেতক সভাপতিৰূপে নাপালে যদিও অহা গোলাঘাট সন্মিলনী তেখেতৰ সভাপতিত্বত পাতিবলৈ বৰ আশা কৰিছিল । কিন্তু দেশবাসী সাহিত্যিকৰ এই আশা পূৰ্ণ নহ'ল । সাহিত্যৰথী ৺সত্যনাথ বৰা ডাঙৰীয়াকো সভাপতিৰ আসনত দেখিবলৈ নাপাই এদিন সাহিত্য সভাই এইদৰেই হুমুনিয়াহ কাঢ়িছিল ।

সুকবি ভোলানাথ দাসৰ অপ্ৰকাশিত গ্ৰন্থ :

১ । সুভদ্ৰা-হৰণ কাব্য—এই কাব্য লেখিবলৈ কবিয়ে ৯০ পিঠিৰ এটা সুন্দৰ বহী বন্ধাই লৈছিল । তাৰে ভিতৰত কেৱল ২২ পিঠিহে লেখা হৈছিল ; প্ৰতি পিঠিত ২২ শাৰীকৈ মুঠতে ৪৮৪ বা ৫০০ শাৰীমান লেখা হৈছিল, তাৰে প্ৰথমৰ ৩২ শাৰী মিত্ৰাক্ষৰ ছন্দত আৰু বাকী আটাইখিনি অমিত্ৰাক্ষৰ ছন্দত লেখা হৈছিল । এই পুথিখন লেখাৰ চন-তাৰিখ একো নহলেও ইয়াক যে বুঢ়া কালত লেখিবলৈ ধৰা হৈছিল, সেই কথা সহজে বুজিব পাৰি । এই অসম্পূৰ্ণ কাব্যত 'সীতাহৰণ কাব্য'ৰ সেই নিম্নগা জাহ্নবীৰ অফুৰন্ত উৎসৰ দৰে কবিতাৰ উৎস উথলি উঠা নাই । এই উথলি নুঠাৰ একমাত্ৰ কাৰণ কেৱল বয়সেই নহয়, আমি

ভবাত 'আলোচনাখাতে,দুবিৰ ৰচনাতৰী মই অজুহাতে' বুলি নির্দয় সমালোচকৰ মূর্ত্তিত ভীত হৈ বৈ বৈ লেখনী চলোৱাটোহে ইয়াৰ প্রধান কাৰণ; প্রকৃত কবিৰ কবিতাৰ উৎস বাৰ্দ্ধক্যয়ো ভেটিব নোৱাৰে। এই অসম্পূর্ণ কাব্যখন 'অসম সাহিত্য-সভা পত্রিকা' বা বাঁহীত প্রকাশিত হৈ ৰাইজৰ দৃষ্টিগোচৰ হওক, এয়ে আমাৰ আশা।

২। অসমীয়া আদিপর্ব্ব মহাভাৰত (অসম্পূর্ণ)। ই এখন নকলহে। কিন্তু ইয়াৰপৰা কবিৰ প্রাচীন পুথি সংগ্রহৰ অর্থে মনৰ প্রবল ধাউতিৰ বিষয় বুজা যায়।

৩। প্রসঙ্গমালা—২১৮ পিঠিয়া হাতেলেখা পুথিখনত ৪৮টা ৰচনা আছে। তাৰে ভিতৰত ২১টা গদ্য; ২২টা পদ্য। আৰু (গদ্যত লেখা) অঙ্ক সমস্যা ৫টা। এই প্রসঙ্গমালা পুথিৰপৰা কবিত্বপ্রধান ভোলানাথৰ গদ্য ৰচনাৰ সুন্দৰ চানেকি পাব পাৰি। এই গদ্যবিলাক ছাত্রসকলৰ মুখপত্র 'মিলন' আৰু 'সাধনা'ত ওলালে অসমীয়া পাঠকে পঢ়ি তৃপ্তি পাব; ২।৪ টা 'অৰুণ'তো ওলাব পাৰে। পদ্যবোৰবো সেই একে অৱস্থাই হব পাৰে।

এতিয়া কবিৰ সহজাত কবিতাপ্রীতিৰ বিষয়ে দুই আষাৰ কৈয়ে প্রবন্ধৰ সামৰণি মাৰিম। 'চিন্তা-তৰঙ্গিণী' দ্বিতীয় ভাগৰ কবিতা শীর্ষক প্রবন্ধত তেওঁ নিজৰ বিষয়ে এইদৰে লেখিছে—

'বাল্যকাল থাকি কিন্তু নাজানো কাৰণ,
আছিল তোমাৰ প্রতি
ইহীন জনৰ মতি;
পালে পদ্যময়ী পুথি কৰিয়া যতন
পঢ়িছিলোঁ য'তে ত'তে হৰষিত মন।
বাল্যকাল হন্তে, কিন্তু অৱশ্যে বৃথায়,—
আকিছিলোঁ তব ছবি
ভাবিছিলোঁ হবো কবি,
ৰাখিছিলোঁ যত্নে আমি সিচিত্র সুমাই;
দেখিলে সিচিত্র এবে মুখে হাসি পায়।'

কোনো বিষয়ত সিদ্ধিলাভ কৰিব খুজিলে এনেকুৱা সাধনাৰে আৱশ্যক। পাতঞ্জল দর্শনে বিঙিয়াই বিঙিয়াই কৈছে, "যাদৃশী ভাবনা যস্য সিদ্ধির্ভবতি তাদৃশী।" ভগৱন্তৰ কৃপাত আমাৰ দেশত ভোলানাথৰ পদাঙ্কানুসাৰী অনেক কবি আৰু কৰ্মী ওলাওক!

শ্রীজগতিৰাম আহকৰ

## সীতাহৰণ কাব্যৰ প্ৰথম সংস্কৰণ (১৯০২ চন)ৰ প্ৰকাশকৰ কথা

এই গ্ৰন্থৰ গ্ৰন্থকাৰ অনেকৰ সুপৰিচিত; এতেকে তেওঁৰ পৰিচয় সম্বন্ধে কোনো কথা লেখা বাহুল্য মাত্ৰ। এই সীতাহৰণ কাব্যখানী সম্বন্ধে মাত্ৰ পাঠকবৰ্গৰ জ্ঞাতাৰ্থে অলপ কথা ক'ব খুজিছোঁ।

গ্ৰন্থকাৰে এই কাব্যখানী বহু বছৰ পূৰ্ব্বেই লেখিবলৈ আৰম্ভ কৰিছিল। বঙ্গীয় কবি ৺মধুসূদন দত্তই বাঙ্গালা ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম সৃষ্টি কৰে। তেওঁক অনুসৰণ কৰি আমাৰ গ্ৰন্থকাৰেও অসমীয়া ভাষাত উক্ত ছন্দত প্ৰথমে কবিতা ৰচনা আৰম্ভ কৰে। সীতাহৰণ কাব্যও অমিত্ৰাক্ষৰ ছন্দত কেইপাত-মান লেখি তেওঁ 'আসাম-বিলাসিনী' পত্ৰিকাত প্ৰকাশ কৰিছিল। উক্ত পত্ৰিকাই অসমীয়া ভাষাত অমিল ছন্দৰ ৰচনা কিম্ভুতকিমাকাৰ যেন ভাবি আৰু গ্ৰন্থকাৰৰ 'ইটো' 'সিটো' ব্যৱহাৰ অশুদ্ধ বুলি ইতিকিং কৰিছিল। 'বিলাসিনী'ৰ মতে 'ইতো' 'সিতো' হে শুদ্ধ। গ্ৰন্থকাৰে তেওঁৰ 'চিন্তা-তৰঙ্গিণী' দ্বিতীয় ভাগত 'ইটো' 'সিটো' শীৰ্ষক কবিতাটি কিয় লেখিছিল, তাক বোধ-কৰোঁ কোনেও বুজিব পৰা নাই। গ্ৰন্থকাৰে 'ইটো' 'সিটো' শব্দ ব্যৱহাৰ কৰাত আৰু অমিত্ৰাক্ষৰ ছন্দত কবিতা লেখাত 'বিলাসিনী'এ তীব্ৰ সমালোচনা কৰা দেখি, তেওঁ সেই কবিতাটি লেখে। তলত কবিতাটি পাঠকবৰ্গে দেখিবৰ নিমিত্তে তুলি দিয়া হ'ল।

### 'ইটো' 'সিটো'

(১)

কি লেখিছে সেই জন<br>
কৰি ভাষা অশোভন ?<br>
অমিত্ৰ-অক্ষৰ ছন্দে কি কৰে ৰচন ?<br>
নোহে গদ্য নোহে পদ্য,<br>
কিবা লেখে মূৰ্খে অদ্য,<br>
অহ্‌ কবি বাঙ্গালাৰ শ্ৰীমধুসূদন ॥

(২)

'ইটো' 'সিটো' ব্যৱহাৰ,
শুদ্ধ নাহি হোৱে যাৰ,
'ইতো' স্থানে 'ইটো' লেখে 'সিতো' স্থানে 'সিটো'।
সিজনে কবিতা গঁথা,
কেৱল লাজৰ কথা,
হেন উচ্চ আশা নোহে উচিত স্বপ্নতো ॥

(৩)

অসমীয়াৰ পদ গান,
যেন পাপীৰ গঙ্গাস্নান,
নোহোৱা নোপোজা কথা ক'তো শুনা নাই।
কিয় তৱে হীন জন,
কৰে হেন উচ্চ মন,
অপাৰ সমুদ্ৰ লম্ফে পাৰ হুব চায় ॥

(৪)

প্ৰকাশি তাৰ কবিতা,
'বিলাসিনী' কলুষিতা,
পৰিল সোপান হস্তে খসি এক পদ।
কিন্তু সোধোঁ এক কথা,
কিয় 'বিলাসিনী' মাতা,
পুনঃ তৱে প্ৰকাশিলে সিজনৰ পদ ॥

বিদ্যালয়ত পঢ়ি থকাৰেপৰা কবিতাত গ্ৰন্থকাৰৰ অনুৰাগ জন্মিছিল; আৰু ভালে বেয়াই ৰচনা কৰিবলৈ চেষ্টা কৰিছিল। সেই কথা তেওঁ নিজ মুখেও 'চিন্তা-তৰঙ্গিণী' দ্বিতীয় ভাগৰ 'কবিতা' শীৰ্ষক প্ৰবন্ধত এইদৰে কইছে—

(২)

বাল্যকাল থাকি,—কিন্তু নাজানো কাৰণ,
আছিল তোমাৰ প্ৰতি,
ইহীন জনৰ মতি;
পালে পদ্মময়ী পুথী কৰিয়া যতন
পঢ়িছিলোঁ য'তে ত'তে হৰষিত মন।

(৩)

বাল্যকাল হন্তে,—কিন্তু অৱশ্যে বৃথায়,—
আঁকিছিলোঁ তব ছবি,
ভাবিছিলোঁ হবোঁ কবি,
ৰাখিছিলোঁ যত্নে আমি সি চিত্ৰ সুমাই ;
দেখিলে সি চিত্ৰ এবে মুখে হাসি পায়।

'আসাম-বিলাসিনী'ৰ সমালোচনা গ্ৰন্থকাৰৰ মনত বোধকৰোঁ বড়কৈ লাগিছিল। উক্ত 'কবিতা' শীৰ্ষক প্ৰবন্ধটোতো উক্ত পত্ৰিকাক লক্ষ্য কৰি তেওঁ এইদৰে লেখিছে—

(১)

দুৰাশা উচিত শাস্তি পালোঁ হাতে হাতে ;
দেখি মোৰ চপলতা,
ক্ৰোধে 'বিলাসিনী' মাতা
কৰিলা গঞ্জনা ; আমি ৰহিলোঁ অমাতে ;
পুনঃ মোৰ দুৰাকাঙ্ক্ষা দিলোঁ অধঃপাতে।

(২)

হে কবিতে ! আকৌ মোৰ নিৰলজ্জ মন,
( কি লাজ আয়ে তাৰ,
গঞ্জনাও প্ৰিয় যাৰ ),
সব কান্তি কৰি আজি কৰিছে নৰ্ত্তন ;
চাইছে কৰিবে পুনঃ তুলিকা চালন।

গ্ৰন্থকাৰে পূৰ্ব্বে নিজ ঘৰত থাকিবলৈ পোৱাত অনেক সময় পাইছিল। সেই সুবিধাতে অলপ বয়সতে তেওঁ 'পৰিমিতি ও জৰীপ', 'চিন্তা-তৰঙ্গিণী' দুই খণ্ড, আৰু 'কবিতা মালা' দুই খণ্ড ৰচনা কৰি প্ৰকাশ কৰিছিল। তেওঁৰ এই নবীন বয়সতে 'সীতাহৰণ' কাব্য ৰচনাও আৰম্ভ কৰিছিল ; এনে সময়তে ইং ১৮৮৮ চনত তেওঁ 'সব-ডিপুটি কালেক্টৰ' পদত নিযুক্ত হ'ল। এই কাম পাই নানা ঠাইত ফুৰিব লগা হোৱাত, তেওঁৰ থান-থিতাপি নোহোৱাত পৰিল। তেওঁৰ পিতৃৰ তেওঁ এই একমাত্ৰ সন্তান ; ১৮৯৩ চনত পিতৃ বিয়োগ হোৱাত গৃহ-চিন্তাইও তেওঁক বেৰি ধৰিলে। গৃহ-দগ্ধ, গৃহ-চুৰি, দীৰ্ঘকাল বিষম জ্বৰ ভোগ, স্ত্ৰী-বিয়োগ প্ৰভৃতি সাংসাৰিক দুৰ্ঘটনাও ক্ৰমে ক্ৰমে তেওঁৰ

ঘটিছিল ; ইত্যাদি কাৰণত অনেক কাল পূৰ্ব্বেই লেখিবলৈ আৰম্ভ কৰা এই 'সীতাহৰণ' কাব্যখানী ইমান বছৰ অসমাপ্ত হই আছিল। যাহোক কোনো কোনো বন্ধুৰ উৎসাহত গ্ৰন্থকাৰে কাব্যখানী লেখি এতিয়া সমাপ্ত কৰিলে, আৰু আমিও উদ্যোগ কৰি তাক প্ৰকাশিত কৰি সহৃদয় পাঠকসকলৰ হাতত অৰ্পণ কৰিলোঁ।

ডিব্ৰুগড় সদৰ স্কুল
শক ১৮২৪, ফাগুন

শ্ৰীশিৱনাথ ভট্টাচাৰ্য্য
প্ৰকাশক

